# নটসম্ৰাট
# গিৰিশ চৌধুৰী অভিনন্দন গ্ৰন্থ
(আশী বছৰীয়া জন্মদিন উপলক্ষ্যে)

সম্পাদক
শ্যামাপ্ৰসাদ শৰ্মা

নটসম্ৰাট শ্ৰীগিৰিশ চৌধুৰী সম্বৰ্দ্ধনা সমিতি
গুৱাহাটী

**Natasamraat Sri Girish Chowdhury Abhinandan Grantha** (Natasamraat Girish Chowdhury Felicitation Volume), a book on the life and works of Sri Girish Chowdhury on the occasion of his 80th birthday on 5 March 2001. Edited by Professor Shyamaprasad Sharma M.Sc, Ph. D (Double) and Published by Natasamraat Sri Girish Chowdhury Sambarddhanaa Samity, Guwahati 781007. First Published 5 March 2001, Price Rs. 150.00 (Only)

গ্ৰন্থস্বত্ব আৰু প্ৰকাশক ঃ নটসম্ৰাট শ্ৰীগিৰিশ চৌধুৰী সম্বৰ্দ্ধনা সমিতি

প্ৰথম প্ৰকাশ ঃ ৫ মাৰ্চ ২০০১

বেটুপাত ঃ আমিনুল হক

চতুৰ্থ বেটুপাত ঃ গিৰিশ চৌধুৰীৰ হাতৰ আখৰেৰে ৰবীন্দ্ৰনাথৰ কবিতা।

সম্পাদনা সমিতি ঃ ৰাম গোস্বামী দিলীপ কুমাৰ হাজৰিকা
বৰুণা চৌধুৰী ৰণেন্দ্ৰৰাম বৰুৱা
মৃনাল কান্ত দাস মহম্মদ হুছৈইন
অনু দেৱান

সম্পাদক ঃ শ্যামাপ্ৰসাদ শৰ্মা

বেচ ঃ ডেৰ শ টকা মাথোন।

ছপা ঃ পূৰ্বাঞ্চল প্ৰিণ্টাৰ্ছ
বি. আৰ. ফুকন পথ, ভৰলুমুখ, গুৱাহাটী-৯।

# সূচীপত্ৰ

নটসম্রাট

# গিৰিশ চৌধুৰী অভিনন্দন গ্ৰন্থ



কবিৰ কল্পনা আৰু আবেগেৰে...

# পৰম শ্ৰদ্ধেয় গিৰিশ দাদা সমীপেষু

নিৰ্ম্মলপ্ৰভা বৰদলৈ

(১)

*গিৰিশ দাদা*
*গিৰিশ দাদা*
*নাটকৰ বচন মাতা,*
*যি বচন গভীৰৰ*
*যি বচন হৃদয়ৰ*
*মন ভৰি থকা ।।*
*গিৰিশ দাদা, গিৰিশ দাদা*
*জীৱন নাটকে শিকালে কি?*
*সময়- নাটকে শিকালে কি কোঁৱা*
*সঁচাকৈয়ে কোঁৱা,*
*ঘূৰ্ণী বতাহৰ পাকঘূৰণিত*
*কটা-কটি চিন্তাৰ আলিত*
*চাকনৈয়া, পকনীয়াত*
*হাহাকাৰ আমাৰ দাদা*
*গিৰিশ দাদা*
*গিৰিশ দাদা*
*উপায় শুনাই যোৱা ।।*

কেউদিশে বজ্ৰপাত
মেঘৰ গৰ্জ্জন
শিল-ধুমুহাৰ প্ৰচণ্ডতা
আগ্নেয় বৰ্ষণ
হায় হায়
কাল আস্ফালন
ত্ৰাণ ক'ত গিৰিশ দাদা
জ্যেষ্ঠজনে কোঁৱা।।
আশীতেই দিলা ভৰি
ইমান দেখিলা
ইমান শিকিলা
এতিয়া, নিজে বুজা
কথাৰ "সাৰ"
আমাক কৈ যোৱা
প্ৰাণৰ কথা,
মাভৈ বাণী আমাক শুনাই যোৱা
পৰম আয়ুস বাঢ়ি যাওক
শত আয়ুস আহি তোমাৰ
চুলি কৰক পকা
আমি তোমাক তেতিয়া ক'ম
গিৰিশ দাদা দাদা নহয়
গিৰিশ দাদা "ককা"।



# আপুনি উজাগৰে থাকে
## (গিৰিশ চৌধুৰীদেৱলৈ)

**নীলিমা ঠাকুৰীয়া হক**

*খিল্‌খিলাই দৌৰি অহা পোহৰবোৰে হুৰাই খেদিলে*
*আঁৰ-কাপোৰৰ আঁৰৰ আন্ধাৰ*
*আপোনাৰ শৰীৰৰ সংলাপত হাঁহিৰ ফোঁৱাৰা উচ্ছল*

*আপুনি কান্দিলে পোহৰবোৰ কান্দোনত ভাগি পৰে*
*সম্রাট আপুনি, এনিশাৰ শাসক। ৰমক জমক ৰাজদৰবাৰ*
*আপুনিয়ে কৃষক। ঘাম আৰু বোকাৰ সোণালী পথাৰ।*

*ক্লোজ আপ্। চপ্‌চপীয়া পুখুৰী দুচকুত*
*হেঙুল সূৰ্য্য গলি গলি গৰ্ভলৈকে বিস্তাৰিত*

*আপুনি আমাৰ চকুৰে কলিজাৰ কোঠালৈ সোমায়*
*মগজুত ভুঁই ৰোৱে*
*উদুলি-মুদুলি হাঁহি-কান্দোন-সপোনৰ ঘৰ*

*মাটিৰ মোহন বুকুত টোপ্‌টোপকৈ আকাশ সৰে ৰাতি*
*আপুনি উজাগৰে থাকে*
*আমি উজাগৰে ৰাখোঁ মাজে মাজে*

*চাৰি কুৰি বছৰীয়া পুৱাটোৱে আহি নঙলা খোলে*
*লং চট্। শিশু সূৰ্য্যৰ হাতত ধৰি গৈ থাকে আপুনি চিনাকি বাটেৰে।*



# যিখিনি নক'লে নহয়...

*শিল্পপ্রাণ মাখন দেৱান* খনৰ প্ৰকাশৰ আয়োজন আৰু সম্পাদনা কৰাৰ প্ৰতিটো ক্ষণেই আমাৰ বাবে মৰ্মান্তিক আৰু বেদনাবিধুৰ আছিল। চাৰিওপিনে পৰিস্থিতি গোমা আৰু হৃদয়বিদাৰক, বিশেষকৈ মাখন দেৱান আৰু গিৰিশ চৌধুৰীদেৱৰ ঘৰৰ পৰিৱেশ সেই সময়ত ভাবিব নোৱাৰা ধৰণে শান্ত, নীৰৱ আৰু 'বৈৰাগী'.....

সেই পৰিস্থিতিত কাম কৰাৰ সময়ত শিল্পীগৰাকীৰ প্ৰতি বিভিন্নজনৰ যি স্বতঃস্ফূৰ্ত শ্ৰদ্ধা, আন্তৰিকতা, সহযোগিতা আৰু ভালপোৱাৰ প্ৰমাণ পাইছিলোঁ, তাৰ পৰিপ্ৰেক্ষিতত এটা কথাই বাৰে বাৰে আমাক খুন্দিয়াই বিমৰ্ষ কৰি তুলিছিল ঃ *এই শ্ৰদ্ধা, আন্তৰিকতা আৰু ভালপোৱাৰ চাৰিভাগৰ এভাগো যদি তেওঁ জীয়াই থাকোঁতেই পালেহেঁতেন, তেতিয়াহ'লে তেওঁৰ সেই আধৰুৱা সপোনবোৰৰ কোনোটোকেই হয়তো তেওঁ আধৰুৱা কৰি এৰি থৈ যাবলগীয়া নহ'লহেঁতেন.......।*

.....জীয়াই থাকোঁতেই! হয়, জীয়াই থাকোঁতেই আৰু শিল্পীগৰাকী কৰ্মক্ষম হৈ থাকোঁতেই......! মৃত্যুৰ পিছত শ্ৰদ্ধা প্ৰদৰ্শনৰ উদ্দেশ্য আৰু দৰ্শন বেলেগ আৰু জীয়াই থাকোঁতেই কৰা তেনে অনুষ্ঠানৰ উদ্দেশ্য আৰু দৰ্শনো নিশ্চয় বেলেগ। প্ৰয়োজন নিশ্চয় দুয়োটাৰেই আছে। মৃত্যুৰ পিছত কৰা এনে অনুষ্ঠানে স্বৰ্গগামীগৰাকীয়ে এৰি থৈ যোৱা সকলৰ দুখ-শোক হয়তো সাময়িকভাৱে তল পেলাই থোৱাত সহায় কৰে; কিন্তু ই স্বৰ্গগতগৰাকীক কিবা ধৰণে সহায় কৰে বুলি আমাৰ মনে নধৰে।

ইয়াৰ বিপৰীতে জীয়াই থাকোঁতেই কৰা তেনে অনুষ্ঠানে ব্যক্তিগৰাকীক প্ৰভূতভাৱে সহায় কৰাৰ উপৰিও ভালেমান ক্ষেত্ৰত প্ৰয়োজনীয় ভৰবেগ আৰু উদ্যমৰো যোগান ধৰা দেখা যায়। নিঃস্বাৰ্থভাৱে চখৰ কাম কৰাৰ ক্ষেত্ৰত এনে উদ্যমে ব্যক্তিবিশেষক আৰু বেছি সৃষ্টিশীল, আৰু বেছি উৎকৰ্ষ-প্ৰয়াসী কৰি তুলিব পাৰে। এনে ভৰবেগ আৰু উদ্যমে ব্যক্তিগৰাকীৰ চখৰ ক্ষেত্ৰখনক আৰু বেছি বহল, আৰু বেছি সুসমৃদ্ধ কৰি তুলিব পাৰে।

আমাৰ মাজত এনে চিন্তা-চৰ্চাৰ উন্মেষ অতি সাম্প্ৰতিক। ব্যাপক আৰু আন্তৰিক হ'বলৈ ইয়াৰ এতিয়াও বহু বাকী। তাৰ বিপৰীতে আমাৰ পৰম্পৰা

হ'ল, একো একো গৰাকী বিশিষ্ট ব্যক্তিক ৰাজহুৱাভাৱে সন্মান বা শ্ৰদ্ধা প্ৰদৰ্শন কৰিবলৈ আমি যেন, তেওঁৰ কৰ্মকীৰ্তি সম্পৰ্কে যিমান পাৰি সিমানখিনি উদাসীন হৈ থাকি আৰু হৈ থকা যেন দেখুৱাই, তেওঁ এই সংসাৰৰপৰা বিদায় লোৱালৈকেহে বাট চাই থাকোঁ! শুনাত বেয়া লাগিলেও, বিৰল ব্যতিক্ৰম বাদে, এয়াই আমাৰ সাধাৰণ মানসিকতা, এয়েই আমাৰ মনোবৃত্তি আৰু শিল্প-সংস্কৃতি-সাহিত্য-ক্ৰীড়াৰ জগৎখনৰ প্ৰতি এয়াই আমাৰ পৰম্পৰাগতভাৱে চলি অহা দৃষ্টিভংগী! ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ, কলাগুৰু বিষ্ণুপ্ৰসাদ আৰু নটসূৰ্য্য ফণী শৰ্মাৰ জীৱন আৰু জীৱন-সংগ্ৰামেই ইয়াৰ জ্বলন্ত উদাহৰণ নহয় জানো?

ইয়াৰ বিপৰীতে, চৰকাৰী সংস্থা আৰু ব্যক্তিগত খণ্ডৰ বৃহৎ উদ্যোগ আদিৰ উদ্যোগত আজিকালি চৰকাৰী দপ্তৰৰ বঁটা-বাহন বা সন্মান আদি লাভ কৰা ব্যক্তিক অৱশ্যে চৰকাৰী আৰু উদ্যোগ-প্ৰতিষ্ঠান আদিৰ খৰছতে মহা ধুমধামেৰে সম্বৰ্দ্ধনা দিয়াৰ পৰম্পৰা এটাও, অতি ব্যাপক আৰু সঘন হৈ উঠিব ধৰিছে। পিছে এনে বঁটা-বাহন আৰু সন্মান সকলোৰে ভাগ্যত নঘটে! তাৰ বাবে ঘোষিত চৰ্তসমূহৰ উপৰিও কিছুমান *অঘোষিত* আৰু *অলিখিত* চৰ্ত কিছুমানো বঁটা-বাহনৰ বাবে নিৰ্বাচিত হোৱা ব্যক্তিগৰাকীয়ে বা তেওঁৰ সৃষ্টিৰাজিয়ে পূৰণ কৰিব লাগিব।

ব্যতিক্ৰমৰ অভাৱ নাই যদিও, সাধাৰণভাৱে বেছি ভাগ শিল্পী-সাহিত্যিকেই উপৰি-উক্ত দুই পৰ্য্যায়ৰ বঁটা-বাহন তথা সন্মানৰ বাবে অপৰিহাৰ্য্য, অঘোষিত আৰু অলিখিত চৰ্তবোৰ মানি চলিবলৈ টান পায়; কাৰণ তেওঁলোকৰ বেছি ভাগেই হাড়ে-হিমজুৱে শিল্প-সাহিত্য-কলাৰ সাধক আৰু পূজাৰী,-- শিল্প-সাহিত্য-কলা চৰ্চাক মূলধন, পণ্য বা সোপান কৰি প্ৰশস্তি আৰু গ্লেমাৰ বা যশস্তিলকৰ পিছে পিছে লৱৰি ফুৰা সাধাৰণ ব্যক্তি নহয়। সন্দেহ নাই, নিজৰ চখ-অনুৰাগ আৰু তাগিদাতেই তেওঁলোক শিল্প-সাহিত্য-কলা জগৎখনৰ বন্ধুৰ পথেৰে খোজ কঢ়াৰ বাবে প্ৰতিশ্ৰুতিবদ্ধ; কিন্তু এই *আত্মকেন্দ্ৰিকতা* কেৱল আৰম্ভণি আৰু অংকুৰণৰ খাটিৰতহে,-- নিচেই কম দিনৰ ভিতৰতেই এই আত্মকেন্দ্ৰিকতাই *দেশ আৰু দহৰ কাৰণে শিল্প-সাহিত্য-কলা*-- এই দৰ্শন আৰু ব্যৱহাৰিকতাৰ শুভ সূচনা কৰে আৰু এই বন্ধুৰ জগৎখনত হেজাৰ বাধা-বিঘিনি, সমস্যা-প্ৰত্যাহ্বানৰ মুখামুখি হৈ আৰোহ-অৱৰোহৰ জৰিয়তে, শিল্প-সাহিত্য-কলাসেৱীসকলক আগুৱাই যাবলৈ, আগুৱাই গৈ থাকি ব্যক্তিৰ ক্ষুদ্ৰ গণ্ডী অতিক্ৰম কৰি ব্যষ্টি বা সমষ্টিৰ বৃহত্তৰ

পৰিবৃত্তলৈ সাৰ্থক উত্তৰণ ঘটোৱাত সহায় কৰে।

সৎ, শুভ আৰু মংগলময় এনে উত্তৰণ সততেই সাধাৰণ মানুহৰ বা জনগণৰ চকুত নপৰে; কাৰণ এনেবোৰ সাধক-শিল্পী সততেই প্ৰচাৰবিমুখ হয়। এওঁলোকো প্ৰচাৰমাধ্যমৰ পিছে পিছে ঘূৰি নুফুৰে আৰু প্ৰচাৰমাধ্যমেও, নিজস্ব আৰোপিত সংজ্ঞা আৰু পৰিসৰৰ পৰিবৃত্ত ভঙাৰ দুঃসাহস কৰি, এইসকল জীৱনশিল্পী, শিল্পকলাৰ সাধকৰ ওচৰ চাপিবলৈ টান পায় বা অনীহা প্ৰকাশ কৰে।......

ফলত আমাৰ শিল্প-সাহিত্য-সংস্কৃতিৰ জগৎখন বহুলভাৱে উভমুখী প্ৰক্ৰিয়াৰে ক্ষতিগ্ৰস্ত হৈ পৰে। এই জীৱন-সাধক, জীৱনশিল্পীসকল ব্যক্তিগত আৰু ***সৃষ্টিগতভাৱে*** (যিমান সৃষ্টি কৰিব পাৰিলেহেঁতেন, সেই অৰ্থত শব্দটো সৃষ্টি কৰি লোৱা হৈছে) ক্ষতিগ্ৰস্ত হোৱাৰ ফলত ***হয়*** তেওঁলোক থমকি ৰ'বলগীয়া হয় ***অথবা*** 'ক্লান্ত' হৈ বিশ্ৰাম ল'বলগীয়াত পৰে। সৃষ্টিকৰ্মৰ ধাৰাবাহিকতা ব্যাহত হৈ পৰে আৰু তাৰেই ফলস্বৰূপে এনে জীৱনশিল্পীসকলৰ নিজস্ব নিৰ্দিষ্ট ক্ষেত্ৰসমূহ যথা সময়ত যথাযথ আৰু মহৎ সৃষ্টিৰ অবিৰত প্ৰয়াসৰপৰা বঞ্চিত হৈ পৰে। এনে অশুভ আৰু প্ৰেৰণাহীন পৰিস্থিতিত যিটো কাম, যিটো সৃষ্টি, যিটো নতুনত্ব হয়তো দুই-দশক আগতেই হ'ব লাগিছিল, সেইটো হয়তো তিনি দশক পিছতহে হয় বা একেবাৰে নহয়েই!

এটা জাতিৰ সাহিত্য-সংস্কৃতি-ক্ৰীড়া-কলাৰ বাবে এনে বিলম্ব আৰু নেতিবাচকতা যে কিমান ক্ষয়ংকৰ হ'ব পাৰে তাক আমি আমাৰ ৰাজ্যখনৰ এই বিশেষ ক্ষেত্ৰবোৰত আজি কেইবা দশক ধৰি প্ৰত্যক্ষ কৰি আহিছোঁ। অসমৰ নাট্যজগততে সহ-অভিনয়ৰ পৰম্পৰা সহজ আৰু সৰ্বজনগ্ৰাহ্য কৰি তোলাৰ বাবে আমি কেইদশক জুৰি সংগ্ৰাম কৰিবলগীয়া হ'ল আৰু কিয় কৰিবলগীয়া হ'ল, আৰু গুৱাহাটীত ব্যৱসায়িক ভিত্তিত নিয়মীয়া নাট্যভিনয় প্ৰচলন কৰাৰ বাবে আমাৰ প্ৰয়াস যে আজিও সফল হৈ উঠা নাই আৰু কিয় হৈ উঠা নাই এনেবোৰ ঐতিহাসিক সত্য আৰু তাৰ বিশ্লেষণৰ লগতে আৰু এনে বহু তথ্যৰ প্ৰতি নজৰ দিলেই, এনেবোৰ বিলম্ব আৰু নেতিবাচকতাৰ ক্ষয়ংকাৰী স্বৰূপটো ওলাই পৰে। এই স্বৰূপটো বুজি লৈ, ভিন্ ভিন্ ক্ষেত্ৰত ভৱিষ্যমুখী কাৰ্য্যদক্ষ আঁচনিৰ শুভ সূত্ৰপাত কৰিব নোৱাৰিলে, আমাৰ শিল্প-সাহিত্য-সংস্কৃতিকৰ্মৰ ব্যাপকতা তথা ঐতিহ্য সত্ত্বেও আমি কিন্তু ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় পৰ্য্যায়ত, প্ৰতিভা আৰু সামৰ্থ্য থকা সত্ত্বেও পিছ পৰিয়েই থাকিব লাগিব।

এনে পৰিস্থিতি নিশ্চয় আমাৰ কাৰোই কাম্য নহয়!

সন্দেহ নাই, শিল্প-সাহিত্য-সংস্কৃতিকৰ্মীৰ অন্যতম মুখ্য দায়িত্ব সমাজ সংস্কাৰ আৰু সময়োপযোগী সামাজিক পৰিবৰ্তনৰ বাবে জনমানসক প্ৰস্তুত কৰি তোলা। যুগে যুগে শিল্পী-সাহিত্যিকৰ বেছি ভাগেই, কোনো প্ৰতিদানৰ প্ৰত্যাশা নকৰাকৈয়ে এই কামকেই কৰি আহিছে। সেইবাবেই উন্নত আৰু সভ্য দেশবোৰত শিল্প-সাহিত্য-সংস্কৃতি -কৰ্মীৰ আদৰ বেছি। সেইবোৰ দেশত এইসকল কৰ্মীয়ে অন্ন-বস্ত্ৰৰ চিন্তাত উদ্বিগ্ন হ'ব নালাগে বা বিনিদ্ৰ ৰজনী যাপনো কৰিব নালাগে। আমাৰ ইয়াত পিছে কথাটো ওলোটা। সুবিধাবাদী আৰু সুবিধাপ্ৰাপ্ত (প্ৰিভিলেজ্‌ড) এচামৰ বাহিৰে আমাৰ শিল্প-সাহিত্য-সংস্কৃতি কৰ্মীৰ অৱস্থা ভাল নহয়, বেছি ভাগৰেই দিন নাযায়, ৰাতি নুপুৱায় অৱস্থা। বেছি ভাগৰেই জীৱিকাৰ ক্ষেত্ৰ আৰু চখ বা অনুৰাগ আৰু সাধনাৰ ক্ষেত্ৰ বেলেগ বেলেগ। সেয়ে কোনোবাই *নাটক কৰোঁ* বা *ছবি আকোঁ* বুলি চিনাকি দিলে, লগে লগেই আমাৰ মুখলৈ স্বতঃস্ফূৰ্তভাৱেই 'অশালীন' প্ৰশ্ন এটা আহি যায়ঃ *চাকৰী-বাকৰি বা ব্যৱসায়-বাণিজ্য কিবা কৰা নেকি?* এয়েই আমাৰ আজিৰ সাহিত্য-সংস্কৃতি-কলা জগৎখনৰ ৰূঢ় বাস্তৱতা আৰু আমাৰ বেছি ভাগৰেই মানসিকতা!

হয়, মানসিকতা! এই আটাইবোৰৰ গুৰিৰ আচল কথাটোৱেই হ'ল মানসিকতা। আচলতে আমাৰ মানসিকতাই আমাৰ কৰ্মকাণ্ড, চিন্তা-চৰ্চা-ব্যৱহাৰিকতা, সাহিত্য-শিল্প-সংস্কৃতি-ক্ৰীড়া আৰু এইবোৰ ক্ষেত্ৰৰ কৰ্মীসকলৰ প্ৰতি আমাৰ দৃষ্টিভংগী, এই আটাইবোৰ নিয়ন্ত্ৰণ কৰে। সাৰ্থক অৰ্থত আমি কিমান আধুনিক বা উত্তৰ-আধুনিক বা কিমান মধ্যযুগীয়া তাকো নিয়ন্ত্ৰণ আৰু নিৰ্দ্ধাৰণ কৰে আমাৰ মানসিকতাই, বিশেষকৈ আমাৰ গোষ্ঠীগত আৰু জাতিগত মানসিকতাই। এই কথা নক'লেও হ'ব যে ব্যক্তিগত মানসিকতাৰ সমাহাৰৰ গঢ়েই হৈছে গোষ্ঠীগত মানসিকতা আৰু গোষ্ঠীগত মানসিকতাৰ সমাহাৰৰ গঢ়েই হৈছে জাতিগত মানসিকতা।

আমাৰ জাতিগত মানসিকতাত দুটা ধাৰাৰ সুস্পষ্ট অন্তৰ্দ্বন্দ আছে। আমি বহুল আৰু গভীৰভাৱে ঐতিহ্য আৰু পৰম্পৰাপ্ৰেমী। আনপিনে আমি একে সময়তে, আৰোপিত বা আমদানিকৃত আধুনিকতা আৰু উত্তৰ আধুনিকতাবাদৰ সমৰ্থক, প্ৰত্যাশী আৰু গুণমুগ্ধ। এই দুই ধাৰাৰ টনা-আঁজোৰাত আমাৰ মানসিকতা বেছি ভাগ ক্ষেত্ৰতেই সুস্পষ্ট, সুনিৰ্দিষ্ট আৰু

সময়োপযোগী নহয় বা হ'ব পৰা নাই। বেছি ভাগ ক্ষেত্ৰতেই ইয়াত দ্বন্দ্ব, দ্বিধা, দেমোজা, অদূৰদৰ্শিতা আৰু সিদ্ধান্তহীনতাৰ পয়োভৰেই বেছি। সেইবাবেই সম্ভৱ আমি সকলো কামতেই অতি মন্থৰ,-- সকলো ক্ষেত্ৰতেই *লাহে লাহেৰ* পৃষ্ঠপোষক।

আমাৰ সহ-অভিনয়ৰ ধাৰাটোৰ বিৱৰ্তন লক্ষ্য কৰিলেই এই কথা স্পষ্ট হৈ পৰে ঃ ১৯৩৩ ৰ নবেম্বৰত ডুমডুমাত *আসাম কহিনুৰ অপেৰা পাৰ্টিত* ব্ৰজ শৰ্মাই ব্যৱসায়িক মঞ্চত সহ-অভিনয়ৰ সূচনা কৰে। সেই একে বছৰতে *কুমাৰ ভাস্কৰ নাট্য মন্দিৰত* এই দলেই সহ-অভিনয় কৰে। পিছত ১৯৩৬ চনত এই দল বন্ধ হৈ যায় আৰু ব্যৱসায়িক মঞ্চত সহ-অভিনয়ো বন্ধ হৈ যায়। তাৰেপৰা প্ৰায় তিনি দশক পিছতহে, নিয়মীয়াভাৱে ব্যৱসায়িক মঞ্চত সহ-অভিনয় আৰম্ভ হয়। পাঠশালাৰ নিত্যানন্দৰ পুৰন্দৰ তালুকদাৰে ১৯৬০-৬১ চনত যাত্ৰাদলত পুনৰ সহ-অভিনয়ৰ পাতনি মেলে। তেতিয়াৰেপৰাই এই পৰম্পৰা ব্যৱসায়িক মঞ্চত নিগাজী হৈ পৰিছে।

অৰ্থাৎ যিটো অপৰিহাৰ্য্য, সেইটোৰ বাট ব্যৱহাৰিকভাৱে দেখুৱাই দিওঁতা থকা সত্বেও, আমাৰ সমাজে তাক গ্ৰহণ কৰিবলৈ তিনিটা দশক লগালে! সোঁত আৰু সময়ৰ বিপৰীতে গৈ কাম কৰিব পৰা দূৰদৰ্শী, ভৱিষ্যমুখী দৃষ্টিভংগীৰ নিঃস্বাৰ্থ সেৱক থকা সত্বেও যে এনে হ'বলৈ পালে, সেইটোই আমাৰ বাবে এক ডাঙৰ *জাতীয় ট্ৰেজেডি* নহয় জানো? ইয়াৰ জৰিয়তে সময়ৰ লেখেৰে প্ৰায় তিনি দশক হ'লেও, অগ্ৰগতি আৰু বিকাশৰ জোখেৰে আমি কিন্তু প্ৰায় এক শতিকা মানেই পিছুৱাই গ'লোঁ।

চৌখিন মঞ্চত সহ-অভিনয়ৰ ক্ষেত্ৰতো সেই একেটাই কথা। চল্লিশৰ দশকত সত্যপ্ৰসাদ বৰুৱাৰ উদ্যোগত 'ঘৰুৱা মঞ্চ'ত *সুন্দৰীসেৱী সংঘৰ* প্ৰযোজনাত আৰু গিৰিশ চৌধুৰী, অনিল চৌধুৰীৰ উদ্যোগত ৰাজহুৱা মঞ্চত *গুৱাহাটী শিল্পী সংঘৰ* প্ৰযোজনাত সহ-অভিনয়ৰ শুভ সূত্ৰপাত হ'ল যদিও ই ব্যাপক, সহজ, সুলভ আৰু সৰ্বজনগ্ৰাহ্য হ'বলৈ আকৌ প্ৰায় দুই আঢ়ৈ দশকমান লাগি গ'ল। আচলতে ষাঠিৰ দশকৰ শেষভাগ মানৰপৰাহে ক্ৰমান্বয়ে পৰিস্থিতি ভালৰ ফালে ঢাল খাব ধৰে আৰু সত্তৰৰ দশকৰ শেষভাগ মানৰপৰা এই প্ৰক্ৰিয়াটো সহজ-সুলভ-সৰ্বজনগ্ৰাহ্য আৰু অপৰিহাৰ্য্যৰূপে পৰিগণিত হ'বলৈ ধৰে। যাত্ৰাদলৰ বিপৰীতে গুৱাহাটীৰ চৌখিন নাট্যগোষ্ঠীত শিক্ষিত নাটকৰ্মী আৰু উদ্যোক্তাৰ পয়োভৰ থকা সত্বেও যে এনে হ'বলৈ পালে সেইটোও আমাৰ বাবে এক ডাঙৰ জাতীয় ট্ৰেজেডিয়েই! ইয়াৰ ফলত

চৌখিন নাট্যজগতৰ সকলো দিশেই সময়ৰ লেখেৰে দুই-আঢ়ৈ দশক পিছ পৰি গ'লেও, বিকাশ আৰু অগ্ৰগতিৰ জোখেৰে প্ৰায় এক শতিকাই পিছ পৰি থাকিবলৈ বাধ্য হ'ল।

আমাৰ নাট্যজগতৰ এই দুই ঐতিহাসিক তথ্যৰ বিশ্লেষণৰ জৰিয়তে আমি আত্মসমালোচনাৰ পথ প্ৰশস্ত কৰি তোলাৰ প্ৰয়াস কৰিছোঁ যদিও আমাৰ মানসিকতা যে অনুন্নত আৰু পৰিবৰ্তনৰ পৰিপন্থী সেই কথা কিন্তু ক'ব খোজা নাই; কেৱল ক'ব খুজিছোঁ ইয়াকেই যে দোমোজা আৰু অন্তৰ্দ্বন্দ্বৰ বাবে আমাৰ মানসিকতা সময়ে সময়ে, কিছুমান বিশেষ পৰিস্থিতিত যুক্তিসংগত আৰু যুগোপযোগী হৈ উঠিব পৰা নাই। যুক্তিসংগত নোহোৱাৰ অৰ্থই হ'ল বিজ্ঞানসম্মত নোহোৱা; আৰু বিজ্ঞানসম্মত নোহোৱাৰ অৰ্থই হ'ল অগ্ৰগতিৰ পৰিপন্থী। সেই কাৰণেই আমি, যিখিনি প্ৰয়াসেৰে যিমানখিনি ফল লাভ কৰিব লাগে, তাতকৈ বেছি প্ৰয়াসেৰে, বেছি কষ্ট স্বীকাৰ কৰিও আমি সেইকণ ফল পাব পৰা নাই বা পাওঁতে পলম হৈছে। সাহিত্য-সংস্কৃতি-শিল্প-কলাৰ জগতত এনে বিলম্ব সঁচাকৈয়ে ভয়ংকৰ ক্ষতিকাৰক।

নাটকৰ প্ৰযোজনা আজি কেইবা দশক আগৰপৰাই আৰু কেৱল কলাই হৈ থকা নাই। ইয়াৰ বুনিয়াদ বিশিষ্টভাৱে গঢ় লৈ উঠিছে বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ অনুপ্ৰৱেশ আৰু প্ৰয়োগৰদ্বাৰা। ইলেক্‌ট্ৰনিক মাধ্যমৰ প্ৰত্যাহ্বানৰ মুখামুখি হ'বলৈয়ে হওক বা ব্যাপকভাৱে গণমুখী হ'বৰ বাবেই হওক, নাট প্ৰযোজনাত কলাত্মক দিশটোৰ বেছি ভাগেই আজিকালি বিজ্ঞান-প্ৰযুক্তিৰ আধাৰত বিজ্ঞানসম্মত আৰু ব্যক্তিনিৰপেক্ষ হৈ উঠিছে। দেশে দেশে আৰু আমাৰ দেশৰো বিভিন্ন প্ৰান্তত এইবোৰৰ সমাহাৰত একো একোটা সুন্দৰ আৰু নিখুঁট ব্যৱস্থা বা অন্তঃসৌধ গঢ় লৈ উঠিছে। আমাৰ ইয়াত কিন্তু তেনে হ'বলৈ এতিয়াও বহুত বাকী। তেনে চিন্তা-চৰ্চাই বিৰল ব্যতিক্ৰম হিচাপে ক'ৰবাত গজালি মেলিলেও, আমি যেন আমাৰ জড়তাৰ বাবেই এক ধৰণৰ স্থিতাৱস্থা বাহাল ৰখাৰেই পক্ষপাতী। কোনোমতে জোৰা-টাপলি মাৰি নাটক এখন সফলতাৰে মঞ্চস্থ কৰিব পাৰিলেই, উদ্যোক্তাসকলো খুচী, নাটকৰ্মীসকলো খুচী, দৰ্শকসকলো খুচী। সন্দেহ নাই, এই মানসিকতা দুঃসাহসৰ পৰিচায়ক হ'লেও আজিৰ যুগত সময়োপযোগী আৰু কল্যাণকামী নহয়। খেলাধূলাত পাৰদৰ্শী হ'বলৈ হ'লে, পাৰ্গতালি দেখুৱাবলৈ হ'লে যিদৰে অবিৰত অনুশীলনৰ বাবে খেল-পথাৰখন আৰু খেলৰ সামগ্ৰীবোৰ অপৰিহাৰ্য্য, ঠিক সেইদৰেই নাট্যচৰ্চা অবিৰতভাৱে আধুনিক প্ৰক্ৰিয়াৰে হ'বলৈ হ'লে, কেৱল গুৱাহাটীতেই

নহয়, অসমৰ প্ৰতিটো নাট্য চৰ্চাৰ কেন্দ্ৰস্থলতে সকলো সুবিধাৰে সুসজ্জিত এক বা একাধিক আধুনিক মঞ্চ আৰু প্ৰেক্ষাগৃহৰ প্ৰয়োজন। ইয়াৰ অভাৱত, গোটেই অসম জুৰি আমাৰ নাটকৰ্মীসকলে ক'ত কেনেদৰে কি কৰি নাটক প্ৰযোজনা কৰি আহিছে, কৰি আছে বা থাকিবলৈ বাধ্য হৈছে, সেই পৰিস্থিতি ফঁহিয়াই চালেই আমাৰ নাটকৰ্মীসকলৰ দুঃসাহস আৰু আমাৰ নাট্য জগতৰ দীনতাৰ সম্যক উমান পাব পাৰি। ইয়াৰ বাবে ৰাইজ, ৰাইজৰ প্ৰতিনিধি আৰু চৰকাৰ সমানেই দায়ী।

গিৰিশ চৌধুৰী-অনিল চৌধুৰী সমন্বিতে সতীৰ্থসকলে পৰম্পৰা ভঙাৰ প্ৰয়াস কৰাৰ উপৰিও এনেদৰে জোৰা-টাপলি মাৰি নাটক কৰাৰ বিপক্ষে জেহাদ ঘোষণা কৰিছিল যদিও, সময় আৰু সমাজে সেই সময়ত তেওঁলোকক যেনেদৰে লগ দিব লাগিছিল, তেনেদৰে লগ নিদিলে বা দিব নোৱাৰিলে। সেইবাবে পৰম্পৰা ভঙাৰ প্ৰয়াসতে তেওঁলোকৰ শক্তি আৰু সামৰ্থ্যৰ বেছিখিনিয়েই নিয়োজিত হ'বলগীয়া হ'ল। এফালে কোনোবা এটা দিশত কিবা কৰি নতুনতাৰ প্ৰলেপ দিব পাৰিলে যদিও, আনফালে বহুবোৰ দিশতেই পিছে জোৰা-টাপলিৰেই চলি থাকিবলগীয়া হ'ল। সেইবাবে, বাটকটীয়া হোৱা সত্ত্বেও, *গুৱাহাটী শিল্পী সংঘৰ* এই আঢ়ৈ কুৰি বছৰীয়া অস্তিত্ব সত্ত্বেও ইয়াত এটা পৰীক্ষিত অন্তঃসৌধ গঢ় লৈ নুঠিল। বহুতৰেই ধাৰণা, মুখ্যতঃ পৰিয়ালভিত্তিক হোৱা বাবেই এনে হ'বলৈ পালে। এই ধাৰণাত বিতৰ্কৰ অৱকাশ আছে সঁচা; পিছে এটা কথা ঠিক যে *গুৱাহাটী শিল্পী সংঘই* সেই তাহানিতেই যি দুঃসাহসৰ পৰিচয় দিছিল তাত কেৱল এচাম মুষ্টিমেয় সহমৰ্মীয়েহে সাহস আৰু উৎসাহৰ হাত আগ বঢ়াইছিল। সময় আৰু সমাজে সেই দুঃসাহসৰ গুৰুত্ব উপলব্ধি কৰি ব্যাপকভাৱে লগ দিবলৈ আগ বাঢ়ি অহা হ'লে, আজি অকল *গুৱাহাটী শিল্পী সংঘৰ* ইতিহাসেই নহয়, সমগ্ৰ অসমৰ নাট্য ইতিহাসৰ স্বৰূপেই নিশ্চয় ইতিবাচকভাৱে সলনি হৈ গ'লহেঁতেন।

মুষ্টিমেয় এচামৰ মানসিকতাৰ বিপৰীতে গণ-মানসিকতা, ভাল আৰু বেয়া উভয় ক্ষেত্ৰতে যে কিমান শক্তিশালী গিৰিশ চৌধুৰী-অনিল চৌধুৰীৰ নাট্যকৰ্ম আৰু *গুৱাহাটী শিল্পী সংঘৰ* অৰ্দ্ধ শতাব্দী জোৰা সংগ্ৰামৰ এই ইতিহাসে আমাৰ আগত জ্বল্‌জ্বল্ পট্‌পট্‌কৈ দাঙি ধৰিছে। সময়ে আমাক ইয়াৰপৰা শিক্ষা আৰু সকীয়নী ল'বৰ বাবে বাৰে বাৰে সকীয়াই আহিছে

যদিও, আমি জানোঁ সেই আহ্বান আৰু সকীয়নীৰ প্ৰতি কাণসাৰ কৰাৰ প্ৰয়োজনীয়তা বোধ কৰিছোঁ? কিন্তু আমাৰ নাট্যজগতক সময়োপযোগী আৰু প্ৰাসংগিক কৰি তুলিবলৈ হ'লে আমি এই প্ৰয়োজন অনুভৱ কৰি সংগঠিতভাৱে কাম কৰিবলৈ আৰম্ভ কৰি দিব লাগিব। এই কাম যিমান সোনকালেই হয়, সিমানেই সকলোৰে মংগল।

আমি আশা কৰিছোঁ, গিৰিশ চৌধুৰীৰ জীৱদ্দশাতেই আমাৰ নাট্য জগতত এই মংগলময়তাৰ শুভ সূত্ৰপাত হওক আৰু গিৰিশ চৌধুৰীৰ লগতে আন যিসকলে এই সপোন দেখি, হাজাৰ বাধা-বিপত্তিৰ মাজেৰে তাক বাস্তৱত ৰূপায়িত কৰাৰ বাবে, ক্ষুদ্ৰ হ'লেও অসাধাৰণ পদক্ষেপ গ্ৰহণ কৰিছিল, সেইসকলৰ যিসকল বাচি আছে, তেওঁলোকেও এই মংগলময়তা প্ৰত্যক্ষ কৰি আশ্বস্ত হ'বলৈ সুবিধা পাওক।

এটা জাতিৰ নাট্যকৰ্ম কেৱল এটা প্ৰজন্মৰ চিন্তা-চৰ্চা আৰু কৰ্মকাণ্ডৰেই ফল নহয়। ই প্ৰজন্মৰ পিছত প্ৰজন্ম ধৰি সঞ্চাৰিত হৈ অহা এক অবিৰত প্ৰক্ৰিয়া। প্ৰতিটো প্ৰজন্মৰ চিন্তা-চৰ্চা আৰু কৰ্মকাণ্ড তৎকালীন আৰ্থসামাজিক, সমাজ-ৰাজনৈতিক আৰু সমাজ-সাংস্কৃতিক পটভূমিতহে কৰা বাঞ্ছনীয় আৰু যুক্তিসংগত। কোনো প্ৰজন্মৰ চিন্তা-চৰ্চা আৰু কৰ্মকাণ্ড, ভুলেই হওক বা শুদ্ধই হওক, ভালেই হওক বা বেয়াই হওক, কেতিয়াও অপ্ৰাসংগিক আৰু অবাস্তৱ বুলি দলিয়াই পেলাব নোৱাৰি। উদাহৰণস্বৰূপে, যাত্ৰাদলৰ নাট্যকৰ্ম আজি হয় পৰিবৰ্তিত ৰূপত দুৰ্বলভাৱে চলি আছে অথবা প্ৰায় বিলুপ্তই হৈ পৰিছে। আজিৰ সমাজ-সাংস্কৃতিক দৃষ্টিৰে ইয়াৰ প্ৰাসংগিকতা নাথাকিব পাৰে; কিন্তু যাত্ৰাদলৰ জয় জয় ময় ময় অৱস্থাৰ দশকবোৰত সিয়েই ঈপ্সিত, জনপ্ৰিয় আৰু প্ৰাসংগিকো আছিল।

বিজ্ঞানীসকলে যিদৰে অগ্ৰজ আৰু সমসাময়িক উভয়বিধৰে কৰ্মৰ আলম লৈ নিজৰ কামত আগ বাঢ়ে, ঠিক সেইদৰে নাট আৰু সংস্কৃতিকৰ্মীসকলেও একে ধৰণেই অগ্ৰজ আৰু সমসাময়িক, উভয়ৰে চিন্তা-চৰ্চা আৰু নাট্য কৰ্মৰ আলম লৈ আগ বঢ়া উচিৎ। তেনে কৰিব পাৰিলেহে এটা প্ৰজন্মৰ সজ কৰ্মকীৰ্তিৰ সমুচিত সম্প্ৰসাৰণ আৰু অবাস্তৱ কৰ্মকাণ্ডৰ বৰ্জন বা পৰিবৰ্তন-পৰিবৰ্দ্ধন আদি সম্ভৱ হ'ব। অত্যধিক অতীতপ্ৰীতি ক্ষতিকাৰক হ'লেও, এটা মাত্ৰা আৰু এটা সীমা পৰ্য্যন্ত অতীতপ্ৰীতিৰ নিশ্চয় প্ৰয়োজনীয়তা আছে। আৰু ঠিক ইয়াৰ বাবেই অতীতৰ সম্যক আৰু যুক্তি

তথা বিজ্ঞানসম্মত অধ্যয়নৰো প্ৰয়োজন আছে। এনে অধ্যয়ন আৰু বিশ্লেষণৰ অভাৱত, একো একো গৰাকী শিল্পী-সাধক-বিপ্লৱীক বিভিন্ন চামে বিভিন্ন সুবিধা লাভৰ বাবে বিকৃত ৰূপত দাঙি ধৰাৰ নিদৰ্শন আমাৰ ইয়াত আজি কেইদশকমান ধৰি এক শক্তিশালী আৰু ব্যাপক পৰম্পৰা হোৱাৰ কথা সংশ্লিষ্ট মহলে নিশ্চয় জানে। এনেবোৰ অপব্যাখ্যা আৰু অশুভ পৰম্পৰাই দেশ আৰু জাতিৰ ক্ষতিহে কৰে।

গিৰিশ চৌধুৰীদেৱৰ প্ৰায় চাৰে ছয় দশক যোৰা শিল্পসাধনাৰ কালছোৱাত তেওঁ মঞ্চ, অনাতাঁৰ আৰু দূৰদৰ্শন, এই তিনিওটা গুৰুত্বপূৰ্ণ মাধ্যমতে উল্লেখযোগ্য বৰঙণি যোগাইছে; কিন্তু অতিসাম্প্ৰতিক কালৰ আৰু আগৰ কালৰ দুই-এক অতি প্ৰভাৱশালী কৰ্মকীৰ্তিৰ বাহিৰে বাকীবোৰৰ সম্পূৰ্ণ তথ্য আজি আৰু পাবলৈ নাই। অথচ এই তথ্যবোৰেই যোৰা চাৰে ছয় দশকৰ অসমীয়া মঞ্চনাট আৰু অনাতাঁৰ নাটৰ ইতিহাসৰ এক বুজন অংশৰ নিৰ্ভৰযোগ্য দলিল। অন্ততঃ বহলভাৱে ১৯৩৩-৯৭ লৈকে আৰু তাৰে মাজতে ১৯৪৯-৭০ লৈকে কালছোৱাত চৌখিন গোষ্ঠীৰ নাটকৰ বাবে গিৰিশ চৌধুৰী-অনিল চৌধুৰীয়ে লগ লাগি যিখিনি কৰিলে, সেইখিনি বাদ দি অসমীয়া নাট্যজগতৰ আধুনিক ইতিহাস কেতিয়াও সম্পূৰ্ণ হ'ব নোৱাৰে। আমি নিজে এই *অভিনন্দন গ্ৰন্থৰ* পৰিকল্পনা কৰাৰ কালছোৱাত ঠিক সেই কথাকেই ভাবিছিলোঁ আৰু যিমান পাৰি নিৰ্ভৰযোগ্য তথ্যপাতিৰে সেই কালছোৱাৰ বিভিন্ন দিশ, বিভিন্নজনৰ লেখাৰ মাজেৰে প্ৰকাশ কৰিব পাৰিম বুলি আশাও কৰিছিলোঁ। কেবাখনো বাতৰিকাকতত ইয়াৰ বাবে তথ্যপাতি-আলোকলেখ, লিখা-মেলা আদি বিচাৰি আবেদনো জনোৱা হৈছিল। পিছে আমাৰ সেই আশা আধৰুৱা হৈ ৰ'ল। যাৰ জীৱন আৰু নাট্য চিন্তা-কৰ্মক লৈ এই পৰিকল্পনা, স্বয়ং তেওঁৰ হাততেই বিশদ তথ্যপাতি আৰু কাগজপত্ৰৰ অভাৱ। যি সামান্য কাগজপত্ৰ পোৱা গৈছে, সেইখিনি এপাচি শাকত এটি জালুকৰদৰে। গতিকে বেছিভাগ ক্ষেত্ৰতেই স্মৃতিৰ ৰৰপেৰাৰপৰা যিখিনি আঁজুৰিব পাৰি সেইখিনি আজুৰি আনি তাৰ সৈতে নিৰ্ভৰযোগ্য যি সামান্য তথ্যপাতি পোৱা গৈছে তাৰ আলমতেই আমি আমাৰ কাম চলাবলগীয়া হৈছে। বুৰঞ্জী লিখাৰ অতি প্ৰাচীন আৰু শক্তিশালী পৰম্পৰা থকা জাতি হিচাপে বিশ্বৰ ভিতৰতেই নাম থকা জাতি এটাৰ বাবে এইটো

সঁচাকৈয়ে দুখৰ কথা। তাতোকৈ দুখৰ কথা, অকল গিৰিশ চৌধুৰী দেৱৰেই নহয়, আমাৰ অগ্ৰজসকলৰ বেছি ভাগৰ ক্ষেত্ৰতেই এই তথ্যসংগ্ৰহ আৰু সংৰক্ষণৰ অনীহা এটা অতি স্বাভাৱিক প্ৰক্ৰিয়া তথা পৰম্পৰা। ইয়াৰ সপক্ষে হাজাৰ যুক্তি থকিলেও, এটা কথা ঠিক যে ইয়াৰ অভাৱৰ বাবে, সময়ে সময়ে, আমাৰ কলা-সংস্কৃতি জগতৰ ভালেমান আপুৰুগীয়া তথ্য আৰু সমল কালৰ বুকুত হেৰাই গৈছে বা যাব ধৰিছে আৰু তাৰপৰা আমি *ঐতিহাসিকভাৱে* দুখীয়া হৈ গৈ আছোঁ; অৰ্থাৎ কলা-সংস্কৃতিৰ বুৰঞ্জীৰ বাবে নিৰ্ভৰযোগ্য সমল পোৱাৰ পৰা বঞ্চিত হৈ আহিছোঁ আৰু এতিয়াও হৈ আছোঁ।

সম্ভৱ ইয়াৰ লগতে আৰু কিছুমান আনুষংগিক কাৰণতেই অসমীয়া নাট্য সাহিত্যৰ যি দুই-এখন বুৰঞ্জী এতিয়ালৈকে প্ৰকাশ পাইছে, সেই কেইখন দুখ লগা ধৰণে অসম্পূৰ্ণ। বিশ্বৰ উন্নত ভাষাবোৰত ইতিমধ্যে নাট্যকোষ (-এনচাইক্ল'পিডিয়া) প্ৰণয়ন হৈছে, কিন্তু আমাৰ ভাষাত নাট্য সাহিত্য বা ৰংগমঞ্চৰ এখন নিৰ্ভৰযোগ্য, সম্পৰ্ণ বুৰঞ্জীয়েই প্ৰকাশ পোৱা নাই।

প্ৰত্যক্ষভাৱে গিৰিশ চৌধুৰীদেৱৰ সংস্পৰ্শলৈ অহা সকলৰ বেছি ভাগকেই তেওঁৰ প্ৰতিভা আৰু ব্যক্তিত্বৰ উমান পাবলৈ সৰহ পৰ নালাগে। তেওঁৰ গুণমুগ্ধসকলৰ বাবে তেওঁ নিজেই এটি অনুষ্ঠান। আটাইতকৈ ডাঙৰ কথা, আচল অৰ্থত, সাৰ্থক অৰ্থত তেওঁ এগৰাকী *প্ৰকৃত মানুহ*। সন্দেহ নাই, আমাৰ শিল্প-কলা জগতৰপৰাই নহয়, আমাৰ সমাজ-সংস্কৃতি-ৰাজনৈতিক জগতৰপৰাও এই প্ৰজাতিৰ লোক অতি খৰ গতিৰে নাইকিয়া হৈ আহিব ধৰিছে। সামগ্ৰিক অৱক্ষয়, প্ৰমূল্যবোধৰ অৱনমন আৰু বিশৃংখলতাৰ মাজত সেয়েই হয়তো প্ৰাকৃতিক নিয়ম। সুখ আৰু আশ্বস্তিৰ কথা, বিৰল হৈ আহিব ধৰিলেও, নিজস্ব ব্যক্তিত্ব, মেধা, কৰ্মনিষ্ঠা, প্ৰাণচঞ্চলতা আৰু সদায় ইতিবাচক কিবা এটা কৰাৰ হেঁপাহেৰে গিৰিশ চৌধুৰীদেৱ আমাৰ কলা-সংস্কৃতিৰ জগতত একক আৰু অনন্য। লগতে অসমৰ চুকে-কোণে-নগৰে-চহৰে নতুন প্ৰজন্মক সাহস আৰু প্ৰত্যয় দিব পৰা, কলা-সংস্কৃতিৰ বাবে উৎসৰ্গিত প্ৰাণৰ সগোত্ৰীয় সতীৰ্থ কিন্তু একেবাৰে নাইকিয়া হৈ যোৱা নাই। গিৰিশ চৌধুৰী নিঃসন্দেহে এনেদৰে বিৰল হৈ আহিব ধৰা প্ৰজাতিটোৰ এগৰাকী সম্যক প্ৰতিনিধি। সেয়ে আমাৰ এই অভিনন্দন আয়োজন আৰু গ্ৰন্থখনৰ মূল আলম আৰু লক্ষ্য গিৰিশ চৌধুৰী আৰু তেওঁৰ আশী বছৰীয়া

জন্মজয়ন্তী হ'লেও, আচলতে কিন্তু আমি ইয়াৰ জৰিয়তেই অসমৰ চুকে-কোণে সিঁচৰতি হৈ থকা তেওঁৰ সমগোত্ৰীয় প্ৰতিগৰাকী জীৱনশিল্পীলৈ আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা প্ৰকাশ কৰাৰ প্ৰয়াসো কৰিছোঁ আৰু তাকে কৰিবলৈ পাই আমি নিজকে ধন্যও মানিছোঁ। এই বিনম্ৰ প্ৰয়াসৰ জৰিয়তে আমি কেৱল এটা কথাই অতি বিনম্ৰভাৱে আঙুলিয়াই দিব আৰু প্ৰতিপন্ন কৰিব খুজিছোঁ : *হে অগ্ৰজ জীৱনশিল্পীসকল! হেজাৰ বাধা-বিঘিনি লঘু-লাঞ্ছনা সহ্য কৰিও আপোনাসকলে অসমৰ শিল্প-সংস্কৃতি জগতৰ বাবে যিকণ কৰিলে আৰু কৰি থৈ গ'ল, সেইকণ কেতিয়াও অথলে যোৱা নাই। সেইকণ কৰাৰ সময়ত আপোনাসকল অকলশৰীয়া বুলি হতাশ হ'লেও, আপোনাসকল কিন্তু কেতিয়াও অকলশৰীয়া নাছিল আৰু কোনো কালে নহয়ো। ....আমি সদায়েই শিল্প-সংস্কৃতিৰ উৎকৰ্ষ সাধনৰ বাবে আপোনাসৱৰ আদৰ্শ, নিষ্ঠা, ত্যাগ আৰু কৰ্মৰ প্ৰতি অকুণ্ঠ আৰু আপোচবিহীন সমৰ্থন আগ বঢ়োৱাৰ বাবে প্ৰতিশ্ৰুতিবদ্ধ। আপোনাসৱৰ বহুতৰেই সংগ্ৰাম কালত, আমি হয়তো আপোনাসৱক লগ দিব পৰা নাই, কাষত থাকিব পৰা নাই। তাৰ কাৰণ নিশ্চয় অনীহা বা অশ্ৰদ্ধা নহয়,— আমাৰ বহুতেই সেই সময়ত হয় এই পৃথিৱীৰ পোহৰ দেখাই নাছিল বা দেখিলেও, আপোনাসৱে যি কৰিছিল তাৰ গুৰুত্ব বুজি পাব পৰাকৈ পূৰঠ হৈ উঠা নাছিল। তথাপিও অঘোষিতভাৱে আমাৰ নীৰৱ নৈতিক সমৰ্থন কিন্তু আপোনাসৱৰ শিল্প-সংস্কৃতি সাধনাৰ সপক্ষেই আছিল, আজিও আছে আৰু আগলৈও থাকিব। থাকিবই লাগিব। কাৰণ শিল্প-সংস্কৃতিৰ বন্ধুৰ পথেৰে আগ বাঢ়ি গৈ সুন্দৰৰ পূজা কৰিবলৈ প্ৰতিশ্ৰুতিবদ্ধ হোৱা সকলৰ বাবে আপোনাসৱৰ আদৰ্শ, নিষ্ঠা, ত্যাগ আৰু কৰ্মকাণ্ডৰ আপোচবিহীন ধাৰাবাহিকতাই যে একমাত্ৰ পথ, একমাত্ৰ পাথেয়। আপোনাসৱে দেখুৱাই যোৱা পথেইতো সত্য আৰু সুন্দৰে অহোৰাত্ৰ ফুলোৱাৰ মন্ত্ৰোচ্চাৰেণেৰে সোণসেৰীয়া সংস্কৃতিৰ পথাৰ জাতিষ্কাৰ কৰি তোলাৰ পথ।....*

*আমি আপোনাসৱৰ ভালেমানকে চিনি পালেও, বেছি ভাগকেই চিনি নাপাওঁ। হ'লেও আপোনালোক কিন্তু আমাৰ বুকুৰ কুটুম, আপোনৰো আপোন। আপোনাসৱৰ মাজৰ বহুতেই আমাৰপৰা এই প্ৰতিশ্ৰুতি পোৱাৰ আগতেই ইহ সংসাৰ ত্যাগ কৰিলে; কিন্তু আমি অতি আন্তৰিকতাৰেই বিশ্বাস কৰোঁ শিল্পীৰ মৃত্যু নাই, বাটকটীয়াক কেতিয়াও পাহৰিব নোৱাৰি। জীৱনশিল্পীয়ে নশ্বৰ দেহ ত্যাগ কৰিলেও, অৰূপ ৰূপত, অমূৰ্তভাৱে তেওঁলোক তেওঁলোকৰ শিল্পকীৰ্তিৰ মাজতেই জীয়াই থাকে, বৰ্তি থাকে,*

*উত্তৰসূৰীসকলৰ পথ প্ৰদৰ্শক আৰু প্ৰেৰণাৰ উৎস হৈ। তেজ-মঙহৰ জীৱন নহ'লেও, ইওতো এক জীৱনেই, জীৱনোত্তৰ অন্য এক জীৱন।*

*আপোনাসৱৰ মাজৰ যিসকল এতিয়াও শিল্প-সংস্কৃতিৰ ক্ষেত্ৰত সবল আৰু সক্ৰিয় হৈ আছে, যিসকলক বাৰ্দ্ধক্যই অথৰ্ব কৰি তোলা সত্বেও শিল্প-সংস্কৃতিৰ চিন্তা-চৰ্চাৰে উঠি অহা চামৰ প্ৰেৰণাৰ উৎস হৈ আছে, সেইসকলৰো বেছি ভাগৰ সৈতেই আমাৰ যোগাযোগ হোৱাৰ সম্ভাৱনা কম। গতানুগতিক অৰ্থত যোগাযোগ নাথাকিলেও, আমি আটায়ে কিন্তু একেডাল এনাজৰীৰেই বন্ধা, --আমি প্ৰত্যেকেই প্ৰত্যেকৰ নাড়ীৰ স্পন্দন শুনা পাওঁ আৰু সেই স্পন্দনৰ অনুৰণন হৃদয়ৰ কোঁহে কোঁহে অনুভৱ কৰোঁ....*

ঈৰ্ষা-অসূয়া, খিয়লাখিয়লি, বিদ্বেষ, সমস্যা-প্ৰত্যাহ্বানেৰে জৰ্জৰিত হোৱা সত্বেও আমাৰ শিল্প-সংস্কৃতি জগৎখনৰ এইটোৱেইতো একমাত্ৰ বৈশিষ্ট্য। এই স্পন্দন আৰু অনুৰণনেইতো আমাৰ প্ৰাণ, প্ৰেৰণা, উদ্যম-- আৰু আগ বাঢ়ি থাকিবৰ বাবে দিয়া অবিৰত আৰু উদাত্ত আহ্বান। এই বৈশিষ্ট্যৰ বাবেইতো হেজাৰ নেতিবাচকতা আৰু প্ৰতিকূল পৰিস্থিতিৰ মুখামুখি হৈ অহা আৰু হৈ থকা সত্বেও, এতিয়ালৈকে আমাৰ শিল্প-সংস্কৃতিৰ জগতত মুষ্টিমেয় এচামৰ ত্যাগ আৰু সাধনাৰ বিনিময়ত আশাৰ ৰেঙনি দেখিবলৈ পোৱাৰ সৌভাগ্য হৈ আছে। এই বৈশিষ্ট্য একে দিনে, অনায়াসে তৈয়াৰ হোৱা নাই। বহুজনৰ ত্যাগ আৰু কষ্ট স্বীকাৰৰ ফলতহে সম্ভৱ হৈছে। বহুজনৰ আশাভংগ, হতাশা, ব্যৰ্থতা দুখ আৰু বেদনাৰ সৌধত হে ই লাহে লাহে গঢ় লৈ উঠিছে। জনা-নজনা চিনি পোৱা-নোপোৱা সেই সকলোলৈকে, --যাক আমি আমাৰ *শিল্প-সংস্কৃতিৰ চহীদ* আখ্যা দিব পাৰোঁ,-- এই আপাহতে, এই গ্ৰন্থৰ জৰিয়তেই আমাৰ আন্তৰিক কৃতজ্ঞতা আৰু সশ্ৰদ্ধ প্ৰণাম জনাইছোঁ। জাতি-বৰ্ণ-ধৰ্ম-লিংগ আৰু বয়স নিৰ্বিশেষে আমাৰ শিল্প-সংস্কৃতিৰ এই অতন্দ্ৰ সেনানীৰ বাবেইতো আমি হেজাৰ হতাশা, হেজাৰ প্ৰত্যাহ্বান আৰু এশ-এবুৰি সমস্যাৰ মাজতো আগলৈ চোৱাৰ প্ৰেৰণা পাইছোঁ, সাহস গোটাব পাৰিছোঁ। সেয়ে এই সুযোগতে অসমৰ চুকে-কোণে সক্ৰিয় হৈ থকা শিল্প তথা নাটকৰ্মীসকললৈ আমাৰ বিনম্ৰ অনুৰোধ ঃ *আপোনালোকেও আপোনালোকৰ এলেকাবোৰত এনে জীৱনশিল্পীসকলৰ জীৱনকালতেই তেওঁলোকৰ ত্যাগ আৰু কষ্ট স্বীকাৰৰ প্ৰতি সম্যক সন্মান প্ৰদৰ্শনৰ ব্যৱস্থা কৰক আৰু উঠি অহা চামৰ লগতে আমাৰ শিল্প-সংস্কৃতি জগতৰ উজ্জ্বল ভৱিষ্যৎ গঢ়াৰ খাটিৰতে, তেওঁলোকৰ অভিজ্ঞতা আৰু প্ৰতিভাক য'ত যেনেকৈ যিমান দূৰ পাৰি কামত*

*লগোৱাৰ দিহা কৰাৰ প্ৰয়াস কৰক। মনত ৰাখিব, এনেবোৰ কাৰ্য্যকলাপৰ আলম আৰু লক্ষ্য সেই জীৱনশিল্পী হ'লেও, ঠিক এনে ধৰণৰ কাৰ্য্যকলাপৰ জৰিয়তে উঠি অহা চামৰ লগতে মধ্য বয়সীয়া সংস্কৃতিকৰ্মী আৰু সামগ্ৰিকভাৱে শিল্প-সংস্কৃতিৰ জগৎখনৰ উপকাৰ হোৱাৰ সম্ভাৱনাই বেছি; কাৰণ এনে আয়োজনক কেন্দ্ৰ কৰিয়েই ৰাজহুৱাভাৱে আত্মসমালোচনাৰ অৱকাশ পোৱা যায় আৰু শিল্প-সংস্কৃতিৰ জগতত যি পৰ্য্যাবৃত্ত বা কালানুক্ৰমিক (--পিৰিয়ডিক; এটা যুগ, এটা দশক বা একোটা বিশেষ পৰ্বৰ মূৰে মূৰে) পৰ্য্যালোচনা তথা ফিডবেকৰ প্ৰয়োজন তাৰ ক্ষেত্ৰ প্ৰশস্ত কৰি তুলিব পাৰি।*

আমাৰ সংগ্ৰামী সংস্কৃতিকৰ্মীসকলৰ বেছি ভাগেই অভিজ্ঞতাৰপৰাই জানে বাবে এই কথা নিশ্চয় নকৈ দোহাৰিবৰ প্ৰয়োজন নাই যে নিৰ্মোহ আত্মসমালোচনা আৰু সৃষ্ট শিল্প-সংস্কৃতিৰ পৰ্য্যালোচনাৰ ভিত্তিত ফিডবেকৰ জৰিয়তে ভৱিষ্যমুখী আঁচনি গ্ৰহণৰ পৰ্য্যাবৃত্ত প্ৰক্ৰিয়াইহে, আমাৰ শিল্প-সংস্কৃতিক গতানুগতিকতাৰ ঘুণে ধৰাৰপৰা ৰক্ষা কৰিব পাৰিব আৰু উজ্জ্বলতৰ ভৱিষ্যতৰ ব্যৱহাৰিক সোপান গঢ়ি তুলিব পাৰিব। গিৰিশ চৌধুৰী আৰু তেওঁৰ সতীৰ্থসকলে ঠিক এনে *ৰক্ষাকবচ* আৰু ভৱিষ্যমুখী সোপানৰ সপোন দেখিয়েইতো অসমৰ নাট আৰু ৰংগমঞ্চৰ বাবে কাম আৰম্ভ কৰিছিল আৰু জীৱনযোৰা সাধনাৰ সংকল্প লৈছিল।'

সুখৰ কথা, কৰ্মকাণ্ডৰ প্ৰক্ৰিয়াত আৰোহ-অৱৰোহ, সফলতা-বিফলতা থাকিলেও, সেই সংকল্পৰপৰা তেওঁলোক কোনো দিনেই বিচ্যুত হোৱা নাই। আমিও আশা কৰিছোঁ এই সংকল্প যুগে যুগে প্ৰজন্মৰপৰা প্ৰজন্মলৈ সঞ্চাৰিত হৈ থাকক, সময় আৰু যুগৰ দাবীত তাত যুগে যুগে নতুনত্বৰ প্ৰলেপ সনাৰ প্ৰয়াস অব্যাহত থাকক আৰু অসমৰ শিল্প-সংস্কৃতিৰ বৰ পথাৰখন সাৰ্থকভাৱে সাৰ্থক অৰ্থত ফলে-ফুলে জাতিষ্কাৰ হৈ থাকক।

আমাৰ ইয়াত শিল্প-সংস্কৃতিকৰ্মীৰ, বিশেষকৈ নাটকৰ্মী আৰু তাৰ ভিতৰতে অভিনেতা-অভিনেত্ৰীসকলৰ *সাংস্কৃতিক বাণপ্ৰস্থৰ* বয়স-সীমা পঞ্চাশ বা ষাঠিয়েই ধৰা হয়। প্ৰায় ভাগ বয়োজ্যেষ্ঠ অভিনয়-শিল্পীকেই মঞ্চনাট কৰাৰ বাবে প্ৰস্তাৱ দিলে *এতিয়া আমাৰ দিন (অৰ্থাৎ বয়স) নাই, এই বয়সত আমাক কোনে চাব আৰু আমি পাৰিম জানো?* —ইত্যাদি গা এৰা দিয়া উত্তৰেৰে নিৰাশ কৰা দেখা যায়। আমি উদ্বেগেৰে লক্ষ্য কৰিছোঁ, বেছি ভাগ ক্ষেত্ৰতেই এইবোৰ স্ব-আৰোপিত বাণপ্ৰস্থ। এক ধৰণৰ ক্ষতিকাৰক

নেতিবাচকতা। গিৰিশ চৌধুৰী পিছে এনে নেতিবাচকতাৰপৰা এতিয়াও মুক্ত হৈ আছে আৰু আমি ভাবোঁ জীৱনশিল্পীৰ সেইটোৱেই দৃষ্টিভংগী, সেইটোৱেই মেজাজ হোৱা উচিৎ। ৭৬ বছৰ বয়সত তেওঁ কৰা মঞ্চ-অভিনয় যিসকলে দেখিছে তেওঁলোকে তেওঁৰ এই মেজাজ আৰু কাৰ্য্যদক্ষতা দেখি তবধ মানিছে। আমি নিজেও তেওঁৰ সৈতে হোৱা ঘৰুৱা আৰু অন্তৰংগ আলাপত বহুবাৰ তেওঁৰ এই দৃষ্টিভংগীৰ উমান পাইছোঁ। এতিয়াও তেওঁ এটি বাসনা সযতনে অন্তৰত সাঁচি ৰাখি থৈছে,– মাছখোৱাতেই তেওঁ সতীৰ্থসকলৰ সৈতে কোনো সা-সুবিধা নথকা দিনতেই অভিনয় জীৱনৰ পাতনি মেলিছিল আৰু এতিয়া তাত সজা *সাংস্কৃতিক প্ৰকল্পৰ* আধুনিক মঞ্চতেই তেওঁৰ আকৌ অভিনয় কৰাৰ প্ৰবল হেঁপাহ আছে। আমিও আশা কৰিছোঁ তেওঁৰ জীৱনৰ অভিনয়-পৰিক্ৰমাৰ এই বিশাল বৃত্ত অচিৰেই আমি সম্পূৰ্ণ কৰি তুলিব পাৰিম। এই স্বপ্ন সাৰ্থক কৰাব পাৰিলে, অসমৰ নাট্যামোদী ৰাইজে নিশ্চয় *বয়সে গৰকা শিল্পী,* এই খণ্ডবাক্যৰ নতুন সংজ্ঞা, নতুন ব্যাখ্যা যুগুত কৰি উলিওৱাৰ বাবে খদমদম্ লগাব লাগিব।

আমি এই সন্দৰ্ভত ব্যক্তিগত পৰ্য্যায়ত বহুবাৰ আশ্বাস আৰু প্ৰতিশ্ৰুতি দি আহিছোঁ। এইবাৰ আমাৰ নাট্যকৰ্মী আৰু নাট্যামোদী ৰাইজৰ লগতে ৰাজহুৱাভাৱে আকৌ এবাৰ কওঁ : *গিৰিশদা! আপুনি উদ্যম আৰু মনোবল অটুট ৰাখক। আমি আপোনাৰ লগতেই আছোঁ, –সুখে-দুখে, হাঁহিয়ে-কান্দোনে, আখৰাই-নাটঘৰে আমিও আপোনাৰ লগতেই আছোঁ। আজিৰপৰা প্ৰায় পঞ্চাশ বছৰ আগতেই, ডেকাই বৃদ্ধ সাজি কৰা ছাহজাহানক আকৌ এবাৰ 'বৃদ্ধ'ই বৃদ্ধ সাজি কৰা ছাহজাহানৰ অভিনয়ৰ স'তে তুলনা কৰিবৰ বাবে আপোনাৰ গুণমুগ্ধসকলে অধীৰ আগ্ৰহেৰে বাট-চাই আছে। সেইবাবে যি কোনো পৰিস্থিতিতে, আপুনি আপোনাৰ দেহ-মন আৰু মেজাজ তাৰ বাবে প্ৰস্তুত কৰি ৰাখক.....*

বহুতেই ভাবে আৰু আলোচনা কৰে, নাট্যজগতত মনোনিবেশ আৰু আত্মনিয়োগ নকৰা হ'লে, গিৰিশ চৌধুৰীয়ে বহুত *কিবাকিবিয়েই* হ'ব পাৰিলেহেঁতেন, আৰু বহুত *কিবাকিবিয়েই* কৰিব পাৰিলেহেঁতেন। ইয়াৰ গূঢ়াৰ্থ হ'ল তেওঁৰ বহুমুখী প্ৰতিভা আৰু কৰ্তব্যনিষ্ঠাৰ প্ৰতি সন্মান প্ৰদৰ্শন। এই চিন্তা আৰু মূল্যায়ন আমাৰ বোধেৰে

অকণো অতিৰঞ্জিত নহয়। পিছে, বহুমুখী প্ৰতিভাৰ অধিকাৰী হোৱা সত্ত্বেও তেওঁ যে আমাৰ নাট্যজগৎখনকেই মুখ্য 'কৰ্মক্ষেত্ৰ' কৰি ল'লে সেয়া নিশ্চয় আমাৰেই সৌভাগ্য। তেওঁৰ সতীৰ্থসকলৰ মাজত কেবাগৰাকীও প্ৰতিভাবান ব্যক্তি আছিল যদিও, গিৰিশ চৌধুৰীৰ দৰে মঞ্চপ্ৰাণ, মঞ্চজীৱন হৈ বেছি ভাগেই লাগি থাকিব নোৱাৰিলে। কিবা কাৰণত, হতাশ হৈ বা ক্ষুব্ধ হৈ তেখোঁ যদি নিজৰ ব্যক্তিগত সা-সুবিধা আৰু পাৰ্থিব লাভৰ তাড়নাত মঞ্চভিন্ন অইন ক্ষেত্ৰত আত্মনিয়োগ কৰিলেহেঁতেন, তেতিয়া হ'লে নিশ্চয় অসমৰ মঞ্চজগৎ আজিও বহু যুগ পিছুৱাই থাকিলহেঁতেন। প্ৰতিকূল পৰিস্থিতিৰ বিপৰীতে যুঁজিও যে তেওঁ নাট আৰু মঞ্চৰ হকে কাম কৰি যোৱাৰ সিদ্ধান্ত লৈ সেই সিদ্ধান্তত অটল হৈ থাকিল সেয়েই আমাৰ সৌভাগ্য, আমাৰ পৰমপ্ৰাপ্তি। ভবিতব্য আছিল বাবেই সম্ভৱ সেইটো সম্ভৱ হৈছিল। ভাগ্যই কোঁৱা হওক বা তাৎকালিক সংযোগেই (—কইনচিডেন্স) কোৱা হওক, তেওঁৰ সেই সিদ্ধান্ত কিন্তু সময় আৰু সোঁতৰ বিপৰীতেহে আছিল। তেওঁ আৰু তেওঁৰ সতীৰ্থসকলে সোঁতৰ বিপৰীতে যোৱাৰ সাহসকণ কৰা বাবেইতো আজি আমি মূল সুঁতিৰ সোঁতত নাও মেলিব পাৰিছোঁ। সেই সময়ৰ পৰিস্থিতি বিশ্লেষণ কৰিলে ভাব হয়, অসমৰ নাট্যজগতে যেন একেলগে গিৰিশ চৌধুৰী-অনিল চৌধুৰীৰ *আবিৰ্ভাৱৰ* বাবেই বহু যুগ ধৰি অপেক্ষা কৰি আছিল।

গিৰিশ চৌধুৰীয়ে সাহিত্যৰ ক্ষেত্ৰখনত বৰ বেছি কাম কৰা নাই। আচলতে নাট আৰু মঞ্চৰ সৰ্বাত্মক চিন্তাতেই লাগি থকা মানুহে অবিৰত সাহিত্যসেৱাৰ বাবে সুবিধাই বা পায় ক'ত? পিছে হেগাচোৰোকাকৈ, কেতিয়াবা নিজৰ তাগিদাত (ইয়াৰ পৰিমাণ তেনেই কম) কেতিয়াবা আনৰ তাগিদাত আৰু কেতিয়াবা কৰ্মক্ষেত্ৰৰ তাগিদাত তেওঁ সাহিত্যচৰ্চাৰ নামত যিখিনি কৰিছে, সেইখিনি গুণবত্তা (—কোৱালিটি), প্ৰাসংগিকতা আৰু গুৰুত্বৰ বিচাৰেৰে বেছ উচ্চ পৰ্য্যায়ৰ। মানুহজনৰ দৰেই তেওঁৰ ভাষা সহজ, লিখাৰ ভংগী সৰল আৰু বক্তব্যৰ ক্ষেত্ৰত তেওঁ একেবাৰেই অকপট। তদুপৰি তেওঁৰ ব্যাকৰণ আৰু বাক্যবিন্যাসত ভুল তেনেই কম। এই আটাইবোৰ গুণ আমাৰ মাজৰ বহু সাহিত্যিকৰেই নাই।

এই আটাইবোৰ গুণৰ সমাহাৰ ঘটা সত্ত্বেও, তেওঁ বেছিকৈ লিখিব নোৱাৰিলে। এইটো সঁচাকৈয়ে দুখৰ কথা। তেওঁৰ এই চমু সাহিত্যকীৰ্তি সময়ৰ লগে লগে হেৰাই যাব দিয়াটো সমীচীন নহ'ব। সেয়ে অইন অনুষ্ঠান বা প্ৰকাশক আগ বাঢ়ি নাহিলেও, পৰিয়ালৰ উদ্যোগতে হ'লেও, তেওঁৰ বিভিন্ন

ক্ষেত্ৰৰ আটাইবোৰ লিখা একেলগ কৰি *গিৰিশ অমনিবাস* বা *গিৰিশ ৰচনা সম্ভাৰ* এখন প্ৰকাশ কৰাৰ আঁচনি শীঘ্ৰেই হাতত ল'ব লাগে বুলি আমি ভাবোঁ।

নানান কাৰণত এই অভিনন্দন গ্ৰন্থখন যি ধৰণে পৰিকল্পনা কৰা গৈছিল, সেইমতে কৰি উলিয়াব পৰা নগ'ল। তাৰ বাবে আমি গিৰিশ চৌধুৰীদেৱ আৰু তেওঁৰ গুণমুগ্ধ আৰু পঢ়ুৱৈৰপৰা আগতীয়াকৈ ক্ষমা প্ৰাৰ্থনা কৰি থৈছোঁ। সময় আৰু সমলৰ অভাৱেই এই ক্ষেত্ৰত আমাক আমনি কৰিলে বেছি।

যিসকল সদাশয় লোকে আমাৰ অনুৰোধ-আৱেদন ৰক্ষা কৰি ইয়াক প্ৰবন্ধ-পাতি-কবিতা আদিৰে সজালে সেই সকললৈ আমি ইয়াৰ জৰিয়তেই আন্তৰিক কৃতজ্ঞতা আৰু ধন্যবাদ জ্ঞাপন কৰিলোঁ। গিৰিশদাৰ লগতে তেওঁলোকৰ গোটেই ঘৰখনৰ প্ৰতিগৰাকী সদস্য আৰু সম্পাদনা সমিতিৰ সদস্যসকলৰ অকুণ্ঠ সহযোগিতা আৰু পূৰ্বাঞ্চল প্ৰিণ্টাৰ্চৰ স্বত্বাধিকাৰী শংকৰ ৰাম বৰুৱাৰ সদিচ্ছা তথা সহমৰ্মিতা অবিহনে এই গ্ৰন্থখন ইমান কম দিনৰ ভিতৰতে আপোনালোকৰ হাতত তুলি দিব পৰাটো সম্ভৱ নহ'লহেঁতেন। ৰাম গোস্বামী দেৱৰ তাগিদা আৰু ৰণেন্দ্ৰৰাম বৰুৱাৰ বিশেষ সহায় অবিহনে এই অভিনন্দন গ্ৰন্থখন আপোনালোকৰ হাতত তুলি দিয়াটো সম্ভৱ নহ'লহেঁতেন। সেয়ে এই সুযোগতে আমি এই সদাশয় ব্যক্তিসকলৈকে আন্তৰিক কৃতজ্ঞতা আৰু ধন্যবাদ জ্ঞাপন কৰিছোঁ। চেষ্টা সত্ত্বেও, ছপাৰ প্ৰমাদকে ধৰি এই গ্ৰন্থত ভালেখিনি দোষ-ত্ৰুটী ৰৈ গৈছে। তাৰ বাবে সকলো দোষ এই অভাজনৰেই বুলি ধৰি লৈ ক্ষমা কৰি দিব বুলি আশা কৰিলোঁ।

প্ৰীতি, শ্ৰদ্ধা আৰু আকৌ লগ পোৱাৰ আশাৰে,—

৫ ফেব্ৰুৱাৰী ২০০১

৫.২.২০০১

# পশ্চিম গুৱাহাটীত নাট্য চৰ্চা ঃ এটি চমু আভাস...

মৃণাল কটকী

পশ্চিম গুৱাহাটীত নাট্যচৰ্চ্চাৰ ধাৰাবাহিকতা ৰক্ষা কৰাৰ ক্ষেত্ৰত নটসম্ৰাট গিৰিশ চৌধুৰীদেৱৰ অৱদান অসামান্য। আৰু ঠিক সম্ভৱ সেই কাৰণেই, এই অঞ্চলৰ ক্ৰমে হেৰাই যাব ধৰা নাট্যচৰ্চাৰ সমলসমূহ লিপিবদ্ধ কৰি ৰখাৰ তাগিদাতেই *নটসম্ৰাট গিৰিশ চৌধুৰী অভিনন্দন গ্ৰন্থৰ* সম্পাদকে মোক চৌধুৰীদেৱৰ অৱদানৰ প্ৰতি বিশেষ গুৰুত্ব দি উক্ত বিষয়টো লৈ এটা প্ৰবন্ধ লিখিব দিছিল। পিছে কামটো দুৰূহ আৰু কষ্টসাধ্য। লগতে প্ৰায় অসম্ভৱো। কাৰণ এই অঞ্চলটোত নাট্যচৰ্চাৰ ইতিহাস যথেষ্ট পুৰণি যদিও, ইয়াৰ কোনো লিখিত সা-সমল পোৱা নাযায়। যিখিনি পোৱা গৈছে সেইখিনি অতি সাম্প্ৰতিক কালৰ আৰু ক্ৰমানুসৰে পোৱা হোৱা নাই। সেইবাবে বেছি ভাগ ক্ষেত্ৰতেই নাট্যচৰ্চা কৰি থকা আৰু কৰিবলৈ এৰা, এই অঞ্চলৰ বিভিন্ন ব্যক্তিৰপৰা মৌখিক আলোচনাৰ জৰিয়তে ইয়াৰ সমল গোটোৱা হৈছে। সেইবাবে ই সম্পূৰ্ণ নহয়, এটি চমু আভাসহে। তদুপৰি স্মৃতিৰপৰা যোগাৰ কৰা বাবে বহু ক্ষেত্ৰত উল্লেখ কৰিবলগীয়া নামো হয়তো অনিচ্ছাকৃতভাৱে বাদ পৰি যাব পাৰে। দুই এটা নাম-উপাধি আদিও আচল নামৰপৰা সামান্য বেলেগ হ'ব পাৰে। চন-তাৰিখৰ ক্ষেত্ৰতো সেই একেটাই কথা।

এই সকলোবোৰ দোষৰ বাবে আমি আগতীয়াকৈ পঢ়ুৱৈ ৰাইজৰপৰা ক্ষমা প্ৰাৰ্থনা কৰি থ'লোঁ।

গিৰিশদাক তেওঁৰ আশী বছৰীয়া জন্মদিনত সম্বৰ্দ্ধনা জনাব বুলি জানি মই বৰ আনন্দ পাইছোঁ। তেওঁক *নটসম্ৰাট* উপাধিৰে বিভূষিত কৰাটোও উচিৎ হৈছে; কাৰণ তেওঁ ১৯৪৩-৪৪ চন মানৰেপৰা আজি পৰ্য্যন্ত প্ৰায় তিনিকুৰি বছৰ ধৰি মঞ্চনাট, অনাতাঁৰ নাট, দূৰদৰ্শনৰ ধাৰাবাহিক আৰু চলচ্চিত্ৰজগতত বিশেষভাৱে সক্ৰিয়

হৈ আছে। আমি আশা কৰিছোঁ তেওঁ আৰু বহু বছৰ ধৰি ঠিক এনেদৰেই সক্ৰিয় হৈ থাকক আৰু উঠি অহা সকলক প্ৰেৰণা দিয়ক, পথ দেখুৱাওক......।

চল্লিশৰ দশকত কুমাৰপাৰাত বসবাস কৰা গিৰিশ চৌধুৰীদেৱে পশ্চিম গুৱাহাটীতেই নাট্য জীৱনৰ পাতনি মেলে। এই চৰ্চা অব্যাহত ৰাখি তেওঁ অসমৰ নাটক আৰু চলচ্চিত্ৰ জগতলৈ উল্লেখযোগ্য বৰঙণি যোগায়। পশ্চিম গুৱাহাটীত নাট্যচৰ্চাৰ এটি বিশেষ আৰু অনুকূল পৰিৱেশ থকা বাবেই এইটো সম্ভৱ হৈছে। এই পৰিৱেশ মাজে মাজে ব্যাহত হৈছে যদিও, দুই-এজনৰ অহোপুৰুষাৰ্থৰ ফলত এতিয়াও এই ধাৰা প্ৰবাহিত হৈ আছে।

গিৰিশ চৌধুৰীদেৱৰ লগত পশ্চিম গুৱাহাটীত একেলগে নাটক কৰা এগৰাকী বিশিষ্ট বয়োজ্যেষ্ঠ শিল্পী কামাখ্যা মন্দিৰৰ কাষৰে স্থায়ী বাসিন্দা গংগা শৰ্মাদেৱ। তেওঁৰ মতে, চল্লিশৰ দশকৰ মাজভাগতো (প্ৰায় '৪৪) দ্বিতীয় মহাসমৰৰ পিছৰ কালছোৱাত পশ্চিম গুৱাহাটী অঞ্চল মিলিটেৰিৰে ভৰি আছিল। চাৰিওফালে যুদ্ধ হৈ যোৱাৰ পিছৰ ভয়ানক পৰিস্থিতি। তাৰ মাজতে পশ্চিম গুৱাহাটী অঞ্চলৰ বিভিন্ন এলেকাৰপৰা নাটপ্ৰেমী লোক গোটাই মাছখোৱাত অস্থায়ী মঞ্চ সজাই নাটক অভিনয় কৰা হৈছিল। এইবোৰত আগ ভাগ লৈছিল গিৰিশ চৌধুৰী, তেওঁৰ ভায়েক অনিল চৌধুৰী, মোৱাজ্জিন আলি, মছলেহ উদ্দিন আহমেদ (ভুকুন),[1] ইচা হক আদি নাটপ্ৰেমী ডেকাসকলে। সেই ভয়ানক সামাজিক অস্থিৰতাৰ সময়তো,[2] ইমান মিলিটেৰিৰ মাজতো পশ্চিম গুৱাহাটীৰ নাটপ্ৰেমী ৰাইজে নিৰ্ভীকভাৱে নাটক চাবলৈ আহি নাটকৰ্মীসকলক উৎসাহিত কৰিছিল।

প্ৰত্যক্ষদৰ্শী এগৰাকী নাটপ্ৰেমী অধ্যাপক আবুল লেইচৰ মতে,

---

১। সম্প্ৰতি বাংলা দেশৰ বাসিন্দা।

২। অসমত এতিয়া ঘোষিত যুদ্ধ নাই; কিন্তু ১৯৯৯ চনত পাটাছাৰকুছিত *প্ৰাগজ্যোতি ক্লাবে* শ্যামাপ্ৰসাদ শৰ্মাৰ শিশু-চেমনীয়াৰ নাট *নাটৰ মাজৰ নাটৰ* আখৰা চলাই থকা সময়ত, সেনাই আখৰা কৰা শিল্পীসকলৰ ওপৰত কৰা উৎপাতৰ বাবে নাটকৰ আখৰা আৰু অভিনয় বন্ধ কৰিবলগীয়াত পৰে। কমাৰকুছিৰ বিশিষ্ট নাট্যদল *গংগাপৰীয়া নাট্যগোষ্ঠীও* এনে ধৰণৰ অত্যাচাৰত জৰ্জৰিত হৈ নাটক কৰিবলৈ এবাৰ দবেই হৈছে।
—সম্পাদক

মাছখোৱাৰ দুয়োটা মছজিদৰ মাজত এফ এ ৰোডৰ পূব পিনে আবুল খয়েৰ[৩] চাহাবৰ চৌহদৰ খালি থকা অংশত গিৰিশ চৌধুৰী, গংগা শৰ্মা (কামাখ্যা), সত্যেন্দ্ৰনাথ শৰ্মা (কামাখ্যা), মোবাজ্জিন আলি, অনিল চৌধুৰী আৰু হৰেন দাস (পাণবজাৰ) আদি শিল্পীসকলে মঞ্চ সাজি অভিনয় কৰা সৰু কালিতে তেওঁ নিজেই দেখিছে। তেওঁৰ মতে ঠিক সেই ঠাইতে এতিয়া তেওঁৰ দুমহলীয়া ঘৰটো সজা হৈছে। ইয়াৰে তৃতীয় আৰু পঞ্চম গৰাকীয়ে মহিলাৰ চৰিত্ৰত অভিনয় কৰিছিল।

ভৰলুমুখৰ স্থায়ী বাসিন্দা ৰাজেন চৌধুৰীদেৱৰ মতে চল্লিশৰ দশকত অসমীয়া মৌলিক নাটকৰ বেছ অভাৱ আছিল। সেয়ে বেছি ভাগ ক্ষেত্ৰতেই বাংলা বা অইন ভাষাৰপৰা অনুবাদ কৰি লোৱা বুৰঞ্জীমূলক বা ধৰ্মমূলক নাটকেই বেছি ভাগ কৰা হৈছিল। দ্বিতীয় বিশ্বযুদ্ধৰ ঠিক পিছতে, প্ৰায় ১৯৪৪ চন মানত, যেতিয়া বিভিন্ন দেশৰপৰা অহা মিলিটেৰিৰে ভৰলুমুখ অঞ্চল ভৰি আছিল, তেতিয়াই মিলিটেৰিলৈ কোনো ধৰণৰ ভয়-ভীত নকৰি ৰোহিণীকুমাৰ চৌধুৰীদেৱৰ[৪] ঘৰৰ কাষতেই খালী থকা এডোখৰ ঠাইত সৰস্বতী পূজা উপলক্ষ্যে *কাশ্মীৰ কুঁৱৰী* নামৰ নাটখন মঞ্চস্থ কৰা হয়। স্থানীয় ডেকাসকলৰ সহযোগত এই নাটক বিশেষভাৱে সফল হয়। ইয়াত অভিনয় কৰা সকলৰ ভিতৰত মুখ্য আছিল কুমুদ চৌধুৰী, ভুবনেশ্বৰ গোস্বামী, ৰবীন দাস, ৰাজেন চৌধুৰী, প্ৰফুল্ল দাস, যদু বৰা, হীৰেন্দ্ৰমল্ল বুজৰবৰুৱা আৰু হৰেকৃষ্ণ দাস আদি।[৫]

সেই সময়ত নাৰীচৰিত্ৰত পুৰুষে অভিনয় কৰাৰ প্ৰথাই চলি আছিল। এই নাটকৰ দুটা উল্লেখযোগ্য চৰিত্ৰত ৰবীন দাস আৰু প্ৰফুল্ল দাসে সুন্দৰ অভিনয় কৰিছিল বুলি ৰাজেন চৌধুৰীদেৱৰপৰাই জনা যায়।

ইয়াৰ পিছৰ বছৰ (১৯৪৫ ইং), এই একেটা দলেই, সোণাৰাম হাইস্কুলৰ ছাত্ৰাবাসৰ দীঘলীয়া ঘৰটোকেই মঞ্চ প্ৰেক্ষাগৃহ[৬] কৰি *মেবাৰ*

৩। আবুল লেইচৰ দেউতাক।

৪। পিছলৈ অসমৰ মন্ত্ৰী আৰু বিশিষ্ট কংগ্ৰেছ নেতা।

৫। ইয়াৰে শেষোক্ত চাৰিগৰাকী এতিয়া আৰু আমাৰ মাজত নাই; বাকী কেইগৰাকী আছে।

*সন্ধ্যা* মঞ্চস্থ কৰে। তেতিয়াও ব্ৰিটিচ চৰকাৰৰ হৈ জাপানৰ বিৰুদ্ধে যুঁজিবলৈ অহা বিভিন্ন দেশৰ বগা মিলিটেৰিবে সোণাৰাম স্কুল ভৰি আছিল। এই নাটকত কামাখ্যা গেট অঞ্চলৰ প্ৰসিদ্ধ অভিনেতা সুবোধ শৰ্মাই[৭] খলনায়কৰ ভাওত সুন্দৰ অভিনয় কৰিছিল।

এই দুয়োখন নাটকতে দলটোৰ ৰূপসজ্জা কৰিছিল অৰবিন্দ দাসে (অকন)।[৮]

১৯৪৬ চনত বৰ্তমান তৰুণৰাম ফুকন উদ্যানৰ দক্ষিণপিনে থকা ৰবীন খাউণ্ডৰ ঘৰৰ চৌহদত তেতিয়া ভালেখিনি খালী ঠাই আছিল। তাতেই বিষ্ণু ৰাভাদেৱে লগৰীয়াসকলৰ সৈতে, অস্থায়ী মঞ্চ সাজি *কনৌজ কুঁৱৰী* নাটখন মঞ্চস্থ কৰিছিল। শিল্পীসকলৰ কেইগৰাকীমান আছিল ৰাজেন চৌধুৰী, কুমুদ চৌধুৰী, ৰবীন দাস, বলেন্দ্ৰৰাম ফুকন, অনিল চৌধুৰী, বীৰেন্দ্ৰৰাম ফুকন আৰু সুবোধ শৰ্মা আদি।[৯] ইয়াৰ নাৰীচৰিত্ৰত ৰূপদান কৰিছিল অনিল চৌধুৰী আৰু ৰবীন দাসে। উল্লেখযোগ্য, এই নাটতেই পোন প্ৰথমবাৰৰ বাবে পশ্চিম গুৱাহাটীত জোনা বৰুৱাৰ নেতৃত্বত ছোৱালীৰ দল এটাই নাটকৰ এটা দৃশ্যৰ নৃত্যাংশত ভাগ লৈছিল।[১০] নাটখনৰ পৰিচালক বিষ্ণু ৰাভা আৰু সংগীত পৰিচাক ভূপেন হাজৰিকা।

ভৰলুমুখৰে কুলেন শইকীয়াৰ মতে ১৯৪৭ চনত পশ্চিম গুৱহাটীত মঞ্চস্থ হোৱা অতুলচন্দ্ৰ হাজৰিকাদেৱৰ *সাবিত্ৰী-সত্যৱান* কেবাটাও দিশৰপৰা গুৰুত্বপূৰ্ণ। ইয়াত সাবিত্ৰীৰ চৰিত্ৰটো নিৰুপমা দাসক[১১] কৰিবলৈ কোৱাত তেওঁ এটা চৰ্ত বান্ধি দিলে : *সত্যৱানৰ চৰিত্ৰটো যদি পুৰুষৰ সলনি কোনো নাৰীয়ে কৰে, তেতিয়াহ'লে তেওঁ সাবিত্ৰীৰ চৰিত্ৰটো কৰিবলৈ ৰাজী।*

---

৬। ছাত্ৰাবাসৰ এই দীঘলীয়া ঘৰটো শান্তিপুৰৰ বাছ ষ্টেণ্ডৰ উত্তৰ পিনে। সম্প্ৰতি ইয়াত এতিয়া কেবাবছৰো ধৰি সেনাৰ বাহৰ চলি আছে। '৪৫ৰ পিছত ইয়াত আৰু নাটক হৈছিল নেকি জনা নাযায় যদিও ভৰলুমুখৰে *ইয়ং থিয়েট্ৰিকেল গ্ৰুপ* (YTG)ৰ জন্মলগ্নৰ (১৯৬৪—১৯৭৮) দুখনমান নাট ইয়াতেই মঞ্চস্থ কৰা হৈছিল। এই গোষ্ঠীৰ উদ্বোধনী অনুষ্ঠানো ইয়াতেই হৈছিল। ইয়াক নতুনকৈ সজাই-পৰাই ল'লে, দুশ দৰ্শকৰ বাবে ভাল মঞ্চ-প্ৰেক্ষাগৃহ হ'ব পাৰে। —সম্পাদক।

৭। এই গৰাকী বিশিষ্ট অভিনেতাৰ স্মৃতিত কিবা অকণ কৰা উচিৎ।

৮। ভূপেন হাজৰিকা, দাসদেৱৰ ভাগিন।

৯। শেষৰ চাৰিগৰাকী এতিয়া আৰু আমাৰ মাজত নাই।

১০। অভিনয়ত নহয়, নৃত্যাংশত হে। হ'লেও নাটকলৈ ছোৱালী অহাৰ বাটত সেয়াই কিজানি প্ৰথম পদক্ষেপ। অভিনয়ৰ বাবে নহে, নাচৰ বাবে নাটকলৈ ছোৱালী আহিব দিয়াটোও সেই যুগত কম কথা নহয়। ইয়াৰপৰাই অনুমান কৰিব পাৰি যে পশ্চিম গুৱাহাটীত সঘনে হোৱা নাট্যাভিনয়ে এচাম অভিভাৱক আৰু সম্ভাৱনাপূৰ্ণ শিল্পীৰ 'নেক নজৰ' নিশ্চয় নাটকৰ প্ৰতিও আকৰ্ষিত কৰিবলৈ ধৰিছিল। —সম্পাদক।

১১। পিতা ৰামপ্ৰসাদ দাস, ভৰলুমুখ।

এইবাৰ শেনৰ এজাত! একেবাৰে ওলোটা খৰ! পুৰুষে কৰি অহা নাৰী চৰিত্ৰৰ সমান্তৰালভাৱে এইবাৰ পুৰুষৰ চৰিত্ৰত নাৰীৰ অৱতৰণ!

অৱশ্যে অৱশেষত নিৰুপমাৰ চৰ্ত মানি লোৱা হ'ল আৰু সত্যৱানৰ ভাওত অভিনয় কৰিলে উৰ্বশী দাসে।[১২] এইখন নাটকতে শইকীয়াদেৱে এটি নাৰীচৰিত্ৰত[১৩] সুন্দৰ অভিনয় কৰা বুলি জানিব পৰা যায়।

১৯৪৮ চনত *ভৰলুমুখ যুৱ সংঘৰ* সৌজন্যত মঞ্চস্থ হৈছিল *আনাৰকলি*। নাটখন হৈছিল বৰ্তমানৰ কালিৰাম বৰুৱা ছোৱালী হাইস্কুলৰ কাষৰে খালী ঠাই এডোখৰত। ইয়াত বীণা দাসে পোন প্ৰথমবাৰৰ বাবে মঞ্চত পুৰুষৰ সৈতে অভিনয় কৰিবলৈ লোৱা বুলি কয়। অন্যান্য শিল্পীসকলৰ কেইগৰাকীমান আছিল গিৰিজা হাজৰিকা, তচদ্দুক ইউচুফ, ভূপেন দাস, মোৱাজ্জিন আলি, যদু বৰা, কুমুদ চৌধুৰী আৰু মৃণাল কটকী। ৰূপসজ্জাৰ কাম কৰি দিছিল অৰবিন্দ দাসে (অকন)।

চল্লিশৰ দশকত ৰাজেন চৌধুৰীৰ নাটক *দিগ্বলয়ৰ পম খেদি* মঞ্চস্থ হৈছিল কালিৰাম বৰুৱা ছোৱালী হাইস্কুলৰ কাষৰ খালী ঠাই এডোখৰত। ইয়াত অভিনয় কৰিছিল ভূপেন দাস, নৰেন বৰুৱা,[১৪] যদু বৰা, অতুল ভট্ট আৰু মৃণাল কটকীয়ে।

পশ্চিম গুৱাহাটীৰ নাটকৰ্মীসকলে চল্লিশৰ দশকত *ৱেষ্ট গৌহাটী আৰ্ট প্লেয়াৰ্চ* নাম দি এটা চৌখিন নাট্যগোষ্ঠী খোলে। তেওঁলোকে তেতিয়া কামাখ্যাৰপৰা নাটকৰ দৃশ্যপট[১৫] আনি মাছখোৱা অঞ্চলত অস্থায়ী মঞ্চ সাজি নাটক কৰিছিল।

---

১২। পিতা কালিচৰণ দাস। বিবাহসূত্ৰে পিছলৈ হাজৰিকা।

১৩। নাৰীয়ে নাৰীৰ চৰিত্ৰত অভিনয় কৰিলে সহ-অভিনয় বুলি কয়। পুৰুষে নাৰীৰ চৰিত্ৰত অভিনয় কৰিলে নাৰীবৰ্জিত অভিনয় বুলি ক'ব পাৰি। একেলগে নাৰীয়ে পুৰুষৰ আৰু পুৰুষে নাৰীৰ চৰিত্ৰত অভিনয় কৰা নাটকৰ অভিনয়-শৈলীক বাৰু কি বোলা যাব? --মিশ্ৰ-অভিনয়? বিপৰীত-অভিনয়? সানমিহলি অভিনয়?? --এনে অভিনয়শৈলীৰ উদাহৰণ আৰু ক'ৰবাত আছে যদি আমাৰ জনা নাই। থাকিলে, সদাশয় পঢ়ুৱৈয়ে আমাক জনালে আমি হয়তো আগলৈ আৰু এক নতুন দিশত অধ্যয়নৰ সুযোগ পাম। শেহতীয়া বাতৰিমতে, হলিউডৰ বিখ্যাত অভিনেত্ৰীসকলৰ বহুতে আজিকালি একো একোখন নাটকত নাৰী আৰু পুৰুষ সকলো ধৰণৰ চৰিত্ৰ কৰা আৰম্ভ কৰি দিছে। —সম্পাদক।

১৪। *নানা* নামেৰে বেছি পৰিচিত এইগৰাকী শিল্পী পিছলৈ আকাশবাণীৰ জনপ্ৰিয় বাতৰি পঢ়োঁতাৰূপে প্ৰতিষ্ঠিত হৈছিল।

চৌখিনৰ নাট্যচৰ্চ্চাৰ লগে লগে পশ্চিম গুৱাহাটীত কেইগৰাকীমান অতি উৎসাহী লোকৰ উদ্যোগত যাত্ৰাদলো গঠন হৈছিল (১৯৪৯)। এই দলটোই স্থানীয়ভাৱে ভৰলুমুখ, শান্তিসভা (কুমাৰপাৰা) আদিত পূজা উপলক্ষে যাত্ৰাভিনয় কৰাৰ উপৰিও অইন ঠাইলৈ গৈও যাত্ৰাভিনয় কৰিছিল। দুবছৰমান চলাৰ পিছত এই যাত্ৰা দলটো ভাঙি যায়।

এই যাত্ৰাদলৰ অভিনেতা শিৱনাথ দাস আৰু মহীন্দ্ৰ ভূঞাৰ মতে ১৯৫১ চনত ফটাশিল-আমবাৰীৰ সতু চাংমাই পুনৰ এটি যাত্ৰাদল আৰম্ভ কৰে। এই দলটোত কুমাৰপাৰাৰ শিৱনাথ দাস, ফটাশিল আমবাৰীৰ মহীন্দ্ৰ ভূঞা আৰু ফটাশিল গৌৰী শৰ্মা কল'নিৰ পাৰ্ব্বিতীপ্ৰসাদ শৰ্মাই[১৬] অভিনেতা হিচাপে যোগ দিয়ে। পাৰ্বতীপ্ৰসাদ শৰ্ম্মাৰ যাত্ৰাভিনয় দলটোৰ সাফল্যৰ অন্যতম কাৰণ আছিল বুলি প্ৰত্যক্ষদৰ্শীসকলে এতিয়াও কয়। সেই সময়ত সেই দলটোত পাৰ্বতীপ্ৰসাদ শৰ্মাই একমাত্ৰ উচ্চশিক্ষিত অভিনেতা আছিল।

এই দলটোই কেবা বছৰো সুখ্যাতিৰে নাট্যভিনয় কৰিছিল। এই দলটো ভাঙি যোৱাৰ পিছত পশ্চিম গুৱাহাটীত আৰু যাত্ৰাদল গঠন হোৱাৰ কথা আমাৰ জনা নাই।

পঞ্চাশৰ দশকত পশ্চিম গুৱাহাটীৰপৰা শিক্ষিত ছোৱালীৰ দল এটা নিৰ্ভীকভাৱে ওলাই আহিছিল নাটক কৰিবলৈ। সেই সময়ত থিয়েটাৰত অংশগ্ৰহণ কৰাটো ছোৱালীৰ বাবে সহজ নাছিল আৰু থিয়েটাৰ-চিনেমাত অভিনয় কৰা ছোৱালীক সমাজে মুকলিকৈ নহ'লেও আঁৰ চকুৰেই হীন বুলি ভবিছিল।

---

১৫। দৃশ্যসজ্জাৰ সলনি দৃশ্যপট (ইং চিন) ব্যৱহাৰ কৰাটো সেই কালত নাটকৰ অপৰিহাৰ্য্য অংগ আছিল। গোটা বাঁহেৰে মেৰিয়াই দৃশ্যপটবোৰ ওলোমাই থোৱা হৈছিল। দৃশ্যান্তৰ কৰাৰ পৰত, এইবোৰ ঘূৰাই থিয় কৰি মেলি দিলেই মঞ্চৰ পিছ পিনে সুন্দৰকৈ আঁকা বিভিন্ন ঠাইৰ দৃশ্যপট দেখিবলৈ পোৱা গৈছিল। ৰাজসভা, অট্টালিকা, যুদ্ধভূমি আদি বিভিন্ন দৃশ্যৰ পটভূমি প্ৰয়োজন অনুসৰি অতি নিখুঁতভাৱে আঁকা হৈছিল। পোহৰ পৰিলে, সেইবোৰে প্ৰায় বাস্তৱৰূপ লৈছিল। তাৰ সম্মুখত দৃশ্যৰ মেজাজ অনুযায়ী অভিনয় হৈছিল। নাটকত বাস্তৱধৰ্মী প্ৰয়োজনাৰ বাবে এইবোৰ অপৰিহাৰ্য্য আছিল। কামাখ্যা ধামত দৃশ্যপট অতি সুন্দৰকৈ আঁকিব পৰা কেবাকগৰাকীও উচ্চ পৰ্য্যায়ৰ চিত্ৰশিল্পী আছিল।

সংৰক্ষণৰ অভাৱত এইবিধ কলা সম্প্ৰতি লুপ্তপ্ৰায় হৈ পৰিছে। আমাৰ নাটকৰ বিবৰ্তনৰ ক্ষেত্ৰত এইবিধ কলাৰ কলাগুণি সম্পৰ্কে অধ্যয়নৰ যথেষ্ট অৱকাশ আছে। —সম্পাদক

১৬। এওঁৰ বিষয়ে সবিশেষ জনাৰ বাবে *শ্যামপ্ৰসাদ শৰ্মা* সম্পাদিত *প্ৰজ্ঞাঞ্জলি বিজ্ঞান নাটক* ১৯৯৯ চাব পাৰে।

এই দলটোৱে সোণাৰাম হাইস্কুল চৌহদত অস্থায়ী মঞ্চ সাজি নাটকখন মঞ্চস্থ কৰিছিল। ধৰ্মমূলক এই নাটকখনৰ বিষয়েও সবিশেষ গোটাব পৰা নাই যদিও যিসকল দূৰদৰ্শী নাৰীয়ে এই বলিষ্ঠ পদক্ষেপ লৈছিল তেওঁলোকৰ কেইগৰাকীমানৰ নাম সংগ্ৰহ কৰা হৈছে : ভৰলুমুখৰ নিৰুপমা চৌধুৰী (পিছলৈ তালুকদাৰ)[১৭] আৰু মণিমালা চৌধুৰী (পিছলৈ দাস), কুমাৰপাৰাৰ অনিমা চৌধুৰী,[১৮] মাছখোৱাৰ ৰৌশন আৰা বেগম (ঘৰুৱা নাম পাৰুল) আৰু হালিমা বখ্‌ট্।[১৯] বেগমে পিছলৈ অসম চৰকাৰৰপৰা শিল্পী পেঞ্চন পায়।

পঞ্চাশৰ দশকতে বামপন্থী ৰাজনীতিৰ অক্লান্ত কৰ্মী আৰু খ্যাতনামা চিত্ৰশিল্পী ভৰলুমুখৰ ধূৰ্জটি শৰ্মাই নিজে নাট লিখি অভিনয় আৰু পৰিচালনাও কৰিছিল। এওঁৰ প্ৰথমখন নাট *কৃষ্ণচূড়া* আৰ্য্য নাট্য মন্দিৰত তেওঁৰ পৰিচালনাতে মঞ্চস্থ হৈছিল। ইয়াতেই আঠগাঁৱৰ সৰবৰহী যুৱক হৰিনায়ণ দাসে পোন প্ৰথমবাৰৰ বাবে অভিনয় কৰে। ইয়াৰপৰাই তেওঁ অসমৰ চিনেমা জগতত[২০] অভিনয় কৰাৰ সুযোগো পায়। শৰ্মাদেৱৰ দ্বিতীয়খন নাট *ছপাশালৰ চেকা।* এইখনৰ সবিশেষ জানিব পৰা হোৱা নাই।

প্ৰায় সমসাময়িকভাৱে পশ্চিম গুৱাহাটীৰপৰা আন এখন নাট *মণিৰাম দেৱান* মঞ্চস্থ হৈছিল আৰ্য্য নাট্য মন্দিৰত[২১] সৰ্বেশ্বৰ চক্ৰৱৰ্তীৰ পৰিচালনাত। ইয়াত অভিনয় কৰা কেইগৰাকীমান হ'ল মুকুল ভূঞা, কমলেন্দ্ৰ শৰ্মা, নৰেন বৰুৱা (নানা) আৰু মৃণাল কটকী।

কামাখ্যা অঞ্চলটো চল্লিশৰ দশকৰ আগৰেপৰাই নাট আৰু অভিনয়ৰ ক্ষেত্ৰত আগ বঢ়া আছিল। অৱশ্যে পোনপ্ৰথমে

১৭। পিছলৈ স্থানীয় কালিৰাম বৰুৱা ছোৱালী হাইস্কুলৰ শিক্ষয়িত্ৰী।

১৮। পিছলৈ বি বৰুৱা কলেজৰ অধ্যাপিকা।

১৯। সম্ভাৱনাপূৰ্ণ এই গৰাকী নাটকৰ্মীয়ে পিছলৈ তেওঁৰ সৃষ্টিৰ ধাৰাবাহিকতা অক্ষুণ্ণ ৰাখিব নোৱাৰিলে। এয়া আমাৰ বাবে পৰম খেদ আৰু ক্ষতিৰ কাৰণ। —সম্পাদক।

২০। ভূপেন হাজৰিকাদেৱৰ *এৰাবাটৰ*।

২১। ৰবীন্দ্ৰ ভৱন আৰু জিলা পুথিভঁৰাল হোৱাৰ আগতে পূব গুৱাহাটীৰ বাবে কুমাৰ ভাস্কৰ নাট্য মন্দিৰ আৰু পশ্চিম গুৱাহাটীৰ বাবে আৰ্য্য নাট্য মন্দিৰ। সময়ৰ সূঁতত ঐতিহ্যমণ্ডিত এই নাট্যমন্দিৰ দুটাৰ অৱস্থা বেয়া হৈ পৰে যদিও, ইতিমধ্যে চৰকাৰ আৰু স্থানীয় শিল্পীসকলৰ উদ্যোগত ভাস্কৰ নাট্য মন্দিৰক ন সাজত সজাই তোলা হৈছে। আৰ্য্য নাট্য মন্দিৰকো সেই একেদৰেই ন সাজত সজাই তোলাৰ প্ৰয়োজন আছে। এই উদ্দেশ্যে আজি তিনি-চাৰিবছৰমানৰ আগতে সদৌ গুৱাহাটী ভিত্তিত এখন সমিতি গঠন কৰা হৈছিল। প্ৰাৰম্ভিক সামান্য কাম-কাজ কৰাৰ পিছত সেই সমিতি আজি কেবাবছৰো ধৰি নিষ্ক্ৰিয় হৈ আছে। —সম্পাদক।

ইয়াত বাংলা যাত্ৰাই বেছিকৈ হৈছিল। পিছলৈ কামাখ্যাৰ নাট্য মন্দিৰত বাংলা ভাষাৰ মঞ্চনাটকো কৰা হৈছিল। কামাখ্যা নাট্য সমিতিয়ে পিছলৈ অসমীয়া নাটকৰ অভাৱৰ বাবে কামাখ্যাৰে সাৰদাকান্ত শৰ্মাৰদ্বাৰা বাংলাৰপৰা অসমীয়ালৈ অনুবাদ কৰি নাট মঞ্চস্থ কৰাৰ পৰম্পৰা এটাও গঢ়ি তোলে। এই সমিতিৰ উদ্যোগত ভূতনাথ শৰ্মাৰ অভিনয় আৰু পৰিচালনাত বহু কেইখন নাট সফলতাৰে মঞ্চস্থ কৰা হয়।

পিছৰ যুগত এই পৰম্পৰা ক্ৰমে দুৰ্বল হৈ আহে যদিও, বিভিন্ন উপলক্ষ্য লৈ পিছৰ চামে মাজে-সময়ে দুই-চাৰিখন নাটক কৰি আহিছে। ইয়াৰ এই নাট্য পৰম্পৰা পুনৰ উজ্জীৱিত কৰাৰ বাবে সত্তৰৰ দশকত (?) ডেকাসকলে একাংকিকা প্ৰতিযোগিতাৰো আয়োজন কৰিছিল। এই প্ৰতিযোগিতাই নাটকৰ্মীসকলক উৎসাহিত কৰা সত্বেও, প্ৰতিযোগিতাখনৰ ধাৰাবাহিকতা পিছে ৰক্ষা কৰিব পৰা নগ'ল। কৰিব পৰা হ'লে, এই অঞ্চলত নিশ্চয় ইয়াৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী হ'লহেঁতেন।

পঞ্চাশৰ দশকত শান্তিপুৰ আশ্ৰম ৰোডৰ কাষত দুলাল ৰয় আৰু চন্দ্ৰ বৰুৱাৰ সৈতে এখন নাটকত অভিনয় কৰাৰ কথা মোৰ আজিও মনত আছে। তেতিয়া দুলাল সৰু ল'ৰা। অৱশ্যে নাটকখনৰ নাম মই মনত পেলাব পৰা নাই। শান্তিপুৰ অঞ্চলৰপৰা দুলালহঁতে বিহু-পূজা আদি বিভিন্ন উপলক্ষ্য লৈ ছেগাচোৰোকাকৈ নাটক কৰি আছিল। একে সময়তে ভৰলুমুখ অঞ্চলত দীনেশ গোস্বামী, যদু বৰা, ভূপেন দাস, তাহেৰ জামাল, সুৰেন্দ্ৰৰাম ফুকন, মৃণাল কটকী, ৰমেশ দাস আদিয়েও একে ধৰণেই নাট্যচৰ্চাত ব্ৰতী আছিল।

পঞ্চাশৰ দশকত মাছখোৱা, শান্তিপুৰ, ভৰলুমুখ আদি অঞ্চলত বিভিন্ন উপলক্ষ্য লৈ কেবাখনো নাট মঞ্চস্থ হোৱাৰ খবৰ পোৱা যায়। পিছে, এইবোৰৰ সবিশেষ যোগাৰ কৰিব পৰা নগ'ল। এইদৰেই ভিন্ ভিন্ এলেকাত ভিন্ ভিন্ গোষ্ঠীৰদ্বাৰা পশ্চিম গুৱাহাটীৰ নাট্যচৰ্চা অব্যাহত আছিল।

১৯৬০ চনত শিৱসাগৰত হোৱা সদৌ অসম ভিত্তিক একাংকিকা নাট প্ৰতিযোগিতাত *ৱেষ্ট গৌহাটী ক্লাবে* সুৰেন

---

২২। ইয়াৰ কেইগৰাকীমান সদস্য আছিল ভূতনাথ শৰ্মা, কেশৱানন্দ শৰ্মা, সীতানাথ শৰ্মা আৰু সাৰদাকান্ত শৰ্মা।

দত্তৰ নাট *চগা আৰু চাকিৰে* তৃতীয় শ্ৰেষ্ঠ দলৰ স্থান লাভ কৰি জিলাখনলৈ গৌৰৱ কঢ়িয়াই আনিছিল। তেতিয়া দুটা পৰ্য্যায়ত সদৌ অসম একাংক নাট সন্মিলনৰ প্ৰতিযোগিতা সম্পন্ন হৈছিল। প্ৰথম পৰ্য্যায়ত জিলাভিত্তিক। ইয়াত শ্ৰেষ্ঠ বিবেচিত হোৱা একাংকিকাসমূহৰ মাজত দ্বিতীয় অৰ্থাৎ চূড়ান্ত পৰ্য্যায়ৰ প্ৰতিযোগিতা।

এই নাটত অভিনয় কৰা সকল আছিল ভূপেন দাস, যদু বৰা, তাহেৰ জামাল, দীনেশ গোস্বামী, বিভা দেৱী, নৰেন মেধি, অনিতা দেৱী আৰু মৃণাল কটকী।[২৩] ইয়াৰ ৰূপসজ্জাত আছিল অনিল দাস,[২৪] সংগীতত আছিল বিজয়শংকৰ দাস,[২৫] নবীন বৰা আৰু জগদীশ শৰ্মা।[২৬]

পশ্চিম গুৱাহাটীৰ বিহুখন অসমৰ দ্বিতীয়খন মঞ্চবিহু। ইয়াৰ আলম লৈও ব্যংগ্য আৰু খুহুটীয়া নাট্যদল এটা গঢ়ি উঠে। এই দলটোৱে প্ৰতি বছৰে বিহুত একো একোখন খুহুটীয়া চুটি নাট কৰি দৰ্শকৰ প্ৰিয়পাত্ৰ হৈ পৰে। এই ক্ষেত্ৰত মৃণাল কটকী[২৭] আৰু সুৰেন্দ্ৰৰাম ফুকনৰ কেবাখনো নাট বিশেষভাৱে জনপ্ৰিয় হৈ পৰে। ইয়াৰ জৰিয়তেই ন-পুৰণি শিল্পী একেলগে মঞ্চত উঠাৰ ফলত, ই উঠি অহা চামৰ বাবে বিশেষ আকৰ্ষণ আৰু অনুপ্ৰেৰণাৰ আঁকৰ হৈ পৰে। এই পৰম্পৰা প্ৰতিষ্ঠা কৰাত সহায় আগ বঢ়োৱা অভিনয় শিল্পীসকলৰ কেইগৰাকীমান হ'ল মৃণাল কটকী, সুৰেন্দ্ৰৰাম ফুকন, নবীন বৰা, মনোজ ফুকন, দেৱী দাস,[২৮] বীৰা সিং, দিলীপ দাস, প্ৰবীণ দাস আৰু হৰেন দাস। এই উপলক্ষ্যে নতুন প্ৰজন্মৰ কেবাগৰাকী নতুন অভিনেত্ৰীও এই দলৰ সৈতে নাটক কৰে।

---

২৩। ইয়াৰে প্ৰথমৰ চাৰিজন এতিয়া আৰু আমাৰ মাজত নাই। *গোস্বামী পিছলৈ সাংসদ হৈছিল। গোস্বামীৰ সৈতে বিবাহপাশত আবদ্ধ হৈ বিভা দেৱী পিছলৈ গোস্বামী হয়। অনিতা দেৱী পিছলৈ গোস্বামীৰ ভায়েকৰ সৈতে বিবাহপাশত আবদ্ধ হৈ গোস্বামী হয়গৈ।

২৪। পিছলৈ অসমীয়া চলচ্চিত্ৰ জগতৰ অন্যতম প্ৰতিষ্ঠিত খলনায়ক।

২৫। বেহুলাৰ যাদুকৰ আৰু অসমীয়া চলচ্চিত্ৰৰ দ্বিতীয় পৰ্য্যায়টোৰ অন্যতম নায়ক।

২৬। শেষৰ তিনিজন এতিয়া আৰু আমাৰ মাজত নাই।

২৭। মৃণাল কটকীৰ *টেকুৰা চাহাব, মৰ্ত্য লোকত গণেশ অপহৰণ* আদি; ধূৰ্জটি শৰ্মাৰ *শিয়াল পণ্ডিতৰ ৰাজসভা*।

২৮। সেইকালৰ 'প্ৰসিদ্ধ' ফটোগ্ৰাফাৰ। পাণবজাৰৰ বাসিন্দা।

এই পৰম্পৰা ক্ৰমান্বয়ে ম্লান পৰি আহে যদিও, পিছলৈ ষাঠিৰ দশকৰ মাজভাগ মানৰেপৰা শ্যামাপ্ৰসাদ শৰ্মাৰ উদ্যোগত আৰু *ইয়ং থিয়েট্ৰিকেল গ্ৰুপৰ* পতাকা তলত তেওঁৰেই ৰচনা আৰু পৰিচালনাৰে কেবা বছৰ ধৰি এই পৰম্পৰা অব্যাহত ৰখা হয়। এই কালছোৱাৰ মঞ্চসফল জনপ্ৰিয় ব্যংগ্যনাটিকা কেইখনমান হ'ল *জোঁৱাইৰ বিলৈ, প্ৰেমৰ সেতু পিয়াঁজ, পত্নীবিভূষণ* আদি। নতুন প্ৰজন্মৰ এইবোৰ প্ৰযোজনাত অংশগ্ৰহণ কৰা অভিনয়শিল্পীসকলৰ কেইগৰাকীমান হ'ল দুলু জামাল, হিড়ম্বেশ্বৰ কটকী, পৰমা মেধি, মিৰেল কুদ্দুচ, মনু মিৰ্জা, ৱাহিদ উল্লাহ, বখ্‌ট্‌ আমানুল্লা, দোষ্ট হবিবুৰ ৰহমান, ভাৰতী পাঠক, মুকু পাঠক, সাজি বেগম, লিলি বড়া আৰু চেমিম আখ্‌টাৰ আদি। ব্যংগ্য নাটৰ এই গোষ্ঠীটোৰ প্ৰায় প্ৰত্যেকেই অশেষ সম্ভাৱনাপূৰ্ণ আছিল আৰু পিছলৈ তাৰে কেইবাজনো অসমৰ মঞ্চ আৰু চলচ্চিত্ৰ জগতত প্ৰতিষ্ঠিতও হৈছে।

ইয়ং *থিয়েট্ৰিকেল গ্ৰুপৰ* জন্মলগ্নৰ নাটকবোৰ মুখ্যতঃ বিভিন্ন বিদেশী ভাষাৰ নাটৰপৰা অনুবাদ কৰি লোৱা হৈছিল। আয়নেস্কৰ উদ্ভট ৰীতিৰ *দি লেচন* নাটেৰে সোণাৰাম হাইস্কুলৰ ছাত্ৰাৱাসৰ দীঘলীয়া হলঘৰটোত ইয়ং *থিয়েট্ৰিকেল গ্ৰুপৰ* শুভ উদ্বোধন কৰা হয় (১৯৬৪)। নাটৰ পৰিচালনা আছিল দুলাল ৰয়ৰ আৰু নাট উদ্বোধন কৰিছিল ভূপেন হাজৰিকাদেৱে।

পিছলৈ এই গোষ্ঠীয়ে ইংৰাজী নাটকো[২৯] ইংৰাজীতেই কৰিছিল। অনূদিত আৰু বিদেশী নাট কৰাৰ এই পৰম্পৰাই নতুন অসমীয়া নাট্যকাৰ সৃষ্টিত বাধাৰ প্ৰাচীৰ সৃষ্টি কৰিব পাৰে। শ্যামাপ্ৰসাদ শৰ্মাৰ নেতৃত্বত এই চিন্তা-চৰ্চ্চা[৩০] আৰম্ভ হোৱাৰ লগে লগে গোষ্ঠীটোই অনূদিত আৰু বিদেশী নাট মঞ্চস্থ কৰাৰ পৰম্পৰা আৰম্ভণিৰ এক-দুই বছৰৰ ভিতৰতেই বাদ দিয়ে। এই সন্ধিক্ষণতেই, ইতিমধ্যেই *প্ৰেমৰ সেতু পিঁয়াজ, জোঁৱাইৰ বিলৈ* আৰু *ওফাইডাংপুৰৰ কবি সমাৰোহ* এই তিনিখন খুহঁটীয়া একাংকিকা নাটেৰে জনপ্ৰিয়

---

২৯। দি ফাদাৰ। মঞ্চস্থ হৈছিল লুই মেমৰিয়েল ছাত্ৰাবাসৰ সৰু প্ৰেক্ষাগৃহত (পাণবজাৰৰ গীৰ্জা চৌহদ)।

৩০। শ্যামাপ্ৰসাদ শৰ্মা, *জেহাদ, মৌলিক অসমীয়া নাটকৰ বিৰুদ্ধে, প্ৰেক্ষাপট, নিউ আৰ্টচ প্লেয়াৰ্চ*।

নাট্যকাৰৰূপে প্ৰতিষ্ঠিত হৈ পৰা শ্যামাপ্ৰসাদ শৰ্মাই গোষ্ঠীটোৰ বাবে মৌলিক নাট ৰচনা আৰু প্ৰযোজনাৰ দায়িত্ব কান্ধ পাতি ল'বলৈ আগ বাঢ়ি আহে। প্ৰায় ১০-১২ বছৰ কাল এই গোষ্ঠীটো সক্ৰিয় হৈ থাকে আৰু পশ্চিম গুৱাহাটীৰ উঠি অহা চামৰ বাবে প্ৰেৰণাৰ উৎস হৈ পৰে। এই গোষ্ঠীটোৱে এই কালছোৱাত বিভিন্ন ঠাইত একাংকিকা কৰাৰ উপৰিও প্ৰতি বছৰে কেতিয়াবা একোখন বা কেতিয়াবা একাধিক পূৰ্ণাংগ নাটক একেলগে জিলা পুথিভঁড়ালত মঞ্চস্থ কৰিবলৈ লয়। এই গোষ্ঠীৰ পতাকা তলতেই শ্যামপ্ৰসাদ শৰ্মাই *ৰক্তজবাৰ ঋতু, শেষ চৰিত্ৰৰ প্ৰতীক্ষাত, নায়ক নথকা নাটক, মঞ্চকন্যা, প্ৰেমৰ সেতু পিঁয়াজ, ৰবি ৰজা বুধ মন্ত্ৰী, অশ্লীলতাৰ স্বাক্ষৰ, মুক্তি আৰু হেৰোৱা হাঁহিৰ ছন্দ* আদি নাট ৰচনা আৰু মঞ্চস্থ কৰে।

*ইয়ং থিয়েট্ৰিকেল গ্ৰুপেই* পোন প্ৰথমবাৰৰ বাবে পশ্চিম গুৱাহাটী অঞ্চলত মৌলিক নাটক আৰু নাট্যকাৰৰ অভাব দূৰ কৰিবৰ বাবে এক যুগৰো অধিক কাল ধাৰাবাহিকভাৱে কাম কৰিছিল। ইয়াৰ জৰিয়তে নাট্যকাৰ সৃষ্টিৰ লগতে ভালে সংখ্যক নতুন শিল্পী আৰু কলা-কুশলীও ওলাই আহিছিল। এই গোষ্ঠীত ভাগ লোৱা অভিনেত্ৰীসকলৰ কেইগৰাকীমান হ'ল বিনীতা দেৱী, চেমিম আখটাৰ, সাজি বেগম, ভাৰতী পাঠক, মুকু পাঠক, বন্দনা গোস্বামী, মুনমুনী শৰ্মা, গীতা চৌধুৰী, ৰেজিনা বেগম, ৱাহিদা বেগম (নিপু), জুনু দাস, কমলা লহকৰ, কল্পনা ডেকা, লিলি দাস আৰু নিবেদিতা দাস আদি। এই গোষ্ঠীটোৱে শিশু-চেমনীয়াৰ নাট মঞ্চস্থ কৰিও নতুন প্ৰজন্মক সুবিধা দিছিল।

*ইয়ং থিয়েট্ৰিকেল গ্ৰুপৰ* নাট্যচৰ্চাই সোণাৰাম হাইস্কুল আৰু কালিৰাম বৰুৱা ছোৱালী হাইস্কুলতো আছুতীয়াভাৱে নাট্যচৰ্চাৰ পৰিবেশ গঢ়ি তোলে। বছৰেকীয়া বঁটা বিতৰণী উপলক্ষ্যে একাংকিকা প্ৰতিযোগিতা কেইবছৰমান ধৰি প্ৰায় নিয়মীয়াভাৱেই হ'ব ধৰে। এনেবোৰ প্ৰতিযোগিতাই ভালেমান ছাত্ৰছাত্ৰীক নাটকৰ প্ৰতি আকৰ্ষিত কৰিছিল। ইয়াৰে বেছিভাগেই পিছে পিছৰ যুগত সেই চৰ্চা অব্যাহত ৰাখিব নোৱাৰিলে। যিসকলে ৰাখিব পাৰিলে সেইসকলৰ কেবাগৰাকীও ইতিমধ্যে প্ৰতিষ্ঠিত হৈ পৰিছে। তাৰ ভিতৰত অসমীয়া নাট আৰু

বোলছবি জগতৰ নায়ক তপন দাস, কৌতুক অভিনেতা হিৰণ্য ডেকা আৰু প্ৰীতিৰেখা হুজুৰী অন্যতম। তপন দাস আৰু হিৰণ্য ডেকাক মই প্ৰথমে শ্যামাপ্ৰসাদ শৰ্মাৰ *অসমাপ্ত বিচাৰ কাহিনী (১৯৭৭)* নাটত অভিনয় কৰিবলৈ অনাৰ কথা জানোঁ। এই গোষ্ঠীৰ অন্যতম কেইজনমান সম্ভাৱনাপূৰ্ণ অভিনেতা আছিল অজিৎ দাস, ৰূপকুমাৰ দাস আৰু ভূপেন দাসৰ বৰ ল'ৰা বিশ্বজিৎ দাস। সেইবাৰ তেজপুৰৰ *সদৌ অসম বিষ্ণু-জ্যোতি একাংকিকা প্ৰতিযোগিতাত* এইখনৰ লগতে পশ্চিম গুৱাহাটীৰপৰা সুৰেন দত্তৰ *মানুহ আৰু মৰম* নাটখনো মঞ্চস্থ কৰা হৈছিল।

সত্তৰৰ দশকত ফটাশিল-বিষ্ণুপুৰ-আমবাৰী অঞ্চলৰ ৰাইজৰ সহযোগত স্থানীয়ভাৱে নতুন ফটাশিল হাইস্কুল চৌহদত গুৰুজনাৰ তিথি মহা ধুমধামেৰে পতাৰ ব্যৱস্থা কৰা হয়। এই উপলক্ষ্যে বয়োজ্যেষ্ঠসকলে লগ লাগি প্ৰতি বছৰে একোখনকৈ পূৰ্ণাংগ নাট মঞ্চস্থ কৰাৰ পৰম্পৰা সৃষ্টি কৰে। ইয়াত স্থানীয়ভাৱে ন-পুৰণি শিল্পীয়ে ভাগ লোৱাৰ পৰম্পৰা এটাও গঢ় লৈ উঠে। ইয়াত পৌৰাণিক আৰু বুৰঞ্জীমূলকক্কে ধৰি সামাজিক নাটক পৰ্য্যন্ত মঞ্চস্থ কৰা হয়। ইয়াৰ ফলত উঠি অহা চাম অনুপ্ৰাণিত হয়। ফটাশিল গৌৰী শৰ্মা কলনীৰ প্ৰবীণ নাট্যকাৰ ভবেন ঠাকুৰীয়াৰ *কৰ্ণ* আৰু উদীয়মান নাট্যকাৰ শ্যামাপ্ৰসাদ শৰ্মাৰ *ৰবি ৰজা বুধ মন্ত্ৰী* আৰু *হেৰোৱা হাঁহিৰ ছন্দ,* গণেশ গগৈৰ *শকুনিৰ প্ৰতিশোধ,* ফণী তালুকদাৰৰ *জুয়ে পোৱা সোণ* আৰু ভ্ৰাম্যমাণৰ নাটক *চম্বলৰ অভিশাপ* আদিৰ লগতে দুই-এখন অনূদিত নাটক সফলতাৰে মঞ্চস্থ কৰা হয়। ইয়াত অংশগ্ৰহণ কৰা বয়োজ্যেষ্ঠসকলৰ[৩১] কেইগৰাকীমান হ'ল পাৰ্বতীপ্ৰসাদ শৰ্মা, মাণিক ডেকা, উমেশ দত্ত, গৌৰী শৰ্মা (শান্তিপুৰ), ভৈৰৱ শৰ্মা, ৰমেশ কলিতা, গিৰিশ কলিতা, অক্ষয় কুমাৰ দাস, ভবেন ভূঞা আৰু বিজয় বৰ্মণ আদি। ডেকা চামৰ ভিতৰত শ্যামাপ্ৰসাদ শৰ্মা, সুভাষ মেধি,

---

৩১। এই নাটবোৰত একেলগে তিনিটা প্ৰজন্মৰ শিল্পীয়ে অভিনয় কৰিছিল। —সম্পাদক।

পৰমেশ ডেকা, গুৰু মেধি, নৃপেন কলিতা, হৰেকৃষ্ণ মেধি, মনোৰঞ্জন গোস্বামী, জয়ন্ত ভূএগ্ৰা, ইন্দ্ৰমোহন কলিতা, গুনীন কলিতা (জোন), সমুদ্ৰ দাস, নভজ্যোতি মৰল, ৰাজেশ শৰ্মা (ৰাজু), ৰাজীৱ শৰ্মা (জিউটি), নিপু গোস্বামী, অঞ্জলি দাস, মণিকা দাস, সোণতৰা দাস, কমলা লহকৰ, হেমন্ত দাস আৰু বিমল দাস (বাবুল) আদি।

ইয়াৰ সমসায়িকভাবে ফটাশিল-বিষ্ণুপুৰৰ *যুবজ্যোতি সংঘ* সক্ৰিয় হৈ উঠে আৰু শ্যামাপ্ৰসাদ শৰ্মাৰ নেতৃত্বত তেওঁলোকে একাধিক সদৌ অসম ভিত্তিক প্ৰতিযোগিতাত অংশগ্ৰহণ কৰি সুনাম অৰ্জন কৰে। এই দলৰ উদ্যোগতে এই অঞ্চলত *অসম নাট্য সম্মিলনৰ শাখা* এটিও খোলা হয়। দুই-চাৰিবাৰ মান এওঁলোকে পূৰ্ণাংগ নাটক লৈ অসম নাট্য সম্মিলনৰ প্ৰতিযোগিতাত ভাগ লয়। এই উপলক্ষ্যে তেওঁলোকে প্ৰতিষ্ঠিত নাট্যকাৰ শ্যামাপ্ৰসাদ শৰ্মা আৰু নবীন নাট্যকাৰ ৰাজীৱ শৰ্মাৰ নাটক মঞ্চস্থ কৰে। সম্প্ৰতি এই শাখা আজি কেবাবছৰো ধৰি নিষ্ক্ৰিয় হৈ আছে।

*যুবজ্যোতি সংঘৰ* নাটকৰ্মীসকল একেৰাহে প্ৰায় ৮-১০ বছৰ ধৰি বেছ সক্ৰিয় আছিল। এই সময়চোৱাতে তেওঁলোকে তিনি-চাৰিবাৰমান কটক, ভুবনেশ্বৰ, পাটলিপুত্ৰৰ (পাটনা) সৰ্বভাৰতীয় লঘু নাট প্ৰতিযোগিতাত ভাগ লৈ সুনাম অৰ্জন কৰিবলৈ সক্ষম হৈছে। সৰ্বভাৰতীয় প্ৰতিযোগিতাত এতিয়ালৈকে তেওঁলোকে শ্যামাপ্ৰসাদ শৰ্মা আৰু অৰূপ *বৰঠাকুৰৰ* নাটেই মঞ্চস্থ কৰিছে।

এই অঞ্চলত নাট্যচৰ্চ্চাৰ ধাৰা অব্যাহত ৰখাৰ বাবে, মাজতে গুৰুজনাৰ জন্মোৎসৱ উপলক্ষ্যে একাংকিকা প্ৰতিযোগিতাৰো[৩২] আয়োজন কৰা হৈছিল। পিছে সেই প্ৰয়াস সফল নহ'ল।

*যুবজ্যোতি সংঘৰ* সমান্তৰালভাৱে কুমাৰপাৰাত গঢ় লৈ উঠে, উঠি [illegible] চামৰ নাট্যদল, *অভিনৱ নাট্যগোষ্ঠী* আৰু ফটাশিলৰ *দীপজ্যোতি সংঘ। অভিনৱ নাট্যগোষ্ঠীৰ* উদ্যোক্তা আছিল কুলদীপ ডেকা আৰু অভিজিৎ তালুকদাৰ। এওঁলোকে প্ৰভাত শৰ্মা ৰচিত

৩২। এই অঞ্চলৰ নতুন ফটাশিল টাউন হাইস্কুলৰ ছাত্ৰ-ছাত্ৰীৰ দল এটাই ইতিমধ্যে (১৯৯৯) শ্যামপ্ৰসাদ শৰ্মাৰ তত্বাৱধানত প্ৰশিক্ষণ লৈ সদৌ অসম ভিত্তিত হোৱা প্ৰতিযোগিতাত ভাগ লৈ সুনাম অৰ্জন কৰিছে। এই স্কুলত অনেক নাট্যপ্ৰতিভা আছে। —সম্পাদক।

*কৃষ্ণসৰ্প* মৃণাল কটকীৰ পৰিচালনা আৰু তত্ত্বাৱধানত *জ্যোতিৰূপাত* মঞ্চস্থ কৰে। এই নাটকতে কুমাৰপাৰাৰ জেৰিফা ৱাহেদ (ঘৰুৱা নাম ছায়া) প্ৰথমে মঞ্চত উঠে আৰু ব্যক্তিগতভাৱে বঁটা লাভ কৰে। ৰাজীৱ শৰ্মাৰ অভিনয়ো ইয়াত চকুত পৰা ধৰণৰ হয়। *দীপজ্যোতি* সংঘই শ্যামাপ্ৰসাদ শৰ্মাৰ[৩৩] কেবাখনো একাংকিকা মঞ্চস্থ কৰি বিভিন্ন প্ৰতিযোগিতাত সুনাম আৰু সন্মান অৰ্জন কৰে।

১৯৭৪ চনত গুৱাহাটী চহৰৰপৰা মহানগৰ হ'ল। সেই অনুপাতে পশ্চিম গুৱাহাটীৰ আগৰ পৰিসৰো বহুত বাঢ়ি গ'ল। এই অঞ্চলৰ প্ৰায়বোৰ এলেকাতে নন নাট্যগোষ্ঠীৰ জন্ম হ'বলৈ ধৰিলে। মালিগাঁৱত ৰত্ন ওজা আৰু হেম ভট্টৰ তত্ত্বাৱধানত *গহ্বৰ গোষ্ঠী*, জালুকবাৰীৰ বিশ্ববিদ্যালয় চৌহদত পাৰ্বতীপ্ৰসাদ শৰ্মা, সুৰেন ভাগৱতী আদিৰ উদ্যোগত *চতুৰ্ভুজ সাংস্কৃতিক একাডেমিৰ* উপৰিও দুৰ্গা সৰোবৰ আৰু আমবাৰী আদি অঞ্চলত স্থানীয় কেইগৰাকীমান নাটপ্ৰেমীৰ উদ্যোগত স্থানীয় নাট্যদল আদি গঢ়ি উঠে। এই দলবোৰৰ নাট্যকৰ্মইও পশ্চিম গুৱাহাটী অঞ্চলৰ নাট্যকৰ্মত বিচিত্ৰতা আনিবলৈ সক্ষম হয়।

আশীৰ দশকত ভৰলুমুখৰ শংকৰ দাস, দ্বিজেন শৰ্মা, মুনমুনী শৰ্মা, হেমন্ত দাস, বিমল দাস আৰু ফটাশিলৰ সমুদ্ৰ দাস, ৰাজেশ শৰ্মা, মনোৰঞ্জন গোস্বামী, গুণিন কলিতা আদিয়ে লগ লাগি শ্যামাপ্ৰসাদ শৰ্মাৰ কেবাখনো নাট মঞ্চস্থ কৰিছে। এই কালছোৱাতে *বহ্নিমান সাহিত্য সমাজ* প্ৰতিষ্ঠা হোৱাত ইয়াৰ জৰিয়তে ছোৱালীৰ দল এটাই কেৱল ছোৱালীৰ নাটক কৰিবৰ বাবে আগ বাঢ়ি আহে। শ্যামাপ্ৰসাদ শৰ্মাৰ ৰচনা, পৰিচালনা আৰু তত্ত্বাৱধানেৰে দলটোৱে বিভিন্ন ঠাইত *বুলেটে গৰকা বুকু* কৰি পুৰস্কাৰ আৰু সন্মান লাভৰদ্বাৰা অঞ্চলটোলৈ গৌৰৱ কঢ়িয়াই আনে। দুই-চাৰি বছৰমান সক্ৰিয় থকাৰ সময়ত এই দলটোৱে শ্যামাপ্ৰসাদ শৰ্মাৰ *অকাব্যৰ ভূমিকা, অবাক অস্তিত্ব, লাচৰ সন্ধানত লাচৰ মিচিল, জোঁৱাইৰ বিলৈ, বুলেটে গৰকা বুকু* আদি নাটক অসমৰ বিভিন্ন প্ৰতিযোগিতাত মঞ্চস্থ কৰি সুনাম অৰ্জন কৰে। এই দলটোত সক্ৰিয় অংশগ্ৰহণ কৰা শিল্পীসকল হ'ল

---

৩৩। *কেতিয়াবা বিস্ফোৰণ, এনেকৈয়ে অভিমন্যু, ইচ্ছামৃত্যু* আৰু *জোঁৱাইৰ বিলৈ।*

চন্দনা বৈশ্য, ৰিংকু দাস, সান্ত্বনা দাস, ফিৰোজা বেগম, সান্ত্বনা বৈশ্য, বন্দনা বৈশ্য, হেমলতা দেৱী আৰু প্ৰীতিৰেখা হুজুৰী। ইয়াৰ গুৰি ধৰিছিল শ্যামাপ্ৰসাদ শৰ্মা, সমুদ্ৰ দাস আৰু কবি ৰোহিণীকুমাৰ পাঠকে। পাঠকে ইয়াৰ দুই-এখনত অভিনয়ো কৰিছিল।

এই দশকতে *মঞ্চদীপ, গুৱাহাটী* নামৰ দল এটাও শান্তিপুৰ অঞ্চলত গঢ় লৈ উঠে আৰু নাট্যচৰ্চাৰ ধাৰাটোক উজ্জীৱিত কৰি ৰাখে। ইয়াৰ উদ্যোক্তা আছিল মকবুল হক আৰু প্ৰীতিৰেখা হুজুৰী। এই দলটোই একেৰাহে কেবাবছৰো ধৰি বিভিন্ন সদৌ অসম ভিত্তিক প্ৰতিযোগিতাত শ্যামাপ্ৰসাদ শৰ্মাৰ তত্বাৱধান আৰু মকবুল হকৰ পৰিচালনাত শৰ্মাৰ একাংকিকা মঞ্চস্থ কৰি সুনাম অৰ্জন কৰে। এই দলৰ বহুল অভিনীত আৰু বহুল চৰ্চিত নাট দুখন হ'ল *বুলেটে গৰকা বুকু* আৰু *আকণ্ঠ হলাইল*।[৩৪]

এই দশকতে পশ্চিম গুৱাহাটীৰ বিহুতলীত মঞ্চস্থ হৈ থকা মৃণাল কটকীৰ ধেমেলীয়া নাটিকাবোৰত গীতা ডেকা, মণিমালা দাস, মামনী আঠপৰীয়া আৰু বিমলা দাস আদি নতুন প্ৰজন্মৰ অভিনেত্ৰীসকলে সুন্দৰ অভিনয় কৰি দৰ্শকৰ মনত সাঁচ বহুৱায়।

অতিসাম্প্ৰতিকভাৱে পশ্চিম গুৱাহাটীত আৰু এটা নতুন ধাৰাৰ নাটকৰ লালন-পালন হ'ব ধৰিছে। *লুইতপৰীয়া মইনা পাৰিজাতৰ* শিশু-চেমনীয়া শিল্পীসকলক বিজ্ঞান-নাটৰ প্ৰশিক্ষণ দি বিজ্ঞান-নাটক মঞ্চস্থ কৰা হৈছে। এই কামত স্থানীয় অসমীয়া বিদ্যালয়বোৰৰ ছাত্ৰ-ছাত্ৰীসমূহক লৈ নাট শিকোৱাৰ কাম হাতত লৈ শ্যামাপ্ৰসাদ শৰ্মা ভালেখিনি আগ বাঢ়িছে। এই কামত তেওঁক *লুইত পৰীয়া মইনা পাৰিজাতৰ* উপৰিও স্থানীয় *এস্ট্ৰেচ ইটনাইটেড ক্লাব* আৰু *সাংস্কৃতিক প্ৰকল্প নিৰ্মাণ সমিতিয়েও* সহায়-সহযোগিতা আগ বঢ়াইছে। ইতিমধ্যে এই প্ৰচেষ্টাত হাতত লোৱা *মিলিজুলি মিতিৰালি* নাটখনে দৰ্শক আৰু সমালোচকসকলৰ সুদৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থন হৈছে। WWF ৰ উত্তৰ পূৰ্বাঞ্চল শাখাৰ আমন্ত্ৰণক্ৰমে দলটোই এই নাটখন *বসুধা*

---

৩৪। অইন দলৰ পতাকা তলত এই নাটখন এলাহাবাদত মঞ্চস্থ কৰি সৰ্বভাৰতীয় পৰ্য্যায়ত প্ৰীতিৰেখা হুজুৰীয়ে শ্ৰেষ্ঠা অভিনেত্ৰী, ঋত্বিকা বৰুৱাই শ্ৰেষ্ঠা শিশু অভিনেত্ৰী আৰু নাজিমুল ইছলামে শ্ৰেষ্ঠ সহ-অভিনেতাৰ বঁটা লাভ কৰে।

*দিৱস* (২০০০) উপলক্ষ্যে আঞ্চলিক বিজ্ঞান কেন্দ্ৰ খানাপাৰা আৰু ৰাষ্ট্ৰীয় পৰিৱেশ সচেতনতা অভিযান (২০০০) উপলক্ষ্যে সাংস্কৃতিক প্ৰকল্প মাছখোৱাত মঞ্চস্থ কৰে। ইয়াৰদ্বাৰাই অঞ্চলোটৰ প্ৰায় কুৰি-পঁচিশগৰাকী শিশু-চেমনীয়া অভিনয়শিল্পীৰ দল এটা সংগঠিত হৈছে।

এই ধাৰা বচাই ৰাখিব পাৰিলে, অঞ্চলটোত এটা ডাঙৰ কাম হ'ব যেন লাগিছে।

এইদৰেই পশ্চিম গুৱাহাটীৰ নাট্যচৰ্চাৰ ধাৰাটো বিভিন্নজনৰ সেৱা আৰু ত্যাগৰ বাবে আজিও চলি আছে। সময়ে সময়ে ই কেতিয়াবা দুৰ্বল আৰু কেতিয়াবা সবলো হৈছে। এই ধাৰাৱাহিকতাত গিৰিশ চৌধুৰী, অনিল চৌধুৰী, মোৱাজ্জিন আলি প্ৰমুখ্যে অগ্ৰজসকলে নতুন দিশত নতুন চিন্তাচৰ্চাৰ বাট মুকলি কৰিছিল। সেই বাটে পিছৰ প্ৰজন্মৰ বহুতেই গতি কৰিছে। সেয়ে গিৰিশ চৌধুৰীদেৱক তেওঁৰ আশী বছৰীয়া জন্মদিৱসত ৰাজহুৱা সম্বৰ্দ্ধনা দি তেওঁলোকৰ কামক স্বীকৃতি দিয়াত আমি বৃহত্তৰ পশ্চিম গুৱাহাটীৰ ৰাইজ অতি আনন্দিত হৈছোঁ। আমি তেওঁৰ দীৰ্ঘ জীৱন কামনা কৰিছোঁ আৰু আশা কৰিছোঁ আজিৰ নতুন চাম তেওঁৰ আদৰ্শেৰে অনুপ্ৰাণিত হ'ব আৰু বৃহত্তৰ পশ্চিম গুৱাহাটী অঞ্চলত নাট্যচৰ্চা জাকতজিলিকা কৰি তুলিব।[৩৫]

---

৩৫। এই প্ৰবন্ধৰ বেছিভাগ সমলেই জ্যেষ্ঠজনৰ স্মৃতিৰ আধাৰত সংগ্ৰহ কৰা। সেইবাবে এই প্ৰবন্ধক এই বিষয়টোৰ প্ৰথম খচৰা বুলি ধৰাই ভাল। ইয়াত যিসকল ব্যক্তিৰ নাম উল্লেখ কৰা হৈছে, সেইসকলে যদি ভুল-ত্ৰুটী শুধৰাই তেওঁলোকৰ সেইকালৰ অভিজ্ঞতাৰ মনত থকা অংশবোৰ (চন-তাৰিখ, নাটকৰ কুশীলৱ, কলাকুশলী, নাটক কৰা ঠাইৰ পৰিচয় আদি) আমালৈ লিখি পঠিয়ায়, সেইবোৰৰ ভিত্তিত আমি *পশ্চিম গুৱাহাটীত নাট্যচৰ্চা* নামৰ গ্ৰন্থ এখন প্ৰণয়ন কৰাৰ কথা ভাবিছোঁ। সন্দেহ নাই, এইটো গৱেষণা পৰ্য্যায়ৰে কাম হ'ব আৰু ব্যয়বহুলো হ'ব। তথাপিও পশ্চিম গুৱাহাটীৰ ৰাইজে মন কৰিলে, এই প্ৰকল্প বোধকৰো অসম্ভৱ নহ'ব। সুধীসকলে আমাৰ এই প্ৰস্তাৱ লৈ চিন্তা-চৰ্চা কৰি আমাক জনালে, আমি কামত আগ বঢ়াৰ সাহস পাম। সম্পূৰ্ণ হ'লে, অসমীয়া নাট্যসাহিত্যৰ ই এখন যুগমীয়া দলিল হ'ব বুলিয়েই আশা কৰিব পাৰি নিশ্চয়। —সম্পাদক।

❏ এই প্ৰবন্ধৰ সংশ্লিষ্ট আলোকলেখ চাৰিখন পৰিশিষ্টত চাওক। —সম্পাদক।

# নটসম্ৰাট
# গিৰিশ চৌধুৰী অভিনন্দন গ্ৰন্থ



স্কেচবেক স্থান :

সমসাময়িক ঘনিষ্ঠ সতীৰ্থৰ

স্মৃতিৰ মণিকোঠাত......

# নটসম্ৰাট গিৰিশ চৌধুৰী

**সত্যপ্ৰসাদ বৰুৱা**

গিৰিশ চৌধুৰী—গিৰিশ মোৰ অনুজ প্ৰতিম— মোক টমিদা বুলি মাতে। বয়সত তিনি বছৰ মানৰ সৰু। তেওঁৰ জন্ম ১৯২১ চনৰ পাঁচ মাৰ্চ তাৰিখে গুৱাহাটীৰ কুমাৰপাৰাত আৰু মোৰ জন্ম মিজো (তৎকালীন লুচাই পাহাৰ) জিলাৰ আইজল চহৰৰ ১৯১৭ চনৰ ২৭ নৱেম্বৰত। সময়ৰ গতিচক্ৰত আমি দুয়ো প্ৰায়ে ১৮ আৰু ১৫ বছৰ মান বয়সত গুৱাহাটীত লগ লাগিলোঁহি। কাৰণ আমাৰ দুয়োৰে নিচা আছিল মঞ্চত অভিনয় কৰা। আমি উজান বজাৰত মঞ্চ বান্ধি অস্থায়ী মঞ্চত অভিনয় কৰিছিলোঁ অৱশ্যে সহ-অভিনয় যোগে আৰু তেওঁ অস্থায়ী মঞ্চ বান্ধি অভিনয় কৰিছিল মোৱাজ্জিন আলিহঁতৰ লগত কুমাৰপাৰা, ভৰলুমুখ আৰু মাছখোৱাত। আমি তেতিয়াও ওচৰ চাপিবলৈ সুবিধা পোৱা নাছিলোঁ। দূৰৈৰপৰা জানিছিলোঁ সেইবোৰ অঞ্চলত *চাজাহান চিৰাজদ্দৌলাৰ* অভিনয় কৰি সুনাম অৰ্জন কৰা এই ডেকা শিল্পীজনৰ কথা। তেতিয়াও আমি ওচৰ চাপি অহা নাছিলোঁ। কামৰূপ একাডেমীত দশম শ্ৰেণীলৈ পঢ়ি পাৰিবাৰিক কাৰণত ধুবুৰীত এবছৰ পঢ়ি ধুবুৰী গৱৰ্ণমেন্ট হাইস্কুলৰপৰা মেট্ৰিক পাছ কৰি কটনত নাম লগোৱাৰ পাছত তেওঁ সাংস্কৃতিক অনুষ্ঠানবোৰত মোৱাজ্জিনৰ লগত ধেমেলীয়া নক্সা আদি মঞ্চস্থ কৰি আমাক বাৰুকৈয়ে হহুঁৱাইছিল। তেতিয়াও তেওঁ দূৰৈতে আছিল।

সেই সময়ৰ উজান বজাৰৰ প্ৰয়াত দাদা প্ৰমথ ৰাম দাস(তিলক দা)ৰ ঘৰলৈ নাট্যকাৰ-খেলুৱৈ সেই সময়ৰ একাডেমী স্কুলৰ মাষ্টৰ প্ৰবীণ ফুকনক কেন্দ্ৰ কৰি গধূলি বেচ কেবাজনো নাটকৰ্মী একেলগ হৈ আড্ডা মাৰিছিলোঁ। তালৈ গিৰিশৰ ভায়েক অনিল আৰু তেওঁৰ প্ৰিয়পাত্ৰী-অভিনেত্ৰী বৰুণা মুখাৰ্জী প্ৰায়ে আহিছিল। আমাৰ আড্ডাবোৰ তেতিয়া বেচ জমিছিল। অনিলে তেতিয়াও বৰুণাক বিয়া কৰোৱা নাই।

সেই সময়ছোৱাত *কুমাৰ ভাস্কৰ নাট্য মন্দিৰত* স্বৰ্গীয় ফুকনদেৱৰ বিভিন্ন ধৰণৰ নাটৰ উখল-মাখল। *কুমাৰ ভাস্কৰত* মহিলা অভিনেত্ৰীৰ প্ৰবেশ নিষেধ। লাহী দেহৰ পুৰুষ ডেকা অনিলৰ ওপৰত প্ৰবীণদাৰ চকু পৰিল আৰু তৎক্ষণাৎ ফুকনদাৰ এখন নাটত, বোধকৰোঁ *লাচিত বৰফুকনত* এটি নাৰী চৰিত্ৰ অভিনয়ৰো দায়িত্ব দিয়া হ'ল অনিলক। ময়ো *কুমাৰ ভাস্কৰ নাট্য*

*মন্দিৰৰ* আভিনেতা আছিলোঁ কাৰণে অনিলৰ লগত সহৃদয়তা বাঢ়ি গ'ল। পাছত অৱশ্যে ফুকনদাৰ যোগেৰেই *কুমাৰ ভাস্কৰতো* এটা সৰু চৰিত্ৰত অভিনয় কৰিবলৈ শ্ৰীমান গিৰিশৰ ডাক পৰিল। *চাহজাহান, চিৰাজদ্দৌলাৰ* অভিনয়ত সুনাম অৰ্জন কৰা গিৰিশে আত্মাভিমান পৰিত্যাগ কৰি সেই সৰু চৰিত্ৰটিত নামিবলৈ তৎক্ষণাৎ ৰাজী হৈ গ'ল। আমি দুয়ো অৰ্থাৎ মই আৰু গিৰিশ ওচৰ চাপি আহিলোঁ।

পাছত অৱশ্যে *সুন্দৰসেৱী সংঘ* চিলং, গুৱাহাটী অনাঁতাৰ কেন্দ্ৰ আৰু *গুৱাহাটী- শিল্পী সংঘৰ* প্ৰতিষ্ঠাৰ (১৯৪৯) লগে লগে মঞ্চত সহ-অভিনয় কৰাটো সহজ হৈ পৰিল। সেই কালছোৱাতে শ্ৰীমতী বৰুণা মুখাৰ্জীক মুখ্য নাৰী চৰিত্ৰত লৈ শ্ৰীমান বুধীন শৰ্ম্মাৰ প্ৰযোজনাত অনিল চৌধুৰীৰ মনস্তত্ত্বধৰ্মী নাট *প্ৰতিবাদ* মঞ্চস্থ কৰা হৈছিল। নাটখনৰ অভিনয় বৰ ভাল হোৱা বুলি প্ৰবীণদাৰ মুখে শুনি অসমৰ তৎকালীন প্ৰধানমন্ত্ৰী ভাৰত ৰত্ন বৰদলৈদেৱ সদলবলে গুৱাহাটীলৈ নামি আহি অভিনয় চালেহি আৰু এই প্ৰচেষ্টাৰ ভূয়সী প্ৰসংসা কৰিলে ।

একালৰ অভিনেতা বৰদলৈ ডাঙৰীয়া নাটখন চাই এনেদৰে অভিভূত হৈছিল যে অভিনয়ৰ শেষত লগত বহি থকা ডাঃ ভুৱনেশ্বৰ বৰুৱাক সোনকালে ঘৰলৈ লৈ যাবলৈ কৈছিল।

আমি শুনিছিলোঁ ক'লকাতাত নীলদৰ্পণৰ অভিনয় চাই থাকোঁতে নীলকৰ চাহাবসকলৰ অত্যাচাৰ সহিব নোৱাৰি দৰ্শকৰ আগ শাৰীত বহি থকা ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰদেৱে অভিনেতাজনলৈ খঙতে নিজৰ চটিজোতা এপাত দলিয়াই দিছিল। এই ক্ষেত্ৰত অত্যাচাৰী স্বামীৰ চৰিত্ৰত গিৰিশৰ অভিনয় চাই হয়তো বৰদলৈদেৱৰ অন্তৰতো নানা ধৰণৰ ভাৱবোৰে থৌকি-বাথৌ লগাইছিল আৰু সেইবোৰৰ হেঁচা তেওঁৰ অভিনেতা সুলভ কোমল অন্তৰখনক এনেভাৱে হেঁচা দিছিল যে তেওঁ সেই হেঁচা সহিব পৰা নাছিল।

সেই আনন্দ উপভোগেই আছিল তেওঁৰ জীৱনৰ শেষ আনন্দ। সিদিনা শেষ নিশাই তেওঁ ইহলীলা সম্বৰণ কৰিলে! তাৰিখটো আছিল ৪ আগষ্ট ১৯৫০ চন। গিৰিশে চিলঙত মোৰ *বনহংসী* আৰু ভুৱনমোহন বৰুৱাৰ *বিবৰ্তনৰ* দুটা ভুমিকাত ওলাই যথেষ্ট সন্মান আৰ্জিছিল।

অভিনয়ৰ ক্ষেত্ৰত যে গিৰিশ অসমৰ অন্যতম প্ৰধান পুৰুষ সেই বিষয়ে কাৰো দ্বিমত থাকিব নালাগে। ৰাইজে সেয়ে এইজনা মঞ্চপোযোগী চেহেৰাৰ উদাত্ত কণ্ঠস্বৰৰ ভাব-অভিব্যক্তিত পাৰ্গত অভিনেতাক যে *নটসম্ৰাট*" উপাধিটো দিছে সেইটো নিঃসন্দেহে খাপ খাই পৰিছে। এনেকি নটসূৰ্য্য ফণী

শৰ্মাইও তেওঁৰ অভিনয় প্ৰতিভাৰ সন্মান দেখুৱাবলৈ নিজে বিশেষ সন্মান লাভ কৰা চাহজাহানৰ ভাওটো তেওঁক অভিনয় কৰিবলৈ দি নিজে ঔৰংজেবৰ চৰিত্ৰত অৱতীৰ্ণ হ'বলৈ কুণ্ঠাবোধ নকৰিছিল।

আজিৰ চামৰ বহুতেই হয়তো নাজানে যে গিৰিশ সংগীত নাটক একাডেমীৰ অসম শাখাৰ কাৰ্য্যকৰী সভাৰ সদস্য আছিল আৰু প্ৰয়াত ৰাণী সবিতা দেবীৰ সভানেতৃত্বত নটসূৰ্য্য ফণী শৰ্মা, শিল্পপ্ৰাণ চন্দ্ৰ ফুকন, অভিনেত্ৰী বকুল শইকীয়াৰ (দাস) লগত সংগীত নাটক একাডেমীত আয়োজন কৰা সৰ্বভাৰতীয় নাট প্ৰতিযোগিতাত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ *শোণিত কুৱঁৰী* নাটত এটা অন্যতম মুখ্য চৰিত্ৰত অভিনয় কৰিছিল। সেইবাৰ (১৯৫৪) *শোণিত কুৱঁৰী* নাটখন শ্ৰেষ্ঠ বিবেচিত হৈছিল।

কোৱা বাহুল্য অভিনেতাৰূপে গিৰিশে কেইবাখানো নামজ্বলা নাটকৰ মুখ্য অভিনেতাৰূপে অভিনয় কৰি সুনাম আৰ্জিছে। শেহতীয়াভাৱে মুখ্য চৰিত্ৰত অভিনয় কৰি সুনাম অৰ্জা নাট কেইখন হ'ল প্ৰবীণ ফুকনৰ *চকৰী*। নাটখন ৰেডিঅ'ৰ উপৰিও অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয়ৰ হৈ তেওঁ প্ৰায় সাত বাৰ মান নিয়মিতভাবে অভিনয় কৰিছিল। শ্ৰীঅৰূপ চক্ৰৱৰ্তীৰ *মঞ্চত পঞ্চানন শৰ্মা নাটকখনৰ* কথাও এইখিনিতে বিশেষভাবে উল্লেখ কৰিব লাগিব। কাৰণ প্ৰথমে অভিনয় কৰাত নাট্যকাৰে কোনো সংলাপ ৰচনা কৰা নাছিল। প্ৰায় এঘন্টা সময় অভিনেতৃসকলে নিজৰ সংলাপ নিজে নাটকৰ মূল আখ্যানৰ লগত ৰজিতা খুৱাই মাতি গৈছিল। মুখ্য চৰিত্ৰ এজন দুখীয়া শিক্ষক; জটিল চৰিত্ৰটোৰ মনে মনে সাজি হ'লেও নিয়াৰি কৈ ৰূপ দি নাটখন চলাই নিয়াৰ দায়িত্ব গিৰিশে সুন্দৰভাবে পালন কৰিছিল। আন এখন নাটক, আছিল *জটায়ু।* এখন বাঙালি নাটৰ অনিল চৌধুৰীয়ে অসমীয়ালৈ কৰা ৰূপান্তৰ। এইখনৰ মুখ্য চৰিত্ৰ এজন নিষ্ঠাবান ডাক্তৰৰ। এই জটিল চৰিত্ৰ এনে সুন্দৰভাবে গিৰিশে ফুটাই তুলিছিল যে সেই অভিনয়ৰ কথা বহুতেই আজিলৈকে পাহৰিব পৰা নাই।

গিৰিশে চিলঙত *চাহজাহান* কৰি সুনাম আৰ্জিছিল। এইখনত মই ৰূপ দিছিলোঁ ঔৰংজেবৰ চৰিত্ৰৰ। *গুৱাহাটী শিল্পী সংঘৰ* যোগেৰে এই নাটখন অভিনয় কৰোঁতে মই আৰু গিৰিশে ঔৰংজেব আৰু চাহজাহানৰ চৰিত্ৰ দুটা সলনা-সলনি কৰি *আৰ্য্য নাট্য মঞ্চত* অভিনয় কৰিছিলোঁ। গিৰিশে চিলং আৰু গুৱাহাটীত অসমীয়াৰ লগতে দেখাৰ বাংলা নাটকতো অভিনয় কৰিছিল। তেওঁ শেষবাৰলৈ মঞ্চত উঠিছিল ১৯৯৭ চনৰ ১৭ আগষ্ট তাৰিখে *পঞ্চানন শৰ্মা* নাটকত। বয়স তেতিয়া ৭৬ বছৰ।।

গুৱাহাটী অনাতাঁৰ কেন্দ্ৰ খোলাৰেপৰা তেওঁ অনাতাঁৰ নাটত অভিনয় কৰি আহিছে। আজি কেইদিন মান আগলৈয়ে তেওঁ অনাতাঁৰ নাটত অভিনয় কৰিছে আৰু প্ৰত্যেকখন নাটকতে তেওঁ অংশ লৈছে হেনো মুখ্য ভূমিকাত। তেওঁৰ নিজা টোকাবহী চাই কৈছে ৰেডিঅ' নাটত তেওঁ এতিয়ালৈকে প্ৰায় তিনিশখন নাটত অভিনয় কৰিছে। তেওঁ কেবাখনো ৰেডিঅ' নাট লিখিছে, তাৰ ভিতৰত প্ৰধান হ'ল *মিনা বজাৰ*। *ফেৰীৱালা* বোলা নাটখনত তেওঁ প্ৰথমে শ্ৰোতাৰ মন জয় কৰে।

এইখিনিতে ৰেডিঅ' নাটৰ বিষয়ে লিখোঁতে মোৰ এটা জটিল পৰিস্থিতিৰ কথা মনত পৰিছে। তেতিয়া ৰেকৰ্ড নহয়-লাইফ ব্ৰডকাষ্ট অৰ্থাৎ জীৱন্ত প্ৰচাৰ হয়। এইখন নাটকত মাত্ৰ দুটা চৰিত্ৰ। লিখিছে কমলেশ্বৰ চলিহাদেৱে। নাম *সম্বন্ধ*। সময় নিৰ্দ্ধাৰিত আছে আধা ঘণ্টা। কিন্তু কেবাবাৰো ৰিহাৰ্চেল কৰি চাই দেখিলোঁ নাটখন ২০ মিনিটতে শেষ হৈ যায়। আমি নিৰুপায় হৈ ডিউটি অফিচাৰৰ চকীখনত বহি থকা শ্ৰীঅৱনীকুমাৰ দাসক জনোৱাত তেওঁ ক'লে ঃ *আপোনালোকে নাটখন ২০ মিনিটতহে শেষ হ'ব বুলি আগতে জনোৱা হ'লে কিবা এটা ব্যৱস্থা কৰিব পৰা গ'লহেঁতেন। এতিয়া মই নিৰুপায়। এটা প্ৰগ্ৰাম দহ মিনিট আগতে শেষ হোৱা কথাটো কোনোমতেই এৰাই যাব নোৱাৰি। মই ওপৰৱালাক জনাবই লাগিব। আপোনালোকে দোষৰ ভাগী হ'ব লাগিব। নাটক বিভাগ চলাই থকা মই কোনো মতে সাৰি যাব নোৱাৰো।* শ্ৰীদাসৰ কথাবোৰ শুনি মই আৰু গিৰিশে স্থিৰ কৰিলোঁ নাটখন নিজে সংলাপ সংযোগ কৰি হ'লেও (extempore) কোনোপধ্যে ২০ মিনিটত শেষ নকৰোঁ। কাহিনীটোত এনে ধৰণৰ দুখ লগা ঘটনা এটা সাঙোৰ খাই আছিল যে অঙ্ক বহলোৱাত কোনো অসুবিধা নহ'ব। অভিনয়ৰ সময়ত নাটকৰ লগত ৰজিতা খুৱাই ১০ মিনিটৰ সংলাপ নিজে নিজে সংযোগ কৰি দুয়োজনে মিলি পূৰা ৩০ মিনিটত শেষ কৰিলোঁ। অৱনী দাসে ষ্টুডিঅ'ৰ দুৱাৰ মুখলৈ আহি আমাক সাবটি ধৰি ক'লে ঃ *আপোনালোক ৰিয়েলি জিনিয়াচ অশেষ ধন্যবাদ। মোক বেয়া ৰিপোৰ্ট কৰাৰপৰা ৰক্ষা কৰিলে। আপোনালোকে যি মিৰাকল কৰি দেখুৱালে তাৰ কোনো তুলনা নাই। মই এই মুহূৰ্তলৈ অনুভৱ কৰা নাই যে আপোনালোকে নাটকত নিজা কথাৰে সংলাপ ক্ৰিয়েট কৰি ১০ মিনিট পূৰাই দিলে।* নাট্যকাৰ কমলেশ্বৰ চলিহা দেৱেও আমি কি কৰিলোঁ, একোকে নাজানিলে। আমাক নথৈ প্ৰশংসাহে কৰিলে। সেইদিনা গিৰিশ নথকা হ'লে নাট্যশাখাৰ বিষয়া হিচাবে মই জবাবদিহি কৰিবলগীয়া হ'ল হয়। এটা সময়ত গিৰিশে লাহে লাহে বোলছবি কৰাৰ ফালে আকৰ্ষিত হ'ল, আৰু তেওঁৰ *মিনা বজাৰ*খনকে *মাটিৰ স্বৰ্গ* নাম

দি বোলছবিলৈ ৰূপান্তৰিত কৰিলে। প্ৰথম প্ৰচেষ্টা বুলি দুই-এটা খুঁট ৰৈ গলেও কোনেও স্বীকাৰ কৰিবলৈ দ্বিধা বোধ নকৰিলে যে ছবিখনত গিৰিশ আৰু ইভা আচাওৱে অনবদ্য অভিনয় কৰিছিল। তদুপৰি বোলছবি *নিয়তি, কাজিৰঙাৰ কাহিনী, প্ৰতিশোধ, মানসী* (শ্ৰীমতী বিদ্যাৰাও সৈতে) আৰু *মেঘমুক্তিত* (শ্ৰীমতী মৃদুলা বৰুৱাৰ সৈতে) অভিনয় কৰি তেওঁ দৰ্শক ৰাইজৰ প্ৰিয়-পাত্ৰ হৈছিল। এই নাটবোৰৰ সংলাপ ৰচনা কৰিছিল অনিল চৌধুৰীয়ে।

শ্ৰীমান গিৰিশে কেবাখনো মঞ্চসফল চুটি নাট লিখি উলিয়াইছে। সেইবোৰৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য *বন্দী চাহজাহান, পলাশী, আলেকজেণ্ডাৰ পুৰু, ফুটবলৰ শৰশয্যা* আৰু *বচ* খনেই বিশেষভাৱে উল্লেখ যোগ্য। শিশুনাট হিচাপে *আলেকজেণ্ডাৰ পুৰু* বৰ জনপ্ৰিয় হৈছিল আৰু এইখনেই কৈশোৰত ডঃ অমৰজ্যোতি চৌধুৰীক সুঅভিনেতা বুলি স্বীকৃতি দিছিল।

গিৰিশৰ কৰ্মক্ষমতা অকল ৰেডিঅ', মঞ্চ আৰু বোলছবি জগততে আবদ্ধ হৈ নাছিল। *গুৱাহাটী শিল্পী সংঘৰ* প্ৰতিষ্ঠাপক সভাপতি হিচাপে অসমৰ নাট্য আন্দোলনক দৃঢ় পদক্ষেপেৰে আগ বঢ়াই নিবলৈ অসমৰ মঞ্চত যাতে সহ-অভিনয়ে সুদৃঢ় বুনিয়াদত প্ৰতিষ্ঠিত হয় তাৰ বাবে ১৯৪৯ চনত ভায়েক শ্ৰীমান অনিল, ভাগিনিয়েক প্ৰয়াত মাখন দেৱান, মৰহুম মোৱাজ্জিন আলি আৰু সেই সময়ৰ মহিলা সুঅভিনেত্ৰী বৰুণা মুখাৰ্জিৰ সহযোগত অহো পুৰুষাৰ্থ কৰি কৃতকাৰ্য্য হৈছিল। *গুৱাহাটী শিল্পী সংঘই* ১৯৪৯ চনত সহ-অভিনয় যোগে নাটক মঞ্চস্থ কৰাত অভিনেত্ৰী জাহানাৰা, উৰ্বশী দাস, কমলা শৰ্মা, ৰেণু দাস আদি অকুণ্ঠচিত্তে আগ বাঢ়ি আহিছিল সমাজৰ বাধানিষেধৰ ডেওনা পাৰ হৈ।

তেওঁৰ সংগঠনৰ আৰু এটা দিশ বিশেষভাৱে উল্লেখযোগ্য। গিৰিশ ষ্টেট ট্ৰেন্সপোৰ্টৰ অডিটৰ হৈ থকা কালতে সেই সময়ত প্ৰায় ২১ বছৰ উপ-সভাপতি আৰু ৯ বছৰ সভাপতি হিচাপে কাম কৰিছিল। তেওঁ আই-এন-টি-উ-চিৰ লগতো সক্ৰিয়ভাৱে সহযোগ কৰিছিল আৰু কাৰ্যকৰী সমিতিৰ সদস্য আছিল। ষ্টেট ট্ৰেন্সপোৰ্টত থাকোঁতেই তেওঁ ট্ৰেন্সপোৰ্ট ইউনিয়নৰ হৈ আলোচনী *পৰিবাহিকা* খন উলিয়ায় আৰু ১১ বছৰ তাৰ সম্পাদক আছিল। *পাৰিবাহিকাত* ধাৰাবাহিকৰূপে ওলোৱা তেওঁৰ পৰিক্ৰমা প্ৰবন্ধ-লানি, *গোত্ৰহীন* ছদ্ম নামত লিখি পৰিবহন আৰু পৰিবহন বিভাগৰ ৰাইজে নজনা বহুতো কথা গল্পৰ দৰে লিখি পঢ়ুৱৈক আনন্দ দিছিল।

গিৰিশে ১৯৭৮ চনত অভিনয়ৰ ক্ষেত্ৰত জীৱন ব্যাপী বৰঙণিৰ বাবে *নিখিল ভাৰত সমালোচক সন্থাৰ পৰা* বিশেষ স্বীকৃতি লাভ কৰে আৰু কিছুদিনৰ

পাছতে লাভ কৰে অসম চৰকাৰৰ সহিত্যিক পেঞ্চন। অসম চৰকাৰে তেওঁক *বিষ্ণু ৰাভা বঁটাও* প্ৰদান কৰিছিল ১৯৯৫ চনত।

গিৰিশৰ সাংগঠনিক কাৰ্যকিলাপ চাই তৎকালীন মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই তেওঁক জ্যোতি চিত্ৰবন ষ্টুডিঅ'ৰ ভাৰপ্ৰাপ্ত অধ্যক্ষ হিচাপে নিযুক্তি দিয়ে। তিনি বছৰৰ (১৯৯৩-৯৬) এই কাল-ছোৱাতে তেওঁ *জ্যোতি চিত্ৰবনৰ* বহুখিনি আউল ভাঙি ইয়াক কেৰোণ মুক্ত কৰিবলৈ সঠিক প্ৰযত্ন চলাইছিল। অৱশ্যে  হিতেশ্বৰ শইকীয়াৰ মৃত্যুৰ পাছত চৰকাৰ সলনি হোৱাত তেওঁ এই কামটো এৰিবলগীয়া হয়। জ্যোতি চিত্ৰবনৰ কৰ্মীসকলে এতিয়াও তেওঁৰ সান্নিধ্যৰ কথা শ্ৰদ্ধাৰে সোঁৱৰে।

সম্প্ৰতি গিৰিশ চৌধুৰী আৰু ভায়েক অনিল চোধুৰীয়ে মৃত্যুদিনৰ আগলৈকে অসম চৰকাৰৰ বাবে ডকুমেণ্টেৰীৰ কাম কৰি আছিল আৰু এতিয়ালৈকে তেওঁলোকে বিভিন্ন বিষয়ত ৬খন ডকুমেণ্টেৰী প্ৰস্তুত কৰি উলিয়াইছিল। উল্লেখযোগ্য যোৱা ২৮ জানুৱাৰী তাৰিখে *জ্যোতিৰূপাই* তেওঁলোকৰ মিডিয়া বঁটা প্ৰদান অনুষ্ঠানত গিৰিশ চৌধুৰীক বিশেষভাৱে সম্বৰ্দ্ধনা জনায়।

গিৰিশক একে আষাৰে অজাতশত্ৰু বুলি ক'ব পাৰি। এনে কোনো মানুহ মই এতিয়াও লগ পোৱা নাই, যিজনক তেওঁৰ অমায়িক ব্যৱহাৰে অভিভূত কৰা নাই। শিল্পীৰ জগতত ইমানখিনি কৃতকাৰ্য্যতা খুব কমেইহে লাভ কৰিছে। কৃতকাৰ্য্যতাই তেওঁৰ মাজত অহংভাৱ জগাই তোলা নাই, বৰং সঠিক সংবেদনশীল আৰু অমায়িকহে কৰি তুলিছে। তেওঁ মোৰ নলে-গলে লগা ভাতৃ বন্ধু। এইজনা শিল্পী জগতৰ অন্যতম প্ৰধান পুৰুষক তেওঁৰ ৮০ বছৰীয়া জন্মদিৱসত অগ্ৰজ হিচাপে মোৰ আন্তৰিক আৰ্শীবাদ জনাইছোঁ। তেওঁ যেন সক্ৰিয় হৈ থাকি এশটা শৰৎ অতিক্ৰম কৰিব পাৰে .... ইয়াকে ভগবন্ত পুৰুষৰ ওচৰত প্ৰাৰ্থনা জনাই এইখিনিতে সামৰিলোঁ।



# গিৰিশ চৌধুৰীৰ নাট্যসম্ভাৰ

ৰাম গোস্বামী

গিৰিশ চৌধুৰীক কলামোদী ৰাইজে অভিনেতা বুলিয়েই ভাবে, জানে আৰু সমাদৰ কৰে। তেওঁৰ অভিনয় চাই পৰম সন্তোষ পায়। জীৱনটোৰ ছটা দশকৰো অধিক কাল অভিনয় কৰিয়েই গিৰিশদাই আজি চাৰি কুৰি বছৰ অতিক্ৰম কৰিলে। দৰ্শক সমাজৰ প্ৰিয় অভিনেতা এই মানুহজনে অলপ মনোযোগ দি বহিব পৰা হ'লে বহুতো নাটক ৰচনা কৰিব পাৰিলেহেঁতেন। তেওঁ এগৰাকী প্ৰতিভাসম্পন্ন নাট্যকাৰ হোৱাৰ যোগ্যতা থকা সত্ত্বেও অভিনয়ৰ দিশত অত্যধিক মনোনিবেশ কৰাৰ হেতু নাট ৰচনা তেওঁৰ বাবে গৌণ হৈ পৰিল। যি কেইখন নাট বিচাৰি-খুচৰি পোৱা গ'ল সেই কেইখন অভিনয়ৰ বাবে লিখিব লগা হৈছিল,— তাকো ততাতৈয়াকৈ তাগাদাৰ উপৰি তাগাদাৰ হেঁচাত। নাটক লিখাৰ বাবে যি প্ৰস্তুতি তেনে প্ৰস্তুতি এটা তৈয়াৰ কৰিবৰ বাবে গিৰিশদাই অভিনয়ত দেহে-কেহে, মনে-প্ৰাণে লাগি থকাৰ বাবে সময় উলিয়াব নোৱাৰিলে। আচল কথা, গিৰিশদা মঞ্চৰ মানুহ, মঞ্চই হৈছে তেওঁ জীৱনপ্ৰবাহৰ কেন্দ্ৰবিন্দু। তেওঁৰ অত্যন্ত আদৰৰ ভ্ৰাতৃ, মোৰ প্ৰিয় বান্ধৱ অনিল চৌধুৰীক তেওঁ সৰ্বদা কৈছিল নাটক ৰচনা কৰা কামটোৰ দায়িত্ব বহন কৰিবলৈ। অনিল আছিল বিৰল আয়তনৰ শিল্পী। কেইবাখনো দুৰ্লভ নাটক ৰচনা কৰি তেওঁ সৃষ্টিৰ বৈচিত্ৰ্য দাঙি ধৰিছিল। অভিনয়ত গিৰিশদা আছিল শীৰ্ষস্থানীয়। নাট্যক্ষেত্ৰত তেওঁ অত্যন্ত জনপ্ৰিয়। নাটক ৰচনা, পৰিচালনা আৰু অভিনয়ৰ বিষয়ত তেওঁ অনন্য কৃতিত্বৰ অধিকাৰী। গিৰিশ চৌধুৰীৰ যি অভিনয় ভংগী, যি মেল'ড্ৰামাটিক ভইছ, তেনে অসাধাৰণ কৃতিত্ব বাস্তৱিকতে ভগৱানপ্ৰদত্ত। এই ভগৱানপ্ৰদত্ত নাটকীয় গুণৰাজিৰে গিৰিশদাই যেতিয়া *ছাহজাহানৰ* ভাওত মঞ্চত উঠিছিল তেনে প্ৰাণচঞ্চল জ্যোতিৰ্ময় আভিনয় চাই সমূহ দৰ্শক মন্ত্ৰমুগ্ধ হৈ পৰিছিল। এনে নিখুঁট অভিনয়ৰ মাজেদি গিৰিশদাৰ চৰিত্ৰৰ গতিপ্ৰচাৰ, নাটকৰ ৰস পৰিমাণ, সংলাপৰ অপৰূপ মোহনীয় মাত্ৰাব্যৱহাৰ দক্ষতাৰে প্ৰতিফলন হৈছিল। অনেক নাটক তেওঁ কৰিছে; সকলোতে আমি দেখিছোঁ তেওঁৰ ভাৱগভীৰতা আৰু নাটকীয় ৰসমাধুৰ্য্যৰ মনোগ্ৰাহী প্ৰদৰ্শন! অভিনয়

প্ৰসংগৰ বিষয়ে যোগ্যজনে বেলেগ শিতানত লিখিছে। মই মাত্ৰ ক'ব খুজিছোঁ যে গিৰিশদাই অভিনয়শিল্পী ৰূপেই অধিক নৈপূণ্যৰ পৰিচয় দিছিল আৰু এই ক্ৰিয়াৰ মাজতে তেওঁ চেগাছোৰোকাকৈ নাটক লিখিবলৈ যত্নপৰ হৈছিল। নাটক এটা কম্‌পোজিট আৰ্ট। এই কথা জনাৰ কাৰণে গিৰিশদাৰ নাটকেইখন সংখ্যাত তাকৰ হ'লেও মঞ্চ-উপযোগী, সফল নাট্যসম্ভাৰ।

নটসম্ৰাট উপাধিৰে নাট্যজগতৰ আদৰণীয় ব্যক্তি গিৰিশ চৌধুৰীৰ নাট্য প্ৰতিভা ৰংগমঞ্চ, কথাছবি আৰু অনাতাঁৰ নাটকৰ ক্ষেত্ৰত সু-প্ৰতিষ্ঠিত। তেওঁ, ক'বলৈ গ'লে নাট্যশিল্পৰ নিপুণ কাৰিকৰ। এই কথা একান্তভাৱে তেওঁ ৰচিত নাট কেইখনত প্ৰকাশ পাইছে। আমি বহু প্ৰবন্ধে সংগ্ৰহ কৰা তেওঁৰ ছপা নাটক যি কেইখন পালোঁ, তাৰ লগতে তেওঁৰ হাতেলিখা নাট কেইখনো গোটাই মেলি লৈ এই চমু প্ৰবন্ধটো যুগুত কৰিছোঁ। মঞ্চনাটক, অনাঁতাৰ নাটক, কথাছবিৰ কাহিনী প্ৰভৃতি ৰচনা কৰি তেওঁ অভূতপূৰ্ব সাফল্যৰ সন্ধান দিছে। বস্তুতঃ জীৱনৰ মূল্যবোধ কোন পৰ্য্যায়ৰ হোৱা উচিৎ এই ভাৱনাক নাট্যৰ ভাষাৰে প্ৰতিপন্ন কৰাই হৈছে তেওঁৰ নাট কেইখনৰ মূল বক্তব্য। নাট্যকাৰ হিচাবে গিৰিশ চৌধুৰীৰ মনন আৰু চিন্তাপ্ৰধান বক্তব্য ঘাইকৈ চকুত পৰে নাটকৰ খণ্ডিত অভিব্যক্তিৰ মাজত। তেওঁৰ চিৰিয়াচ নাটক কেইখন এই ধৰণেৰেই কম্পোজ কৰা হৈছে। লঘু পৰ্য্যায়ৰ নাটকো তেওঁ লিখিছে। ইয়াত আছে ব্যংঙ্গ্য আৰু কৌতূহলৰ মাজেদি দাঙি ধৰা সমাজচিত্ৰ, আভিজাত্যৰ অহমিকা। দৰাচলতে গিৰিশ চৌধুৰী ধেমেলীয়া নাটকৰ প্ৰতি সিমান আগ্ৰহী নাছিল। ঘটনাচক্ৰতহে সোমাই তেওঁ খুহুটীয়া বিধৰ কেইখনমান নাট ৰচনা কৰিছিল। অসত্য আৰু সত্য সংশয় অতিক্ৰম কৰি মানুহে কেনেকৈ সৎ জীৱন আশা কৰিব পাৰে সেই কথা লঘু নাটকেইখনে হাস্যৰসৰ মাজেদি অংকিত কৰিছে। আলোচনীৰ পাততো গিৰিশদাৰ চুটি নাট প্ৰকাশ পাইছিল। মোৰ পঢ়া মনত পৰে; কিন্তু সংৰক্ষণৰ অভাৱত এইবোৰ হেৰাল। সংৰক্ষণৰ ক্ষেত্ৰত নাট্যকাৰসকল অনেক কাৰণত এলেহুৱা। কম সংখ্যক নাট্যকাৰেহে সংৰক্ষণৰ বিষয়ত সচেতন। গিৰিশ চৌধুৰীয়েও তেওঁৰ নাটসমূহ সুৰক্ষা কৰাত মনোযোগ নিদিয়াৰ ফলত আমি বহুতো উপাদেয় নাট হেৰুৱালোঁ। তেওঁ মঞ্চ আৰু কথাছবি নিৰ্মাণতে অধিক ব্যস্ত হৈ পৰিছিল বাবেই হয়তো এনে ঘটিবলৈ পালে।

ছপা নাটকৰ ভিতৰত আমাৰ হাতত পৰা নাট কেইখন হ'ল ঐতিহাসিক নাটক *আলেকজেণ্ডাৰ-পুৰু, ছাহজাহান আৰু পলাশী*। এই তিনিওখন নাট একেলগ কৰি *তিনি অধ্যায়* নামে প্ৰকাশ হৈছে ১৯৬৯ চনত। তিনিওখন নাটকত ইতিহাসৰ সমল আছে। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ যোগে প্ৰচাৰিত স্কুল ব্ৰড্‌কাষ্টিং প্ৰগ্ৰেম (বিদ্যাৰ্থী অনুষ্ঠান)ত নাট তিনিখন প্ৰচাৰ হৈছিল। অনাতাঁৰৰ বাহিৰেও মঞ্চনাটক হিচাপে নাট তিনিখনে দৰ্শকৰপৰা সমাদৰ লাভ কৰিছিল। আলেকজেণ্ডাৰ আৰু পুৰুৰ কাহিনী এটা উল্লেখনীয় ঘটনা। ভাৰতীয় বীৰ পুৰুৱে প্ৰবল বীৰ শিৰোমণি আলেকজেণ্ডাৰৰ বশ্যতা স্বীকাৰ নকৰি নিজ পৰাক্ৰম আৰু সন্মান ৰক্ষা কৰিবলৈ দুৰ্জেয় সাহস দেখুৱাইছিল। সুদূৰ গ্ৰীচ দেশৰ বীৰ আলেকজেণ্ডাৰে সমগ্ৰ এচিয়া জয় কৰিবলৈ অভিযান চলাইছিল। ভাৰতভূমিত পদাৰ্পণ কৰি আলেকজেণ্ডাৰ মোহিত হৈছিল ইয়াৰ অতুলনীয় সৌন্দৰ্য্য দেখি। ভাৰতৰ ৰজা পুৰুৰ সৈতে তেওঁ তয়া-ময়া ৰণত লিপ্ত হ'ব লগাত পৰিছিল। পুৰুক বন্দী কৰিবলৈ আলেকজেণ্ডাৰে তেওঁৰ সেনাপতি চেলিউকচক পঠাইছিল। পুৰুক বন্দী অৱস্থাত যেতিয়া আলেকজেণ্ডাৰৰ আগত ঠিয় কৰোৱা হ'ল তেতিয়া পুৰুৱে সৈমান নহৈ নিজৰ বীৰত্ব প্ৰকাশ কৰি এক চৰম নিদৰ্শন দাঙি ধৰিছিল। আলেকজেণ্ডাৰে পুৰুৰ বীৰত্বৰ চিনাকি পাই মুগ্ধ হ'ল। পুৰুৱে কোনোপধ্যে বশ্যতা মানি নোলোৱাত আলেকজেণ্ডাৰ মুগ্ধ হৈ পুৰুৰ প্ৰতি সন্মান জনালে। পুৰুৰ আত্মসন্মানৰ প্ৰতি শ্ৰদ্ধা জনাই গ্ৰীকবীৰজনে তেওঁক ৰাজসন্মানেৰে ৰাজ্য ঘূৰাই দিলে। আলেকজেণ্ডাৰ আৰু পুৰু দুয়ো পৰম বন্ধুৰূপে পৰিগণিত হ'ল। ভাৰত বুৰঞ্জীত এই অভূতপূৰ্ব ঘটনাক সুন্দৰ বৰ্ণনাৰে লিপিবদ্ধ কৰা হৈছে। *ছাহজাহান* নাটখনত অসুস্থ বন্দী মোগল বাদচাহ ছাহজাহানৰ এটা দুখজনক অধ্যায় নাটকীয় আধাৰত ৰূপায়িত হৈছে। ছাহজাহান আৰু বুন্দেলাৰ মাজত যি সংলাপ দিয়া হৈছে তাৰ মাজেদি নাট্যকাৰ চৌধুৰীয়ে গোটেই নাটকীয় বেদনা ফুটাই তুলিছে। যন্ত্ৰণাকাতৰ ছাহজাহানৰ নিৰ্মম ছবি এখনো ইয়াত জিলিকি উঠিছে। মোগল সম্ৰাট সকলৰ অন্তৰ্দ্বন্দ্ব, প্ৰেম, কামনা-বাসনা, প্ৰমত্ততাৰ তীব্ৰদহন, ক্ষমতা লাভৰ লালসা নাটখনে ৰুদ্ধ শ্বাসগতিত উপস্থাপন কৰিছে। জাহানাৰা চৰিত্ৰটো নাট্যকাৰে আবেগৰ সৈতে অংকিত কৰি দৰ্শকৰ মন আকৃষ্ট কৰিবলৈ সমৰ্থ হৈছে।

আনফালে আওৰংজেবৰ চৰিত্ৰৰ মাজত দেখিবলৈ পোৱা গৈছে

তীব্ৰ প্ৰতিশোধ-বাসনা। গিৰিশ চৌধুৰীৰ নাটখনত উন্মোচিত হৈছে কেনেকৈ মোগল বাদচাহসকলে ৰাজপাটৰ লোভত দিশভ্ৰষ্ট অমানুহ হৈ তীব্ৰ অন্তৰ্জ্বালাত জ্বলি পুৰি মৰিছিল। ইয়াৰ পৰিণতিৰ স্বাক্ষৰ বহন কৰিছে ছাহজাহানৰ চৰিত্ৰটোৱে। ছাহজাহানে মৃত্যুৰ মাজেদি শান্তি বিচাৰিছিল। নাটকখনৰ মাজত আমি অবিশ্বাস, হিংসা আৰু বঞ্চনাৰ প্ৰবৃত্তি কিমান ভয়ানক, তাক লক্ষ্য কৰোঁ। গিৰিশ চৌধুৰীৰ *পলাশী* নাটখনতো চিৰাজদ্দৌলাৰ চৰিত্ৰটো ট্ৰেজিক ৰূপত ৰূপায়িত হৈছে। নাটকীয় সংঘাত চৰিত্ৰ বিশ্লেষণ আৰু কাহিনীৰ ঘটনাপ্ৰবাহ হৈছে *পলাশী* নাটখনৰ লক্ষণীয় বিষয়। মীৰজাফৰৰ চৰিত্ৰটো বিশ্বাসঘাতকতাৰ এটা নিকৃষ্ট উদাহৰণ। চিৰাজদ্দৌলাৰ স্বদেশ প্ৰেম উজ্জ্বল ৰূপত নাটকখনত দেখুওৱা হৈছে। পলাশীৰ যুদ্ধখনৰ এক আবেগবিহ্বল চিত্ৰ দাঙি ধৰি নাট্যকাৰ চৌধুৰীয়ে কৃতিত্ব লাভ কৰিছে।

গিৰিশ চৌধুৰীৰ সুখ্যাত ৰচনা *মিনাবজাৰ* এখন সামাজিক ঘটনাক কেন্দ্ৰ কৰি ৰচিত মঞ্চ সফল নাট। ১৯৮৫ চনত এইখন প্ৰকাশ হৈছিল। সূৰ্য্যপ্ৰভা চৌধুৰাণী আছিল গিৰিশ চৌধুৰী-অনিল চৌধুৰীৰ মাক। মাকৰ স্মৃতিতে তেওঁলোক দুয়ো স্থাপন কৰিছিল *সূৰ্য্যপ্ৰভা বাণী মন্দিৰ* উলুবাৰী গুৱাহাটীত থকা তেওঁলোকৰ বাসভৱনত। প্ৰায়বোৰ ছপা নাটেই এই প্ৰকাশনৰ যোগেদি মুকলি হৈছিল। *মিনা বজাৰ* নাটখনো ইয়াৰেপৰা প্ৰকাশ পাইছিল। *মিনা বজাৰৰ* প্ৰথম নাম আছিল *নগ্ন পৃথিৱী* (১৯৪৯)। পিছত ড'ভূপেন হাজৰিকাৰ পৰামৰ্শত ইয়াৰ নাম ৰখা হ'ল *মিনা বজাৰ*। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত নাটখন তিনিবাৰ প্ৰচাৰ হৈছিল। অসমৰ বিভিন্ন ঠাইত্ৰে মঞ্চৰ উপযোগী কৰি নাটখনে নিজৰ গৌৰব অৰ্জন কৰিছিল। এটা মধ্যবিত্ত মুছলমান পৰিয়ালৰ সমস্যা ইয়াত ৰূপায়িত হৈছে। অভাৱগ্ৰস্ত মুজিতৰ জীৱনত ঘটা বিপৰ্য্যয়, অভাৱ ইয়াত প্ৰকাশ পাইছে। স্ত্ৰী ফাতেমা, ল'ৰা লতিফক ঈদত একো এটা দিব নোবাৰি মুজিদৰ জীৱন হৈ পৰিছিল যন্ত্ৰণা আৰু বৈষম্যৰ মৰ্মন্তুদ নাট্যচিত্ৰ। মানুহবোৰ যেন হৃদয়হীন হৈ পৰিছে। যান্ত্ৰিক পৰিবেশত মানুহ হৈ পৰিছে স্বাৰ্থপৰ। প্ৰকৃত শ্ৰমৰ মূল্য কোনেও নিদিয়ে। বিস্মৃত আৰু মানবীয় সামাজিক সমস্যা এটা নাট্যকাৰে তীব্ৰ উৎকণ্ঠাজড়িত ঘটনাৰে পৰিণতিৰ ফালে টানি নিছে। অভাৱৰ মাজেদি মুজিদৰ জীৱন-যাপনৰ অসহায়তা নাটখনে ফুটাই তোলাত সফল হৈছে। দুখীয়া মানুহৰ জাতৰ বিচাৰ নাই। তেওঁলোকৰ মানসিক যন্ত্ৰণা সকলো ক্ষেত্ৰতে একে।

তেওঁলোকৰ সংসাৰ অস্থিৰ, আতংকগ্ৰস্ত আৰু পৰিবেশ-নিৰ্ভৰ। *মাটিৰ স্বৰ্গ* নামেৰে নাটখন চলচ্চিত্ৰ ৰূপ পাইছিল।

*ত্ৰিৰংগ* তিনিখন চুটি নাটৰ সংকলন। *সূৰ্যপ্ৰভা বাণী মন্দিৰৰ* হৈ চৌধুৰীৰ মৰমৰ ভাগিন অভিনেতা আৰু নাট্য সংগঠক মাখন দেৱানে ইয়াক প্ৰকাশ কৰিছিল ১৯৭৪ চনত। ইয়াত আছে গিৰিশ চৌধুৰীৰ *ফুটবলৰ শৰশয্যা, বচ,* আৰু অনিল চৌধুৰীৰ *সংগীত প্ৰতিযোগিতা*। এইবোৰ অনাতাঁৰ আৰু মঞ্চত অভিনীত হোৱা নাটক। আকাৰ, আয়তন, অভিনয়ৰীতিৰ তাল মিলাই এই নাট তিনিখন ৰচিত হৈছিল। ব্যংগ্য শাণিত আৰু তিৰ্য্যক ৰসৰচনাৰে নাটকেইখন উপভোগ্য হৈ দৰ্শকক আকৃষ্ট কৰিবলৈ সক্ষম হৈছিল। ক্ষুদ্ৰ বিষয়ৰ প্ৰতিও যে নাট্যকাৰৰ দৃষ্টিভংগী আছে, সেই কথা *ত্ৰিৰংগ* সংকলনখনত বুজিব পৰা গৈছে। ফুটবলৰ নিচাত অতিপাত বিভোল ননী বৰুৱাই ফুটবল খেলাৰ বাবেই ঘৰখনলৈ অশান্তি আহিল। ঘৈণীয়েক অমলাই ঘৰৰ প্ৰতি কাণসাৰ নকৰা স্বামীক নানা কটু কথা শুনায়। এই কাৰণতে পাকৈত খেলুৱৈ হৈয়ো ননী বৰুৱাৰ ঘৰখনত নিতৌ হাই কাজিয়া। কোনোপধ্যেই ঘৈণীয়েকক শান্ত কৰিব নোৱাৰি, বাধ্যত পৰি ননী বৰুৱাই খেললৈ যোৱাটোকে এৰিবলৈ শপত খাইছিল। ঘৈণীয়েক অমলা উভতি আহিছিল মাকৰ ঘৰৰপৰা এই শপতৰ ওপৰত ভৰষা ৰাখি। ননী বৰুৱাই খেলৰ সকলো বস্তু যেতিয়া পুৰি পেলাবলৈ ব্যস্ত হ'ল, তেতিয়া অমলাই প্ৰমাদ গণিলে। গিৰীয়েকৰ কথা চিন্তি দুখো লাগিল। এনে সময়তে ননী বৰুৱাই হায়দৰাবাদৰ নবাবে আগ বঢ়োৱা সোণৰ মেডেল আৰু কাপ পোৱা খবৰটো আহিলত অমলাই বুজিলে যে তেওঁৰ স্বামী বাস্তৱিকতে এজন নামজ্বলা ফুটবল খেলুৱৈ। গিৰীয়েকৰ সন্মান দেখি তেওঁৰ আগৰ ধাৰণা আঁতৰিল। দুয়োৰে মাজত পুনৰ মিলাপ্ৰীতি স্থাপন হ'ল। ননী বৰুৱায়ো বুজিলে যে বাহিৰত ব্যস্ত থাকিও ঘৰৰ লগত এটা মধুৰ সম্পৰ্ক ৰখা দৰকাৰ। তেহে দুই কুল শান্তিৰে চলিব।

*বচ্* নাটখনত অফিচ এটাৰ ওপৰৱালাৰ মেজাজী সম্বলিত ঘটনাক কেন্দ্ৰ কৰি লিখা হৈছিল। এই ওপৰৱালাজন বৰচাহেব বাবে তেওঁৰ অধীনস্থ কৰ্মচাৰীসকলে তেওঁক খাতিৰ কৰি ভালৰি লগাই চলিব লাগে। ধৰণী, ৰামানুজ, বিশ্বনাথ, চাংকাকতি, মিচ্ চৌধুৰী প্ৰভৃতি চৰিত্ৰৰ সমাবেশ ঘটাই নাটখনে এটা ৰসমধুৰ পৰিমণ্ডল সৃষ্টি কৰাত সফল হৈছে। সংকলনটোত সংযোগ কৰা অনিল চৌধুৰীৰ *সংগীত প্ৰতিযোগিতা*

হাস্যৰস-সম্বলিত এখন উদ্দেশ্যধৰ্মী চুটি নাট। আধুনিক গীত শুদ্ধভাৱে গাবলৈ শাস্ত্ৰীয় সংগীতৰ জ্ঞান থকা দৰকাৰ। তাল, লয়, মান উচ্চাৰণ আদি এই জ্ঞানে পৰিপক্ক কৰে। গীতাই গানৰ মাষ্টৰ অজয়ৰ ওচৰত আধুনিক গীত শিকিছিল। কিন্তু কোনো শাস্ত্ৰীয় পদ্ধতিৰ তালিম নথকাত তাই শুদ্ধমাত্ৰাত অধুনিক গীত পৰিৱেশন কৰি সংগীত প্ৰতিযোগিতাত কৃতকাৰ্য্য হ'ব নোৱাৰিলে। গীতাৰ এই ভুল ভাঙিল। তাই বুজিলে যে শাস্ত্ৰীয় সংগীতৰ স্থান বহুত উচ্চ। ইয়াক আয়ত্ত কৰিবলৈ সাধনা লাগে, অভিজ্ঞ ওস্তাদৰ তলত প্ৰশিক্ষণ লাগে। ভাৱধৰ্মী এই নাটখন চেটায়াৰ হ'লেও বাস্তৱানুগত ঘটনা এটাৰে সমৃদ্ধ।

গিৰিশ চৌধুৰীৰ আন এখন একাংকিকা হৈছে *যুগে যুগে*। অনাতাঁৰ নাটক ৰূপেই এই নাটকখন সমাদৃত। এটা পৰিয়ালৰ সমস্যা ইয়াত দাঙি ধৰা হৈছে। জীৱনত থকা কিছুমান মৌলিক প্ৰশ্ন ইয়াত দেখুৱা হৈছে। যুগে যুগে কেনেকৈ পিতা-পুত্ৰ, পুৰণি আৰু নতুনৰ মাজত সংঘাতৰ সূচনা হয়, কেনেকৈ ইয়াৰ পৰিণতিত পৰস্পৰ সংশয়, অবিশ্বাস আৰু বঞ্চনাৰ প্ৰবৃত্তি প্ৰবল হয়, নাটখনে উদঙাই দিছে। নিষ্ঠাবান গান্ধীবাদী আনন্দ বৰুৱাই মাদক দ্ৰব্য নিবাৰণৰ কামত হাতে-কামে লাগিছিল, মেল-মিটিঙত বক্তৃতা দিছিল। কিন্তু তেওঁৰ ল'ৰাহঁত আছিল ব্যতিক্ৰম। সিহঁতে দেউতাকৰ আদৰ্শৰ বিপৰীতে গৈ অসামাজিক আচৰণত ব্যস্ত হৈছিল। সিহঁতৰ অধঃপতন দেখি আনন্দ বৰুৱাই তীব্ৰ কষ্ট ভোগ কৰিছিল। কথা আৰু কাম এক কৰিব নোৱাৰিলে আদৰ্শ হৈ পৰে অৰ্থহীন। তেওঁ শেষত এই কথা উপলব্ধি কৰিলে। পুতেক-জীয়েকহঁতৰ আচৰণে তেওঁক এটা শিক্ষা দিলে, সাম্প্ৰতিক সময়ৰ এটা বাস্তৱমুখী চিত্ৰ এই একাংকিকাখনে দাঙি ধৰিছে। নাট্য প্ৰভাকৰ শ্ৰীসত্যপ্ৰসাদ বৰুৱাই সম্পাদনা কৰা সাহিত্য একাডেমি প্ৰকাশিত অসমীয়া একাংক নাট সংকলনখনত গিৰিশ চৌধুৰীৰ এই *যুগে যুগে* নাটখন সন্নিবিষ্ট হৈছে।

হাতে লিখা অৱস্থাত থকা ৰাজনীতি, *বৃত্তৰ বাহিৰত, প্ৰজাপতয়ে নমঃ* নাট তিনিখন চুটিমাত্ৰাৰ ৰংগকৌতুক ৰচনা। আংগিকৰ ফালৰপৰা ইয়াৰ পৰিসৰ কম। *ৰাজনীতি* নাটখনত বুৰঞ্জীমূলক আখ্যান এটাৰ আলমত ৰাজনীতিৰ চল-চক্ৰান্ত দেখুৱা হৈছে। দুষ্ট স্বভাৱৰ চাণক্যৰ কূটবুদ্ধিৰ ফলত এখন জাল চিঠিয়ে কেনেকৈ বিভ্ৰাট ঘটাব পাৰে, তাক নাটখনে প্ৰকাশ কৰিছে। *বৃত্তৰ বাহিৰত* এখন মনস্তাত্ত্বিক দ্বন্দ্ব-সংকুল

নাটক। নৰনাৰীৰ ৰহস্য অন্বেষণত তৎপৰ এই নাটখনৰ এটা নিজা ভূমিকা আছে। পুৰুষ আৰু নাৰীৰ মনোবিকলনৰ জটিলতাৰ মাজেদি ঘটনা আগ বাঢ়িছে।. ড° অমৰ দত্তৰ মনৰ গুহাত ঠাই পাইছিল নয়নীৰ ভালপোৱা। কিন্তু এটা সাধাৰণ ভুলৰ বাবে . ড° দত্তই নয়নীক বিয়া নকৰালে। তেওঁ বিয়া কৰালে পূৰবীক- শিক্ষিতা, ৰূপে-গুণে পৰিপূৰ্ণ। কালচক্ৰত নাট্যদ্বন্দ্বই গতি বিপৰীতমুখী কৰিলে। নয়নীৰ মানসিক বিকৃতি ঘটিল।. ড° অমল দত্তই চাকৰি কৰা পগলা ফাটেকৰ ৰোগী হৈ তাই চিকিৎসাৰ বাবে দিন কটাব লগাত পৰিল। ৰোগী নয়নীৰ প্ৰতি. ড° দত্তৰ এটা দুৰ্বলতা আছিল বাবেই তেওঁ অধিক সময় নয়নীৰ চিকিৎসাত ব্যস্ত হৈ পৰিছিল। ইফালে স্ত্ৰী পূৰবীৰ জীৱন হৈ পৰিছিল দুৰূহ। নয়নীৰ প্ৰতি ৰোগবিশেষজ্ঞ স্বামীৰ দুৰ্বলতা গম পাই তেওঁ বিমৰ্ষ হৈছিল। ভিখাৰীৰ দৰে সুখ সৌভাগ্য কামনা নকৰি শেষত পূৰবীয়ে স্বামীক ত্যাগ কৰি মোককচাঙত এখন কলেজৰ অধ্যাপিকা চাকৰি কৰিবলৈ গুচি গ'ল। স্বামীৰ ভালপোৱাৰ যি বৃত্ত, তাৰ মাজত নয়নীৰ স্থান তেওঁতকৈ বেছি সুৰক্ষিত। সেই বাবে পূৰবীয়ে বৃত্তৰ বাহিৰত আশা পালি থকাতকৈ একেবাৰে দূৰলৈ আঁতৰি যোৱাটোৱে শ্ৰেয় বুলি বিবেচনা কৰিলে। নাটখনত কামনা, বাসনা, দ্বন্দ্ব, দ্বিধাবিভক্ত সত্বাৰ সংঘাত নাটকীয় পৰিৱেশত পৰিবেশন হৈছে। ইয়াত নাৰীহৃদয়ৰ ব্যথা-বেদনা সুন্দৰভাৱে প্ৰকাশ পাইছে। *প্ৰজাপতয়ে নমঃ* এখন ব্যংগ্য নাট। তিনিটা ডঙুৱা ডেকা ল'ৰাৰ ভাড়া ঘৰক কেন্দ্ৰ কৰি ঘটনাই ৰসৰ মায়াজাল ৰচনা কৰিছে। পৰিণতিত ভাড়াঘৰৰ মালিকৰ কি ধৰণেৰে পৰাজয় ঘটিল তাক সংঘাত আৰু কৌতূহলেৰে দাঙি ধৰা হৈছে। ভাড়া ঘৰৰ সংক্ৰান্তত আহি পৰা মালিকৰ আবিয়ৈ ছোৱালীৰ ক্ৰিয়া-কাণ্ড বিষয়টোৱে হাঁহিৰ খোৰাক যোগাইছে। গিৰিশ চৌধুৰীৰ খুহুটীয়া নাট কেইখন কৌতূহলমুখৰ, সন্দেহ নাই। চিৰিয়াছ নাটখিনি অৱশ্যে তেওঁৰ গভীৰ নাট্য চিন্তাৰে প্ৰতিফলন। আধুনিক অসমীয়া নাট ৰচনাৰ ক্ষেত্ৰত গিৰিশ চৌধুৰীৰ নাম লিজেণ্ড্ৰী ফিগাৰৰূপে পৰিণত সেই বিষয়ে সন্দেহ নাই।



# গিৰিশ চৌধুৰী, অনিল চৌধুৰী
# আৰু গুৱাহাটী শিল্পী সংঘ

**বৰুণা চৌধুৰী**

আজি ঁঅনিল চৌধুৰীৰ 'দাদা' শ্রীগিৰিশ চৌধুৰীদেৱৰ আশীবছৰীয়া জন্মদিৱস উদ্‌যাপন কৰিব লৈছে নটসম্রাট *গিৰিশ চৌধুৰী সম্বৰ্দ্ধনা সমিতিয়ে।* মোক লিখিবৰ দায়িত্ব দিছে গুৱাহাটী শিল্পী সংঘ, গিৰিশ চৌধুৰী আৰু অনিল চৌধুৰীৰ বিষয়ে।

মই বাৰু কেনেকৈ লিখোঁ? বাৰে বাৰে কলম হাতত লৈছোঁ, বাৰে বাৰে অন্তৰ মোৰ ক্ষত-বিক্ষত হৈছে। আজি এমাহ ধৰি লিখিব পৰা নাই। দাদাৰ আশী বছৰীয়া জন্মদিন পালন কৰিব লোৱাত যিজন আটাইতকৈ বেছি আনন্দিত হ'লেহেঁতেন, উৎসাহ-উদ্দীপনাৰে উপদেশ দিলেহেঁতেন, সহ-অভিনয় তথা নাট্য আন্দোলনৰ ইতিহাসৰ সমল যুগুতাই দিলেহেঁতেন, আজি তেওঁৱেই নাই! মোৰ একাৱন্ন বছৰৰ বন্ধু। চল্লিশ বছৰ যোৱা স্বামী-স্ত্রীৰ সামাজিক বন্ধন! মোক সকলো ক্ষেত্রতে বাট দেখুওৱা মানুহজন মহাশূন্যত বিলীন হৈ গৈছে-- মোক আজি কোনে কৈ দিব মই নজনা কথাবোৰ? মইতো কোনো দিনলিপি ৰখা নাই! আজি বহু বছৰ একো লেখাও নাই। তথাপিও লেখিবলৈ যত্ন কৰিছোঁ। নিজে শিল্পী সংঘ তথা অভিনয়ৰ লগত পৰিচিত হোৱাৰপৰা প্রায় অৰ্দ্ধশতাব্দী আগৰ কথা। অভিনয় শিল্পৰ প্ৰতি ঐকান্তিক পবিত্র হেঁপাহ আছিল মোৰ। এদিন বান্ধৱী আছিয়া খাতুনে *গুৱাহাটী শিল্পী সংঘৰ* আখৰালৈ মোক লৈ গৈছিল। ১৯৫০ চনৰ মে মাহ বোধহয়। মই তেতিয়া ইণ্টাৰমিডিয়েট পৰীক্ষা দি উঠিছোঁ। ব্ৰহ্মপুত্ৰ নদীৰ শুক্রেশ্বৰ ঘাটৰ ৰাস্তাৰ ইপাৰে তেতিয়া *আৰ্য্য নাট্য সমিতি ৰঙ্গমঞ্চ* আছিল। তাৰে কাষত এখন স্কুল ঘৰত *প্ৰতিবাদ* নাটকৰ আখৰা চলি আছিল। আছিয়া খাতুনে মোক তালৈ লৈ গৈ প্ৰথমে নাট্যকাৰ অনিল

চৌধুৰীৰ লগত পৰিচয় কৰাই দিছিল। পিছত তেওঁৱেই মোক *শিল্পী সংঘৰ* সকলো সভ্যৰ লগত পৰিচয় কৰাই দিছিল। অনিল চৌধুৰীয়ে মোক অভিনয় কৰিম নে শুধিছিল। মই স্মিতমুখে কৰিম বুলি কোৱাত তেওঁ দাদাক গিৰিশ চৌধুৰীৰ লগত কথা পাতি লৈ মোৰ আখৰা আৰম্ভ কৰি দিছিল। *প্ৰতিবাদ* নাটকখন আছিল অন্তৰ্দ্বন্দমূলক নাৰীচৰিত্ৰ প্ৰধান পূৰ্ণাঙ্গ সামাজিক নাট। মোক নায়িকাৰ চৰিত্ৰটোৱেই কৰিব দিছিল। নিঃসন্দেহে মই নিজকে ধন্য মানিছিলোঁ। কাৰণ সেয়া আছিল মোৰ জীৱনৰ অতি হেঁপাহৰ প্ৰথম অভিনয়, প্ৰথম সহ-অভিনয়, প্ৰথম অসমীয়া অভিনয়, আৰু যথেষ্ট দায়িত্বসম্পন্ন চৰিত্ৰৰ নায়িকাৰ ভূমিকাত অভিনয় কৰিব পোৱাৰ বাবে। বোধহয় তেওঁলোকেও মোক নায়িকা হিচাপে পোৱাত ভাল পাইছিল। মইও তেওঁলোকৰ মাজত এটা পবিত্ৰ পৰিৱেশ · অনুভৱ কৰিছিলোঁ। *প্ৰতিবাদ* নাটকখন মোৰ জীৱনৰ প্ৰথম নাটক আৰু সেয়ে এইখন নাটকৰ কথাৰেই লেখা আৰম্ভ কৰিছোঁ। *প্ৰতিবাদৰ* নায়কৰ ভূমিকাত আছিল উমেশ দত্ত, খলনায়কৰ ভূমিকাত গিৰিশ চৌধুৰী। খলনায়কৰটো অত্যন্ত দুৰূহ চৰিত্ৰ আছিল। অনিল চৌধুৰীয়ে এই কঠিন চৰিত্ৰটো দাদাৰ বাবেই লেখিছিল। সহ-নায়িকা আছিয়া খাতুন। মই যোৱাৰ আগতে হেনো তেওঁয়েই নায়িকাৰ ভূমিকাটো কৰাৰ কথা আছিল। আৰু এটা প্ৰধান চৰিত্ৰত আছিল নৃত্যপটীয়সী উৰ্বশী দাস, গিৰিজা হাজৰিকা আৰু সৰু এজনী গায়িকাৰ চৰিত্ৰত আছিল গুণদা দাস আৰু ৰেবা দত্ত, মীৰা দত্ত। বিভিন্ন পুৰুষ চৰিত্ৰত আছিল অৰুণ শৰ্মা (মঙ্গলদৈ), প্ৰসন্ন বৰা, পূৰ্ণ মজুমদাৰ, পুণ্য বৰুৱা, খালিকুজ্জামান, মোৱাজ্জিন আলি, আতাউৰ ৰহমান, আখতাব হুচেইন আৰু উৰ্বশীৰ দেউতাক কালীচৰণ দাস। সঙ্গীতত হেমেন হাজৰিকা, অনিল চৌধুৰী নিজে আৰু ভাগিন মাখন দেৱান। । প্ৰম্‌ট কৰিছিল অনিল চৌধুৰীয়ে। মঞ্চসজ্জাত আছিল গোবিন্দ দাস।

মোৰ প্ৰথম দিনৰ আখৰা হৈ যোৱাৰ পাছৰ এটা কথা মনত পৰিছে-- মাখন দেৱানে হঠাৎ হাৰমনিয়ামটো টানি লৈ তাৰ সুকণ্ঠেৰে এটা হিন্দী গীত গাইছিল ঃ *এক ৰাতকা আয়া পঞ্ছি।* সিদিনাৰ সেই সন্ধিয়াটো মোৰ মানস পটত সন্ধ্যাতৰাৰ দৰেই স্নিগ্ধ আৰু উজ্জ্বল হৈ আছে। এওঁলোকৰ লগত মোৰ সেয়েই প্ৰথম পৰিচয়। গিৰিশ চৌধুৰী যে এজন প্ৰতিষ্ঠিত অভিনেতা মই তেতিয়া নাজানিছিলোঁ। নাজানিছিলোঁ

যে এওঁলোকে অশেষ কষ্টেৰে অসীম মনোবল আৰু অধ্যৱসায়েৰে ৰাজহুৱা নাট্যমঞ্চত প্ৰথম সহ-অভিনয়ৰ পাতনি মেলে ১৯৪৯ চনত নামজ্বলা বাংলা নাট্যকাৰ দ্বিজেন্দ্ৰলাল ৰয়ৰ *ছাহজাহান* নাটকেৰে।

ইয়াৰ ৰূপান্তৰ আৰু পৰিচালনা অনিল চৌধুৰীৰ, নাম ভূমিকাত গিৰিশ চৌধুৰী আৰু এই ভূমিকাটিতেই তেওঁৰ অভিনয় জীৱনৰ জ্যোতি প্ৰকাশ; আৰু অনিল চৌধুৰীৰ সুদক্ষ নাটপৰিচালনাৰ পৰিচয়, স্বীকৃতি আৰু নাটমঞ্চত সহ-অভিনয়ৰ পল্লৱিত হ'ল আপোন গৰিমাৰে। *ছাহজাহানৰ* জাহানাৰৰ ভূমিকাত প্ৰথম মহিলা অভিনেত্ৰী, নৃত্য পটীয়সী উৰ্বশী দাস, নাদিৰা শ্ৰীযুতা কমলা শৰ্মা, জহৰত ৰেণু দাস আৰু জয়া দাস নৰ্তকীৰ ভূমিকাত।

সহ-অভিনয়ৰ আগতেও গিৰিশ চৌধুৰীয়ে পুৰুষ ভূমিকাত অভিনয় কৰে। গুলেনাৰ নাটকৰ চেলিম আৰু *চিৰাজদ্দৌল্লা* নাটকত চিৰাজদ্দৌলাৰ, যত আলেয়া হৈছিল অনিল চৌধুৰী। ইয়াত অনিল চৌধুৰী সম্বন্ধে এটা কথা কওঁ। তেওঁ বিষ্ণুপ্ৰসাদ ৰাভাৰ ওচৰত নৃত্য শিক্ষা গ্ৰহণ কৰিছিল আৰু তেওঁৰ অতি প্ৰিয়পাত্ৰ আছিল। ৰাভাদেৱে অনিল চৌধুৰীক গানো শিকাইছিল আৰু তেওঁ ৰেডিঅ'ত নিয়মিতভাৱে গাইছিলো।

সহ-অভিনয়ৰ বাট যে কিমান কঠিন আছিল তেতিয়া মই নাজানিছিলোঁ। জানিলোঁ নিজে অভিনয় কৰাৰ পাছত। তথাপিও মই তেতিয়া নিজৰ নাম গোপন কৰি *সুজাতা দেৱী* নামেৰে মঞ্চত পদাৰ্পণ কৰিছিলোঁ। এই ভ্ৰাতৃদ্বয় যে তাৰ আগতেই এক নিৰবচ্ছিন্ন দুৰূহ প্ৰচেষ্টাৰ বাট পাৰ হৈ আহিছে সেই কথা মই নাজানিছিলোঁ। তাৰ পাছত যেতিয়া *গুৱাহাটী শিল্পী সংঘই* ভদ্ৰঘৰৰ ছোৱালী লৈ অভিনয় কৰাৰ বিপক্ষে এচাম ৰক্ষণশীল নেত্ৰী স্থানীয় ব্যক্তিয়ে কটু সমালোচনাৰ কলম তুলি ল'লে-- তেতিয়া গম পালোঁ যে নাট্যগুৰু, শিক্ষাগুৰু সমাজ-সংস্কাৰক শ্ৰীমন্ত শঙ্কৰদেৱৰ দেশত এতিয়াও আন্ধাৰ আঁতৰা নাই!

এনেবোৰ ৰক্ষণশীল মনোবৃত্তিৰ বিৰুদ্ধে মইও কাগজে-পত্ৰই প্ৰতিবাদ কৰি লিখিছিলোঁ যে ভদ্ৰ ঘৰৰ ল'ৰাৰ লগত ভদ্ৰ ঘৰৰ ছোৱালী অভিনয় নকৰি কোনে কৰিব? আৰু মঞ্চতো নটৰাজৰ পাদপীঠ, দেৱী

সৰস্বতীৰ বেদীমঞ্চ। গিৰিশ চৌধুৰীয়ে নিজেও কাগজে-পত্ৰই লিখিছিল আৰু কেবাগৰাকী মহিলাই আমাক সমৰ্থন কৰি লিখিছিল। সি যি কি নহওক চৌধুৰী ভ্ৰাতৃদ্বয়ৰ কঠিন সাধনাৰে আজিৰ সহ-অভিনয়ৰ স্বচ্ছ বাতাবৰণ সৃষ্টি হোৱা বুলিয়েই ক'ব পাৰি।

তাৰ আগতে এই ভ্ৰাতৃদ্বয়ে নাটকত নাৰী চৰিত্ৰত অভিনয় কৰিছিল। দেখাত কমনীয় আছিল কাৰণেই বোধহয় যি কোনো নাট্যগোষ্ঠীয়ে তেওঁলোকক নাৰী চৰিত্ৰত অভিনয় কৰিব দিছিল। কামাখ্যা পাহাৰৰপৰা স্ক্ৰিণ কান্ধত কৰি দাঙি আনি মাছখোৱাৰ ঈদগাহ পথাৰত তাৰেই শিল্পীসকলৰ লগত অভিনয় কৰিছিল, অভিনয়ৰ প্ৰতি অদম্য হেঁপাহ থকা কাৰণেই। অনিল চৌধুৰীয়ে নাৰী চৰিত্ৰত অভিনয় কৰা এখন ধুনীয়া ফটো আছিল শিল্পী ভুবনেশ্বৰ বুজৰবৰুৱাৰ লগত। সেইখন তেওঁৰ চিনাকি কোনোবা এজনে নি আৰু ঘূৰাই নিদিলে। উলুবাৰীৰ দেৱকুটীৰ পূজা মণ্ডপত অনিল চৌধুৰীয়ে *দেৱলাদেৱীৰ* অভিনয় কৰিছিল অতি সুন্দৰভাৱে। কুমাৰ ভাস্কৰ নাট্যমন্দিৰত বহু নাটকত নাৰী চৰিত্ৰত অভিনয় কৰিছিল দুই ভ্ৰাতৃয়ে। তাৰ পাছত, সদায় নাৰী চৰিত্ৰ কৰি আমনি লাগি এদিন ৰাতি তাৰপৰা দাদাক চাইকেলৰ বেকত কৰি লৈ আহি থাকোঁতে অনিল চৌধুৰীয়ে ক'লে ঃ *আৰু এইদৰে ছোৱালী সাজি অভিনয় নকৰোঁ। যেনেকৈই হওক ছোৱালী বিচাৰি উলিয়াবই লাগিব। এনে বিকৃত শিল্পচৰ্চাৰ কোনে মানে নহয়।* তেতিয়াৰ দিনত এনে দুঃসাহসিক কথা ক'ব পৰাটো, ভাবিব পৰাটো অভাৱনীয় আছিল।

তাৰ পিছতেই চাইকেল মাৰি মাৰি, দাদাক বেকতলৈ (তেতিয়া চাইকেলেই একমাত্ৰ বাহন আছিল, স্কুটাৰ মাৰুতি নাছিল) ঘৰে ঘৰে অহা যোৱা কৰিলে ছোৱালী বিচাৰি। দেহা ভাগৰিলেও মন ভাগৰা নাছিল। অনিল চৌধুৰীৰ কথা শুনিছোঁ যে তেওঁ খুউব ভাল সংগঠক আছিল। এবাৰ হেমাঙ্গ বিশ্বাসক কোৱা শুনিছিলোঁ ঃ *এওঁ এজন ভাল সংগঠক। এওঁক গণনাট্য সংঘলৈ আনিব পাৰিলে ভাল হয়।*

তাৰ পাছত কাৰোপৰা বিশেষ সঁহাৰি নাপাই, এদিন অনিল চৌধুৰীয়ে কিছুমান শিল্পানুৰাগী মানুহক লৈ এখন সভা আহ্বান কৰিলে। তেওঁক সঁহাৰি দি আগ বাঢ়ি আহিল অধিবক্তা পুলকানন্দ দাস, অবিনাশ

দাস, সমুদ্ৰ পাঠক, হৰেন্দ্ৰলাল দাস, কালিচৰণ দাস, গোবিন্দ দাস, সুবোধ শৰ্মা, উমেশ দত্ত, সত্য দাস, সুৰেন্দ্ৰ দাস, নগেন্দ্ৰ দাস, প্ৰসন্ন বড়া, মোৱাজ্জিন আলি, ইছা হক, আজাদ হুছেইন, এম এম হুছেন, অৰুণ শৰ্মা (মঙ্গলদৈ), সুধাংশু ভদ্ৰ। মাখন দেৱানতো লগত আছেই। আৰু এওঁলোকক লৈ সৰ্বসন্মতিক্ৰমে জন্ম হ'ল *গুৱাহাটী শিল্পী সংঘৰ*। ১৯৪৯ চনৰ ১৫ চেপ্তেম্বৰৰ দিনা। বিষয়ববীয়া নিৰ্বাচিত হ'ল-- পুলকানন্দ দাস, সভাপতি, গিৰিশ চৌধুৰী আৰু আফতাব হুছেন যুটীয়া সম্পাদক, অনিল চৌধুৰী থাকিল সংগঠক-প্ৰযোজক ৰূপে। সহ-অভিনয় হ'ব লাগিব-- সকলোৱে একমত। ছোৱালী বিচাৰি চাইকেলেৰে ঘূৰি ফুৰে অনিল চৌধুৰী। শেষত নিৰুপমা দেৱী আৰু সমুদ্ৰ পাঠক আগ বাঢ়ি আহিল। পইচাৰ কাৰণে নিৰুপমা দেৱীয়ে হাৰমনিয়াম বিক্ৰী কৰিলে আৰু অনিলে চাইকেল। ছোৱালীও আহিল কিন্তু অভিনয় কৰিব নোৱাৰি নিজে নিজে আঁতৰি গ'ল। নিৰুপমা দেৱীও আঁতৰি গ'ল-- অনিলে নিজে ভিতৰে ভিতৰে হতাশ হ'লেও বাহিৰত কাকো নিৰাশ হ'ব নিদিলে। অৱশেষত বন্ধু অবিনাশ দাসে এঘৰত ছোৱালীৰ টিউচন ল'লে-- আৰু অনিল চৌধুৰীয়ে এজনী ছোৱালীৰ ককায়েকৰ সৈতে বন্ধুত্ব কৰি অভিনয় কৰাৰ বাবে মান্তি কৰালে। ছোৱালীজনীৰ কিন্তু বিধি বাম। গম পাই এদিন ছোৱালীৰ দেউতাক অগ্নিশৰ্মা। অৱস্থা বেগতিক দেখি আৰু বেয়ালৈ যাব নিদি ছাতিটো এৰি থৈ তেওঁ বৰষুণত ভিজি ভিজি ওলাই আহিল। অনিল চৌধুৰীয়ে আৰু অবিনাশ দাসেও টিউচনৰ লগতে ছাতিটো এৰি থৈ আহিব লগা হ'ল বেয়া বতৰত। এনেকুৱা অসংখ্য দুৰ্ভোগৰ মাজেদি পাৰ হৈ এদিন নিৰাশাৰ ৰাতি পুৱালে। শিল্পানুৰাগী কালিচৰণ দাসে তেওঁৰ ছোৱালীজনীক *ছাহজাহানত* জাহানাৰাৰ ভূমিকাৰ বাবে দিলে, আৰু চৌধুৰীয়ে আনিলে কমলা শৰ্মাক নায়িকাৰ ভূমিকাৰ বাবে। ৰেণু দাস জহৰ, নৰ্তকী জয়া দাস। চাৰিজনী ছোৱালী লৈ পূৰ্ণ সহ-অভিনয়ৰ শুভাৰম্ভ হ'ল। অন্যান্য পুৰুষ চৰিত্ৰত আছিল-- ঔৰংজেব আফতাব হুছেইন, উমেশ দত্ত দাৰা, অৰুণ শৰ্মা যশোবন্ত সিংহ, সুলেমান অনিল চৌধুৰী, মোৱাজ্জিন আলি, ইছা হক, মাখন দেৱান আদি মোৰাদ, মহম্মদ আদি চৰিত্ৰত। প্ৰত্যেকেই অত্যন্ত সুন্দৰ অভিনয় কৰিছিল হেনো। কিন্তু তাৰ আগৰ কথা অনিল চৌধুৰীয়ে আখৰাৰ ব্যৱস্থা আদি কৰাৰ বাবে দাদাক

চাইকেলৰ বেকতলৈ দিনটো ঘূৰি, ৰাতি মৰমৰ ভাগিন তথা বন্ধু মাখনক চাইকেলত লৈ নাটকৰ পষ্টাৰ মাৰিব ওলায়। অনিলে আঠাৰ টেমা লৈ দেৱালত দুহাত দি থিয় দিয়ে আৰু মাখনে তেওঁৰ কান্ধত উঠি পষ্টাৰ লগায় ৰাতি দোভাগলৈ। এবাৰ মহে কামোৰাত অনিলে অলপ লৰি দিলে আৰু দেৱালত ধৰিবলৈ একো নথকাত মাখন ধুপুচ কৰে পৰি গ'ল। ভগৱানৰ অসীম দয়া যে ৰাস্তাৰ পকাত পৰি হাত-ভৰি নাভাঙিল আৰু বৰ দুখ লগা কথা যে নলাৰ গেলা পানীত পৰিলে। নলাটো দ আছিল হেনো। অনিলে ভাগিনক টানি উঠালে, সুধিলে, দুখ পাইছ? মাখনে নাই পোৱা বুলি কোৱাত, একহাতে চাইকেল, আনহাতে মাখনক ধৰি পুলিচ ৰিজাৰ্ভৰ পুখুৰীত গা ধুৱাই দিলে। মাখনে আকৌ পানী আৰু ঠাণ্ডাক ভয় নকৰিছিল। কোনো ওজৰ-আপত্তি নকৰি গা ধুলে আৰু চাইকেলত থকা দুজনৰ দুখন এড়ি কাপোৰেৰে ঘৰ পালেগৈ অনিলৰ চাইকেলৰ বেকত উঠি। এইখিনিতে এটা কথা কওঁ, অনিলে সব কষ্ট সহ্য কৰিব পাৰিছিল কেৱল মহৰ কামোৰ সহ্য কৰিব নোৱাৰিছিল। ইয়াৰ আৰু এটা উদাহৰণ পিছত দিম। এয়া *ছাহজাহানৰ* প্ৰস্তুতিৰ সময়ৰ কথা। আৰু এটা দুখলগা ঘটনা। ১৯৪৯ চনৰ অক্টোবৰ মাহ, *ছাহজাহানৰ* প্ৰথম অভিনয়ৰ দিনা ঠিক এক বজাত স্ক্ৰিণ উঠাৰ সময়ত হঠাৎ লাইট নাইকিয়া হৈ গ'ল, সব অন্ধকাৰ। তেতিয়া এতিয়াৰ দৰে হঠাৎ লাইট নগৈছিল, হঠাৎ কি হ'ল? অনিল চৌধুৰীয়ে মুখত মেকআপ লৈ বন্ধু অবিনাশ দাসৰ লগত আৰ্য্য নাট্য হলৰ আগত মেইন ৰাস্তালৈ ওলাই গৈ টৰ্চ মাৰি মাৰি চাই দেখা পালে-- এঠাইত লাইটৰ তাঁৰত কলগছৰ চোঁচনিত পাথৰ বান্ধি দলি মাৰি দি কোনোবাই নিগেটিভ-পজিটিভ দুটা তাঁৰ সংযোগ কৰি ফিউজ কৰি দিছে। তেতিয়াৰ দিনত য'তে ত'তে ফোন নাছিল যে ফোন কৰি ইলেক্ট্ৰিচিটি ডিপাৰ্টমেণ্টক জনাব। কিবা কৰি আৰু এজন বন্ধুক আনি বাঁহ জোগাৰ কৰি ক'ল-চোঁচনী গুচাই বিপদমুক্ত কৰি পোহৰাইছিল হল। নাটক আৰম্ভ হওঁতে দেৰী হৈ গ'ল। অলপ সময় ৰাস্তাত কেবাজনো পহৰাত থাকিল, হল ঠাঁহ খাই আছে। নাটক আশাতীতভাৱে ভালকৈ হৈ গ'ল। আৰু সিদিনাৰপৰা অনিল চৌধুৰীয়ে নিজে অভিনয় কৰা বাদ দিলে। অত কৰি সহ-অভিনয় চালু কৰাৰ পাছত, গোটেই জীৱন নাৰীচৰিত্ৰ কৰি যেতিয়া পুৰুষৰ চৰিত্ৰ কৰাৰ দিন আহিল,

তেতিয়া প্ৰথমবাৰৰ বাবে এবাৰ পুৰুষ চৰিত্ৰত অভিনয় কৰি, অভিনয় বাদ দিব লগা হ'ল। কাৰণ, এনে কাম সহ-অভিনয় কৰাৰ বিপক্ষ মানুহৰো হ'ব পাৰে আৰু নিজে সহ-অভিনয় কৰাব নোৱাৰি ঈৰ্ষা পৰায়ণ হোৱা লোকৰো হ'ব পাৰে। বাহিৰৰ এই ষড়যন্ত্ৰৰ বিৰুদ্ধে চোকা ব্যৱস্থা ল'বলৈ হ'লে সংগঠকজনে নিজে মঞ্চত অভিনয় কৰা দুৰূহ। আৰু কোন পক্ষই সংস্কৃতিৰ বাটকটীয়াক বিপন্ন কৰাৰ প্ৰয়াস কৰিছিল সেইয়াও তেওঁ জানিছিল; কিন্তু কোনো দিনেই তেওঁলোকৰ বিৰোধিতা নকৰি, সহ-অভিনয়ত নিজ সংঘৰ শিল্পী দি সহায় কৰিছিল। এই সকলো কথা মই পিছত অনিলৰ মুখত শুনিছোঁ। নাটকৰ ৰচনা, মঞ্চায়ন আৰু পৰিচালনাতেই তেওঁৰ আনন্দ আৰু তৃপ্তি আছিল। পিছে লাইম লাইটত অহাৰ কথা তেওঁ নাভাবিছিল।

এতিয়া আকৌ *প্ৰতিবাদ* নাটকৰ কথালৈ আহোঁ। এই নাটকখন অনিল চৌধুৰীয়ে মাত্ৰ চৈধ্য বছৰ বয়সত লিখিছিল। তেওঁৰ অতি ওচৰৰ দুগৰাকী নাৰীৰ জীৱনৰ নিৰ্য্যাতনৰ প্ৰভাৱে তেওঁৰ মনত সেই কোমল বয়সত গভীৰভাৱে ছাপ পেলাইছিল। তেতিয়া বোধহয় ১৯৪২ চনত তেওঁ এই অসাধৰণ নাটখন লিখে। *গুৱাহাটী শিল্পী সংঘৰ* ৪৪ বছৰ পূৰণ উপলক্ষে *মুখাত প্ৰতিবাদ* নাটখন সংঘৰ শ্ৰেষ্ঠ নাট বুলি অভিহিত কৰে। এইখন *আৰ্য্য নাট্য মঞ্চত* প্ৰথম অভিনীত হৈছিল আৰু ইয়াত প্ৰত্যক শিল্পীয়েই অপূৰ্ব অভিনয় কৰিছিল,-- বিশেষকৈ নায়কৰ ভূমিকাত গিৰিশ চৌধুৰী। প্ৰযোজনা, পৰিচালনা, সঙ্গীত সকলোখিনিয়েই দৰ্শকক মুগ্ধ কৰিছিল। দৰ্শকৰ চাহিদাত এইখন কেবাবাৰো মঞ্চস্থ হৈছিল। পত্ৰ-পত্ৰিকাত উচ্ছ্বসিত প্ৰসংশা ওলাইছিল। তাতে নিজৰ অভিনয় জীৱনৰ প্ৰথম প্ৰসংশাৰ কথা মনত থকা স্বাভাৱিক কাৰণে মনত আছে। কাগজে-পত্ৰই লিখিছিল *'নাটকখনৰ গুৰি ধৰিছিল নায়িকা সুজাতা দেৱীয়ে'*। নাটকখন আমাৰ শ্ৰদ্ধেয় তিলকদায়ে পিছত ছপাই দিছিল, অনিলক ভাল পাই আৰু নাটকখন ভাল লাগি। নাটকখন চাই অত্যন্ত ভাল পাই লোকবন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱা, নাট্যকাৰ প্ৰবীণ ফুকন, শিল্পপ্ৰাণ তিলক দায়ো তেতিয়াৰ প্ৰধানমন্ত্ৰী লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱক নাটকখন চাবলৈ আমন্ত্ৰণ জনায়। আমাৰ পৰম গৌৰৱ যে তেওঁ ১৯৫০ চনৰ ৫ আগষ্টৰ দিনা আনন্দমনেৰে নাটক চাবলৈ চিলঙৰপৰা গুৱাহাটীলৈ নামি আহে আৰু কুমাৰ ভাস্কৰ নাট্য মন্দিৰত

বহি অতি আগ্রহেৰে সম্পূৰ্ণ নাটক চাই, অত্যন্ত আনন্দিত হৈ আমাক আশীৰ্বাদ কৰি, পাচ দিনা সংঘৰ সকলোকে অতি চেনেহেৰে মাতি থৈ গৈছিল। এটা কথা এইখিনিতে কওঁ-- তেতিয়া মন্ত্ৰীসকল ৰাইজৰ মানুহ আছিল আৰু নিৰাপত্তাৰক্ষী লৈ নুফুৰিছিল। কিন্তু আমি ইমানেই দুৰ্ভগীয়া যে সিদিনা ৰাতিয়েই তেওঁ নশ্বৰ দেহা ত্যাগ কৰে। এই কথা যেতিয়াই ভাবোঁ মনটো ভাৰাক্ৰান্ত হৈ যায়। মনত পৰে, পাচ দিনা ৰাতিপুৱা আছিয়া আৰু মই তেওঁক চাব গৈছিলোঁ, আমাৰ মুখৰ ৰংখিনিও ভালকে মঁচা যোৱা নাছিল। *প্ৰতিবাদ* নাটকখনেই তেওঁৰ জীৱনত শেষ বিনোদন আছিল। সেইয়া আমাৰ গৌৰৱ আৰু বেদনাও......

ইয়াৰ পাছত আমি গিৰিশ চৌধুৰী ৰচিত নাট *মীনা বজাৰ* নাটকখন মঞ্চস্থ কৰোঁ-- নায়ক নাট্যকাৰ নিজে, নায়িকা এগৰাকী ময়েই; আন এগৰাকী নতুন শিল্পী, কমলা গোস্বামী। এইখনৰ সাৰ্থক মঞ্চায়নে দৰ্শকক মুগ্ধ কৰে। মই এইখনত অভিনয় কৰা নাছিলোঁ-- কাৰণ মোৰ সন্মুখত তেতিয়া বি এ পৰীক্ষা আগত আছিল। তাৰ পাছত সংঘই মঞ্চস্থ কৰে অনিল চৌধুৰী ৰচিত এখন অতি দুৰূহ নাট-- *চিৰন্তন*। মাত্ৰ তিনিটা চৰিত্ৰ আছিল আৰু সৰু এটা পাৰ্শ্ব চৰিত্ৰ, এটা সৰু ল'ৰা অছিল। *চিৰন্তনত* এটা সপোনৰ দৃশ্য আছিল। অতি কৃতকাৰ্য্যতাৰে অনিল চৌধুৰীয়ে সেয়া মঞ্চত উপাস্থাপন কৰিছিল। নায়ক বুধীন শৰ্মা, দুৰূহ খলনায়ক গিৰিশ চৌধুৰী, নায়িকা মই (বৰুণা মুখাৰ্জী), পাৰ্শ্ব চৰিত্ৰত মোৱাজ্জিন আলি আৰু বিৰাজ দাস। *চিৰন্তনৰ* অনবদ্য মঞ্চৰূপ আৰু অভিনয় চাই অভিভূত হৈ মঞ্চলৈ উঠি আহি ন্যায়াধীশ হলিৰাম ডেকাই আমাৰ মূৰত হাত থৈ আশীৰ্বাদ কৰি কৈছিল : *কোনে কয় অসমত তৃপ্তি মিত্ৰ নাই?* সেই অভিনয় নিশাৰ কথা ভাবিলে মন তৃপ্তি আৰু আনন্দৰে ভৰি যায়। নাটকখন ১৯৫৪ৰ ১১ আৰু ১২ মে'ত অভিনীত হৈছিল আৰু নাটকখন নিৰ্বাচিত হৈ ভাৰতৰ চৈধ্যটা ভাষাত অনূদিত হৈছিল। এই নাটকখন কৰোঁতে আৰু এটা দিনৰ বিপৰ্য্যয়ৰ কথা মনত পৰে। সেইয়া হ'ল ভাস্কৰ নাট্য মন্দিৰৰ কৰ্মকৰ্তাই শেষ মুহূৰ্তত হলটো *শিল্পী সংঘক* দিব নোৱাৰে বুলি কোৱাত অনিল চৌধুৰী, গিৰিশ চৌধুৰী দুয়ো বিমোৰত পৰে। তেতিয়া অনিল চৌধুৰীয়ে পুৱাৰেপৰা নাখাই-নলৈও দিনটো চাইকেলেৰে উজান বজাৰৰ সকলো সভ্যৰ ঘৰে ঘৰে গৈ দৰখাস্তত চহী সংগ্ৰহ কৰে। পৰম শ্ৰদ্ধেয় অতুল

হাজৰিকাদেৱে লিখি দিছিল ঃ *অনিল আমাৰে ল'ৰা, ভাস্কৰ নাট্য মন্দিৰৰ প্ৰত্যেকখন নাটকতে অনিলে সহায় কৰে, অভিনয় কৰে। হলটো এওঁলোকক দিব লাগে*। তেতিয়া বেলি মাৰ যায় যায় অৱস্থা! হলৰ অনুমতি পালে। তাৰ পাছতো এওঁলোকে নিজৰ সংঘৰ মহিলা শিল্পীসকলক তেওঁলোকৰ সংঘত অভিনয় কৰিবলৈ অনুমতি দিয়ে কেবল সহ-অভিনয় প্ৰচলনৰ বাবে। এইয়া তেওঁলোকৰ পবিত্ৰ সাধনা আছিল।

*প্ৰতিবাদ-চিৰন্তনৰ* কথা বেছিকৈ কোৱা গ'ল, কাৰণ এই দুখন নাটক মৌলিক নাট আছিল আৰু এই দুখন নাটকে *গুৱাহাটী শিল্পী সংঘক* খ্যাতিৰ উচ্চ শিখৰলৈ লৈ গৈছিল, আৰু মোৰো বোধকৰোঁ জীৱনৰ শ্ৰেষ্ঠ মঞ্চাভিনয় আছিল। মোৰ বোধেৰে গিৰিশ চৌধুৰীৰ প্ৰতিভাৰো শ্ৰেষ্ঠ প্ৰকাশ আছিল। অৱশ্যে খলনায়কৰ অভিনয় কৰি তেওঁ ভাল নাপায় কাৰণে এই দুখন নাটকৰ কথা তেওঁ বৰকৈ নকয়।

*শিল্পী সংঘৰ* দৰে নাট্য গোষ্ঠীয়ে নাটক মঞ্চস্থ কৰোঁতে আৰু যে কিমান আহুকালৰ সন্মুখীন হৈছিল! তেতিয়াৰ দিনত ৰিহাৰ্চেলৰ খৰচ চলাই, মহিলাসকলৰ ৰিক্সা ভাড়া যোগাই, হল ভাৰা, লাইট মাইক আদিৰ খৰচ চলোৱাই টান। তেনেতে এবাৰ আমোদ কৰ নিদিয়ালৈ, এওঁলোকৰ দুই ভ্ৰাতৃৰ ওপৰত ঘৰ-মাটি কোৰোকীৰ নোটিচ আহিছিল আৰু এই ব্যৱস্থা লৈছিল স্বয়ং বিষ্ণু মেধিয়ে। আমাৰ তেতিয়াৰ প্ৰধান মন্ত্ৰী। তেতিয়া নাটক আৰু সংস্কৃতিৰ নিস্বাৰ্থ পূজাৰীসকলৰ প্ৰতি থকা অগাধ চেনেহেৰে যিগৰাকী ব্যক্তিয়ে কঠিন ব্যক্তিত্বেৰে আগুৱাই আহিছিল তেওঁলোকক ৰক্ষা কৰিবলৈ তেওঁ আছিল লোকবন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱাদেৱ। তেওঁ এই সংঘৰ আজীৱন পৃষ্ঠপোষক আছিল। তেওঁক *গুৱাহাটী শিল্পী সংঘই* কেতিয়াও নাপাহৰে। ইয়াৰ পিছত এই সংঘই আৰু বহুতো নাট মঞ্চস্থ কৰিছিল কৃতিত্বৰে। ভুবন মোহন বৰুৱাদেৱৰ *বিবৰ্তন*, নায়ক গিৰিশ চৌধুৰী, নায়িকা মই, দেউতাক কমল নাৰায়ণ চৌধুৰী। এইখিনিতে এটা কথা মনত পৰিছে ঃ গিৰিশ চৌধুৰীৰ অভিনয়ত ভয় খাই মাখন দেৱানে এনেকৈ দৌৰিছিল যে পৰি গৈ তাৰ ভৰি কাটি গৈছিল। তাৰ পাছত অনিল চৌধুৰীৰ *সঙ্গীত প্ৰতিযোগিতা*, প্ৰবীণ ফুকনৰ *চকৰী*, গিৰিশ চৌধুৰীৰ অতি প্ৰিয় চৰিত্ৰ,

বাংলা নাটক অগ্নিমিত্রৰ *জটায়ু*, অনিল চৌধুৰী কৃত সাৰ্থক ৰূপান্তৰ। প্ৰত্যেকখন নাটকৰ নায়ক গিৰিশ চৌধুৰী, পৰিচালনা অনিল চৌধুৰীৰ। আৰু এখন অনিলে খাচী লোককথাৰ ওপৰত যুগুতাই লেখা *'মানিক ৰাইটং'* যিখন দিল্লীত অভিনীত হৈছিল। গুৱাহাটী বিশ্ববিদ্যালয়ত উপস্থাপিত *মানিক ৰাইটং* ৰেডিঅ'তো হৈছিল। এই নাটখন যুগলদাৰ গুৱাহাটীত মঞ্চস্থ কৰাৰ খুউব ইচ্ছা আছিল। কা মহাদেৰ চৰিত্ৰটো মোক দিয়াৰ কথা কৈছিল। মই কৈছিলোঁ *'মোক খাচী চৰিত্ৰত শুৱাব জানো?'* তেওঁ কৈছিল ঃ *'মই তোমাক মেকআপ কৰি দিম।'* এইবোৰ কিমান আনন্দ আৰু গৌৰৱৰ স্মৃতি।

ইয়াৰ বাহিৰে গিৰিশ চৌধুৰী, অনিল চৌধুৰীৰ বহুতো নাট অনাতাঁৰত অভিনীত হৈছিল, তেওঁলোকে নিজেও প্ৰধান ভূমিকাত অভিনয় কৰিছিল। সব নাম মনত নাই, গিৰিশ চৌধুৰীৰ শেষ বয়সত লিখা *বৃত্তৰ বাহিৰত*। এইখন অনিল চৌধুৰীয়ে মঞ্চৰূপ দিয়াৰ কথা ভাবিছিল। সেইয়া সম্পূৰ্ণ নহ'ল। কোনোবাই কেতিয়াবা তেওঁৰ এই ইচ্ছা পূৰ্ণ কৰিব পাৰিলে দাদাৰ এইখন শ্ৰেষ্ঠ নাটক হ'ব বুলি ভাবোঁ।

অনিল চৌধুৰীৰ নাটক *আক্ৰামৰ ট্ৰেজেডি, বিদ্ৰোহিনী, অম্বপালী, গ্ৰীচেল গীলবাৰ্ট* আদি বহুতো অনাতাঁৰ নাট আছিল। কেইখনমান হিন্দী আৰু বঙালী নাটো তেওঁ অনুবাদ কৰিছিল। ৰবীন্দ্ৰনাথ ঠাকুৰৰ *ডাকঘৰৰ* কথা মনত আছে।

এবাৰ নটসূৰ্য্য ফণী শৰ্মাদেৱে, তেজপুৰৰ পগলা ফাটেকৰ সাহায্যাৰ্থে এওঁলোকৰ ওচৰত শিল্পী বিচাৰি আহিছিল। অনিল চৌধুৰীয়ে তেতিয়া নিজে আমাক লৈ তেজপুৰলৈ গৈছিল। নাটক *ৰঞ্জিৎ সিংহ*। নাম ভূমিকাত ফণী শৰ্মা নিজে আৰু ঝিন্দনবাই মই। অন্যান্য চৰিত্ৰত আছিল নিপনৰ দেউতাক চন্দ্ৰ গোস্বামী (সৰগ সিংহ), তুলসী দাদা, ভৰত বৰপূজাৰী আদি। আমাৰ গিৰিজা হাজৰিকা, ভবেশদাদাও গৈছিল। সেই সময়ৰ বহুতো কথা ক'বলৈ মন গৈছে। কিন্তু সেইয়া এই ক্ষেত্ৰত অবান্তৰ।

এতিয়া আমি কৰা চিনেমাখনৰ কথালৈ আহোঁ। গিৰিশ চৌধুৰী, অনিল চৌধুৰী, মই আৰু মাখনে কেবাখনো ছবিত প্ৰধান ভূমিকাত অভিনয় কৰোঁ। তাৰে প্ৰথমখন *'সতী বেউলা'* ১৯৫৩ চনত। আমি

কলিকতালৈ ট্ৰেনেৰে গৈছিলোঁ, গিৰিশ চৌধুৰী, প্ৰবীণ ফুকন, মাখন, গিৰিজা হাজৰিকা, বীণা দাস আৰু সাৰদা বৰদলৈ। ডিৰেক্টৰ সুনীল গাঙ্গুলী। ছবিখন অসমীয়া আৰু বাংলা দুটা ভাষাত কৰা হৈছিল। বঙালীখনত ছবি বিশ্বাস আৰু পদ্মা দেৱী। পদ্মা দেৱীয়ে মোৰ অভিনয় আৰু মনসাৰ নাম পাঠ শুনি খুউব প্ৰশংসা কৰিছিল। কৈছিল তেওঁ মোৰ সুৰতে পাঠ কৰিব। কিন্তু ডাঃ ভূপেন হাজৰিকাই কৈছিল যে এয়া অসমীয়া সুৰৰ মনসাৰ নাম। বাংলাত আপুনি মনসা পাঁচালীৰ সুৰতে গাব লাগিব।

*সতী বেউলা* চাই ৰাইজে ভাল পাইছিল আৰু ইমান ভিৰ হৈছিল যে পুলিচে লাঠিচাৰ্জ কৰিবলগীয়া হৈছিল। তাৰ পিছত গিৰিশ চৌধুৰীৰ ছবি *'সৰাপাত'* অত্যন্ত জনপ্ৰিয় ছবি। এই ছবিখনৰ ব্যৱস্থাপনা, ডায়লগ চিত্ৰনাট্য আদিত অনিল চৌধুৰীৰ বহুত অৱদান আছিল ভ্ৰাতৃসম আনোৱাৰ হুছেইনৰ লগত। ইয়াৰ পাছত এওঁলোকৰ মাতৃ খুউব অসুস্থ হৈ পৰে আৰু অনিল চৌধুৰীয়ে প্ৰায় তিনি মাহ তেওঁক গাতে আউজাই লৈ হস্পিটালত বহি ৰাতি কটায়, আৰু তেতিয়া ভৰি দুখন আঠুৱাৰ বাহিৰত থৈ দিয়ে, মহে কামুৰিলে টোপনি নাহে বুলি। তাৰ পাছতেই তেওঁ আঠাৰাইটিচৰ বিষত অসুস্থ হৈ পৰে আৰু ডিব্ৰুগড় মেডিকেল কলেজত ভৰ্তি হৈ চিকিৎসা কৰায়। কিন্তু তাতে তেওঁক ভাল হোৱাৰ সলনি উত্থান শক্তি ৰহিত হয় আৰু দাদাকে তেওঁক লৈ আহে। আৰু দুবছৰ তেওঁ আয়ুৰ্বেদিক চিকিৎসা কৰি ভাল হয়। সেই কাৰণেই তেওঁৰ শিল্পকলাৰ প্ৰতি অৱদান বিঘ্নিত হয়। ছবছৰ পাছত *মাটিৰ স্বৰ্গ* কৰে কলিকতালৈ গৈ। ইয়াৰ পাছত মই *'কাজিৰঙাৰ কাহিনী'*ত নায়ক বিজয় শঙ্কৰৰ মাকৰ ভূমিকাত অভিনয় কৰোঁ। গিৰিশ চৌধুৰীয়ে এজন অধিবক্তাৰ। *নতুন আশাত* মই নায়ক বিজু ফুকনৰ মাক। তাৰ পাছত *'মেঘমুক্তি'* ইয়াৰ পৰিচালনাত *বন্ধু* নাম দিয়া হৈছিল, কাৰণ শ্যামল মুখাৰ্জী, বিনু বৰ্দ্ধন, অনিল চৌধুৰী আছিল। সঙ্গীতত খগেন মহন্ত, খ'েন-অৰ্চনাই কণ্ঠদানো কৰিছিল। তাৰ পাছত *মানসী,* তাতে গিৰিশ চৌধুৰী আৰু অমলা কটকী দুটা প্ৰধান ভূমিকাত, নায়ক নায়িকা বিজু-বিদ্যা।

এওঁলোক সম্পূৰ্ণ পৰিয়ালৰ শিল্পানুৰাগৰ বুনিয়াদ বোধহয়

এওঁলোকৰ পিতৃ পুৰুষৰপৰাই পোৱা। এসময়ত কনৌজৰপৰা সঙ্গীতজ্ঞ ৰূপে, কামাখ্যা দেৱীৰ মন্দিৰৰ বাবে এওঁলোকক অনা হৈছিল। এওঁলোকৰ পিতৃদেৱ ঁজানকী চৌধুৰী সেয়ে কামাখ্যাৰ আৰু মাতৃদেৱী ঁপূণ্যপ্ৰভা চৌধুৰী আছিল কলিয়াবৰৰ মহন্ত পৰিয়ালৰ। তেওঁলোকৰ প্ৰথম ছগৰাকী কন্যা আৰু সৰ্ব কনিষ্ঠ আছিল ভ্ৰাতৃদ্বয়। এওঁলোকৰ বাইদেউসকলৰ পুত্ৰ-কন্যাৰ প্ৰায় সকোলোটিয়ে এওঁলোকৰ লগত অভিনয় কৰিছিল আৰু গানো গাইছিল।

তাৰে দীপক কোঁৱৰ, বিপুল বৰা, বিৰাজ দাস, পৰাগপাত্ৰ, আবীৰ পাত্ৰ ঁৰঞ্জিত পাত্ৰ, ঁৰেবা দাস অতি প্ৰতিভাশালী অভিনেতো-অভিনেত্ৰী আছিল। ৰেডিঅ'তো অভিনয় কৰিছিল। লীলা পাত্ৰ খুউব ভাল গায়িকা আছিল। অৰ্চনা দাস, ডলি দাস, ৰাতুল বৰুৱা আদি সবেই ভাল অভিনয় কৰিছিল-- আমাৰ লগত। তাৰে অৰ্চনা এতিয়া প্ৰতিষ্ঠিতা গায়িকা। এওঁলোক প্ৰত্যেকেই *শিল্পী সংঘৰ* সেৱক আছিল।

আৰু বহুত নাম, বহু কথা, লিখিলে শেষেই নহ'ব। তথাপি এটা ঘটনাৰ কথা কওঁ-- এবাৰ এখন নাটকৰ সময়ত এওঁলোকৰ মাতৃ অত্যন্ত অসুস্থ আছিল। মইও এইখনত অভিনয় কৰিছিলোঁ। শিল্পপ্ৰাণ আৰু ভ্ৰাতৃদ্বয়ৰ প্ৰতি ব্যাকুল, নিঃস্বাৰ্থ ঁতিলকদাই বাৰে বাৰে গাড়ি লৈ হলৰপৰা ঘৰলৈ আহি ৰোগিনীক পৰিচৰ্য্যা কৰি অৱস্থা চাই, হলত গৈ তেওঁলোকক উইংচৰপৰা সংবাদ দিছিল যে মা ঠিকে আছে। ক'ত গ'ল এই শিল্পানুৰাগী নিঃস্বাৰ্থ, স্নেহকোমল, কৰ্তব্যপৰায়ণ মানুহজন? আৰু কত গ'ল নাটকসৰ্বস্ব অভিনয়ৰ পূজাৰী অনিল চৌধুৰী? মহাশূন্যত বিলীন হৈ গ'ল!! আৰু মই যেন এটা নদীৰ কাষত অকলশৰীয়া গছ এডাল, নিঃসংগ, থিয় হৈ আছোঁ। (ঠিক এনেকৈ মাখনো হেৰাই গ'ল এবছৰ আগতে অলেখ বাসনাৰ 'প্লেন প্ৰোগাম'লৈ)।

কিন্তু নহয়, অনিল আছে,-- অভিনয়-অনুৰাগী, সংস্কৃতি-অনুৰাগী সৰ্বজনৰ মানসত।

*'তোমাৰ মহা বিশ্বে কিছু হাৰায় নাতো কভু'*

আৰু মইও অকলশৰীয়া নহয়, বহুজনৰ মাজত মিলি গৈ একাকাৰ হৈ আছোঁ; *ঠিক* তেনেকৈ মাখনো আছে আমাৰ মাজত.....

মানুহৰ জীৱনৰ হেৰুৱাৰ বেদনা, আশাৰ জোনাকেৰে ধুই যাক। যি ব্যক্তিত্ব এতিয়াও আছে আমাৰ সকলোৰে কাণ্ডাৰী হৈ সংসাৰ তথা শিল্পৰ তেওঁৰ এই আশীতম জন্মদিন সকলো বেদনাৰ উৰ্দ্ধত পৰিপূৰ্ণ হওক, সুন্দৰ হওক, স্নিগ্ধ হওক, বাৰে বাৰে ঘুৰি আহক– এই প্ৰাৰ্থনাৰে.....

*জীৱনেৰ সিংহদ্বাৰে পশিনু যে ক্ষণে*
*এ আশ্চৰ্য্য সংসাৰেৰ মহানিকেতনে*
*যে ক্ষণ অজ্ঞাত মোৰ। কোন শক্তি মোৰে*
*ফুটাইল এ বিপুল ৰহস্যেৰ ক্ৰোড়ে*
*অৰ্ধৰাত্ৰে মহাৰণ্যে মুকুলেৰ মতো।*
*তবুতো প্ৰভাতে শিৰ কৰিয়া উন্নত*
*যখনি নয়ন মেলি নিৰখিনু ধৰা*
*কনককিৰণ গাঁথা নীলাম্বৰ-পৰা*
*নিৰখিনু সুখে দুঃখে খচিত সংসাৰ*
*তখনি অজ্ঞাত এই ৰহস্য অপাৰ*
*নিমেষেই মনে হল মাতৃবক্ষসম*
*নিতান্তই পৰিচিত একান্তই মম।*
*ৰূপহীন জ্ঞানাতীত ভীষণ শকতি*
*ধৰেছে আমাৰ কাছে জননীমুৰতি।*

*(ৰবীন্দ্ৰনাথ ঠাকুৰ)*



# বন্ধু গিৰিশ চৌধুৰী

তিলক হাজৰিকা

গিৰিশ চৌধুৰীৰ নামটো মনলৈ আহিলেই নাটকৰ লগত জড়িত হৈ থকা মানুহ এজনৰ কথাহে মনৰ চকুলৈ আহিব। তেওঁ প্ৰথমতে আৰু শেষলৈকো নাটকৰ মানুহ। তাতকৈয়ো ক'ব পাৰি, তেওঁক যেন নাটকেই পূৰ্ণতা দিয়া এজন মানুহ আৰু তেওঁ নিজে নাটককো পূৰ্ণতা দিয়া এজন মানুহ বুলিও। অভিনয়গত প্ৰাণ তেওঁৰ; তেওঁ আৰু নাট্যাভিনয় অভিন্ন।

নাট্যাভিনয় প্ৰসঙ্গত গিৰিশ চৌধুৰীৰ সম্পৰ্কত নাট্যাচাৰ্য্য অতুলচন্দ্ৰ হাজৰিকাই সদাই *ৰাম লক্ষণ* বুলিহে ক'বলৈ ভাল পাইছিল। কাৰণ তেওঁ গিৰিশ চৌধুৰী আৰু তেওঁৰ ভাতৃ অনিল চৌধুৰীক একাত্মভাবেই দেখিছিল। তেওঁ এই অভিধাটো বহু ক্ষেত্ৰত ব্যৱহাৰ কৰি গৈছে। নাটক আৰু অভিনয়ত এই দুই ভাই যে সদায়ে এজনে আনজনক এৰা নিদিয়াকৈ আছিল এনে নহয়, দৈনন্দিন জীৱনতো তেওঁলোকে এজনে আনজনক বাদ দি ক'লৈকো নগৈছিল। কলাৰ জীৱন আৰু বাস্তৱ জীৱন জুৰি সুখে-দুখে, উদ্ভাৱনে- উৎসৱে সকলো ক্ষেত্ৰতে আৰু সকলো সময়তে দুই সহোদৰৰ এই ৰাম-লক্ষ্মণ মূৰ্তিৰ দ্বিতীয় এটা উদাহৰণ সম্ভৱ চকুত পৰা টান। আৰু এই বিৰল দৃষ্টান্ত আৰু দৃশ্যক তেওঁ *ৰাম-লক্ষ্মণৰ* কুশীলৱৰ তুলনালৈ নি নাটক আৰু অভিনয়ত এই দুই যমজ স্বৰূপ ভাতৃৰ বিশেষ অৱদানৰ কথাকে মাথোন স্বীকাৰ কৰি গৈছে। অনিল চৌধুৰীয়ে নাটক লিখিছিল। তাৰ তাগিদা আৰু অনুপ্ৰেৰণা আছিল গিৰিশ চৌধুৰী। অনিলে চিনেমাৰো চিত্ৰনাট্য লিখিছিল আৰু পৰিচালনা কৰিছিল। তাৰো অন্তৰ্নিহিত শক্তি গিৰিশ চৌধুৰী। ইয়াৰ একোটা ব্যাখ্যা নিশ্চয় আছে। এখন নাটক বা এখন চিত্ৰনাট্যৰ কল্পদৃশ্য মানসপথত থাকোঁতে একোটা বিশেষ চৰিত্ৰই বা একোটা বিশেষ ব্যক্তিত্বই তাৰ নিৰ্দ্ধাৰিত ৰূপ আৰু নিৰ্দ্দিষ্ট বক্তব্য প্ৰকাশ কৰি লয়। অনিলৰ সৃষ্টিৰ আটাইবোৰ বিশেষত্বপূৰ্ণ চৰিত্ৰ আৰু সেইবোৰ

চৰিত্ৰৰ ব্যক্তিত্বই পূৰ্ণ ৰূপ নাপালেহেঁতেন, যদিহে গিৰিশ চৌধুৰীয়ে সেইবোৰ মূৰ্ত কৰি নুতুলিলেহেঁতেন। দুইজনেই আছিল দুইজনৰ পৰিপূৰক। অতুলচন্দ্ৰ হাজৰিকাই যেতিয়া এই অভিন্ন দুই সহোদৰক *ৰাম-লক্ষ্মণ* বুলি গুণগান কৰে, তেতিয়া প্ৰকৃততে তেওঁলোকৰদ্বাৰা একেটা হৈ পৰা কুশীলৱ-সত্তা এটাৰ কথাইহে প্ৰকাশ কৰে।

আজিকালি বাস্তৱ জীৱনত যেনেকৈ যৌথ পৰিয়াল নোহোৱা হৈ আহিছে, তেনেকৈ পৰিয়ালৰ কোনো সহোদৰ ভাই-ককাইক, সকলো সময়তে হাতত ধৰা ধৰি কৰি ফুৰাৰ নিচিনা বাস্তৱতা নোহোৱা হৈ পৰিছে। কিন্তু গিৰিশ-অনিলৰ পাৰিবাৰিক জীৱনৰ সৈতে ঘনিষ্ঠসকলে এতিয়াও অভিভূত হৈ লক্ষ্য কৰে তেওঁলোকৰ ভাই-ভনীৰে বিস্তৃত পৰিয়াল-পৰিজনৰ সকলোখিনি এটা মাত্ৰ পৰিয়ালৰ দৰে বান্ধ খাই থকাৰ কথাটো। গোটেই পৰিয়াল-পৰিজনেই সংস্কৃতিসম্পন্ন; আৰু সাংস্কৃতিক ক্ষেত্ৰত উল্লেখনীয় স্থান গ্ৰহণ কৰা ভালেখিনি লোক এই বান্ধ খাই থকা বিস্তৃত পৰিয়ালটোত আছে। তাৰে এজন উল্লেখযোগ্য আছিল স্বৰ্গীয় মাখন দেৱান, গিৰিশ-আনিলৰ স্নেহৰ ভাগিন, যাক সমাজ্ঞ গোটেই জীৱন জুৰি তেওঁলোকৰ বুকুৰপৰা এৰি নিদিলে, যাৰ লগত শৈশৱৰপৰা প্ৰৌঢ়ত্বলৈ সকলো সময় পাৰ কৰিলে আৰু সাংস্কৃতিক জীৱনৰ সকলোখিনি সৃষ্টিৰ ভাগ-বাটোৱাৰা কৰি তেওঁলোকক ভালপোৱা মানুহৰ অন্তৰ জয় কৰিলে। মানুহে কেৱল পাবলৈকে জীয়াই নাথাকে, অকল তাৰেই সাধনা কৰা মানুহো সকলোতে নাথাকে। আনক দিবলৈ, দি আনন্দ লাভ কৰি মানুহৰ জীৱনৰ সাৰ্থকতা বিচাৰি পোৱা কিছু সংখ্যক মানুহ যদি নাথাকিলহেঁতেন, তেনেহ'লে এই সমাজখন নিষ্ঠুৰতাৰে মৰিশালি হ'লহেঁতেন। গিৰিশ চৌধুৰীক মই বৰ সৌভাগ্য ক্ৰমে এজন সদ্বন্ধু ৰূপে পাইছোঁ। বৰ দীৰ্ঘকালৰ বন্ধুত্বৰ আজি আৰু সময়ো নিৰূপণ কৰাটো কঠিন হৈ পৰে। মোৰ যথাসাধ্য দৃষ্টিকোণেৰে গিৰিশ চৌধুৰীক,আৰু তেওঁৰেই আদৰ্শক আগত ৰাখি জীৱনৰ ৰথ চলাই নিয়া তেওঁলোকৰ সমস্ত পৰিয়াল-পৰিজনৰ মানুহক পঢ়ি যাওঁতে মানুহৰ এই স্নেহসিক্ত কল্যাণকাৰী সংবাদকে পাই গৈছোঁ, আজিও যি সংবাদে আপোনা-আপুনি মোৰ আত্মাৰ কোনোবাখিনি তিয়াই থৈ যায়। ইমান মুকলিকৈ ক'ব লগা হোৱা কথাবোৰে হয়তো বন্ধু চৌধুৰীক অস্বস্তিত পেলাব পাৰে; কিন্তু জনতাৰ এজন শিল্পীক, জনতাই বিচৰা এজন

আপোন শিল্পীকহে, তেওঁ নিজৰ সাধৰণ জীৱনেৰে চৰিত্ৰায়ণ কৰাব পাৰিছে বুলি তেওঁৰ গুণগ্ৰাহী সকলে আশ্বস্ত হ'লে তাত তেওঁৰ ক'বলৈ একো থাকিব নালাগে।

ভাৰতীয় মানসৰ নাট আৰু অভিনয় পৰম্পৰাত ৰামায়ণ আৰু ৰামেই হৈছে কালজয়ী অভিনৱ মানৱ-দৰ্শন। ইয়াতেই আমি অৱশেষত মানুহে কল্পনা কৰিব পৰা আৰু সমাজে পাব পৰা সকলো প্ৰমূল্যৰ ৰূপ আৰু গুণ নিৰ্দ্ধাৰণ কৰোঁ। ইয়াকে বাস্তৱায়িত কৰি দেখুৱাবলৈ আমি এটা চৰিত্ৰ, এনে এটা ব্যক্তিত্ব এনে এটা পৌৰুষক কেন্দ্ৰস্থল কৰি লওঁ, যাৰ কাহিনীজনিত কথাবাৰ্তা, চালচলন, বৈচিত্ৰ্য ইত্যাদিবোৰে সেইবোৰ চিত্ৰায়িত অথবা দৃশ্যায়িত কৰা ব্যক্তিজনক জীৱন্তে এজন আদৰ্শ পুৰুষবলৈ লৈ যায়। এনেকুৱা অভিনেতাৰ কথা সাম্প্ৰতিক কালৰ লোকসমাজে পশ্চিমবঙ্গৰ শিশিৰ ভাদুৰী, ছবি বিশ্বাস, উত্তম কুমাৰ ইত্যাদিৰ মাজত নিশ্চয় দেখিবলৈ পাইছে। তেওঁলোক যি ভূমিকাতেই অৱতীৰ্ণ নহওক, তেওঁলোক সদায় "ৰাম" অৰ্থাৎ ব্যক্তিশ্ৰেষ্ঠ এক আদৰ্শ পুৰুষ শক্তি হৈয়েই থাকি যায়। তেওঁলোকে অভিনয়ৰ পিচত মুখৰ ৰং ঘঁহি ধুই পেলোৱাৰ পিছতো জনসাধাৰণৰ বুকুৰ মাজত আপোনজন হৈ ৰৈ যায়। একোজন নাট্য শিল্পীয়ে জীৱন্তে জনতাৰ এনে হৃদয় জয় কৰাটো কম কথা নহয়। গিৰিশ চৌধুৰী সেই অধিকাৰেৰেই আজি সাৰ্থক অৰ্থত নটসম্ৰাট।

নাট্য আন্দেলনৰ এজন পুৰোধা ব্যক্তি, অসমৰ অভিনয় মঞ্চত যথেষ্ট দুঃসাহসেৰে মহিলা আভিনেত্ৰীক নমাই সাংগঠনিক দক্ষতা দেখুওৱা গিৰিশ চৌধুৰীৰ জনসৰ্ম্পকৰ ক্ষেত্ৰ অৱশ্যে ইয়াতেই সীমাবদ্ধ নহয়। তেওঁ একেই অনুপ্ৰেৰণাৰদ্বাৰা পৰিচালিত এজন ভাল শ্ৰমিক নেতা আৰু সংগঠকো। নাট্যজগতৰ লগত সক্ৰিয়ভাৱে জড়িত হৈ থকা সময়খিনিত তেওঁ একাধাৰে অসমৰ চৰকাৰী পৰিবহণ কৰ্মীসকলৰো এজন আদৰ্শবান নেতা হিচাপে কাম কৰি গৈছে যিখিনি সময়ত তেওঁ লাভ কৰিবলৈ সমৰ্থ হৈছে স্বৰ্গীয় অতুল শইকীয়াৰ দৰে তেওঁৰ এজন নেতা-বন্ধু আৰু দাৰ্শনিকক। গিৰিশ চৌধুৰীৰ অতি ঘনিষ্ঠ বন্ধুসকলেহে

---

এই ক্ষেত্ৰত তেওঁৰ ভয়েক অনিল চৌধুৰীৰ দূৰদৰ্শিতা কষ্টস্বীকাৰ আৰু সাংগঠনিক দক্ষতা সমানেই উল্লেখযোগ্য। — সম্পাদক

জানে এজন শিল্পীৰ প্ৰাণে শ্ৰমিকৰ কল্যাণৰ সংগ্ৰামত কাতৰ হৈ মঞ্চৰপৰা পেলাব পৰা একেই প্ৰভাৱেৰে তেওঁলোককো অনুপ্ৰাণিত কৰি তোলাৰ কথা। কাৰণ চৌধুৰী এজন সুবক্তাও।

সাধাৰণভাৱে চৌধুৰীৰ স্বাস্থ্য ভাল যদিও বয়সৰ ভাৰত তেওঁ আজি ক্লান্ত। তাতকৈয়ো তেওঁ দুখজনকভাৱে আহি অকলশৰীয়া হৈ পৰিছে দিনে-ৰাতিয়ে তেওঁৰ লগত প্ৰায় হাতে হাতে ধৰি ফুৰা ভাই অনিল সিদিনা গুচি যোৱাত আৰু তাৰো মাত্ৰ অলপ দিনহে আগতে একেলগেই ভাইৰদৰে বাঢ়ি আহি লগে লগে ফুৰা ভাগিন মাখনো গুচি যোৱাত। বন্ধু চৌধুৰীক মই কেতিয়াও বিমৰ্ষ হোৱা আগতে দেখা নাই। মোৰ সমবয়সীয়া চৌধুৰীৰ ওচৰলৈ এতিয়া মোৰো যাতায়াত কৰিব নোৱাৰা অৱস্থা। মোক এজন ভাগিনীয়েকে তেওঁৰ সাম্প্ৰতিক নিঃসংগতাৰ কথা কওঁতে মোৰো চকুপানী ওলাল। মই জানো বন্ধুৰ এটা অভগন শিল্পী মন আছে, যি জনতাৰ দুখৰ চকুপানী মচি জীৱনৰ জয়গান গাই ফুৰে। বন্ধু, আমাৰ কন্দাৰ সময় ক'ত? আৰু বৈ যোৱাৰো অৱসৰ ক'ত? আশা কৰিছোঁ আমি এশ বছৰ জীম, বন্ধু আৰু ময়ো!!



# এই পথেই হৈছে সাধনাৰ পথ...

দিলীপ কুমাৰ হাজৰিকা

*বুইছা অকু, দেৱতা কেতিয়াও নায়ক হ'ব নোৱাৰে। ......আমি সকলোৱেই জানো, আমি সকলোৱেই পঢ়িছোঁ বেদবাক্যৰূপে এটাই কথা। সেয়া হ'ল দেৱতাসকল সৰ্বশক্তিমান, তথাপিও দেৱতাসকল কেতিয়াও মহাকাব্যৰ নায়ক হ'ব নোৱাৰে। কিয়? কাৰণ তেওঁলোকৰ মৃত্যু নাই। এটা কথা সদায়েই মনত ৰাখিবা মৃত্যুৰ মূল্যেৰেহে মানুহ 'হিৰো' হয়। মানুহ নায়ক হয়।* অলপ সময় ৰৈ আকৌ কৈছিল— *'অনিলৰ অন্তিম ক্ষণত তুমি গুৱাহাটীত নাছিলা। সেইখিনি সময়ত বাৰে বাৰে তোমাৰ কথা মনলৈ আহিছিল। অনিল আজি নাই। মৰণৰ মাজেৰে অনিল আমাৰ সকলোৰে কাৰণে চিৰ নায়ক, অমৰ নায়ক হৈ থাকিব।'*

.....যোৱা দীপান্বিতাৰ পিছদিনা গুৱাহাটীত ভৰি দিয়েই মই উদ্বিগ্ন হৈ ধাপলি মেলিছিলো গিৰিশদাৰ বাসভৱনলৈ। কেইদিনমান আগতে আমাৰ চিৰ আদৰৰ অনিলদাক আমি হেৰুৱাইছিলোঁ। অতি ধীৰ আৰু নম্ৰতাৰে অনিলদাৰ বৰ ভাতৃ গিৰিশদাই ওপৰৰ কথাখিনিৰ আলম লৈ মোক সুবোধ দিছিল আৰু তেওঁৰ কথাৰ মাজেৰে সমস্ত বেদনাপূৰ্ণ পৰিবেশটোক শান্ত আৰু স্নিগ্ধ কৰি তুলিবলৈ প্ৰয়াস কৰিছিল।

নাট্য কলা সাধনাৰ মাজেদি ওৰে জীৱনটো কটাই দিয়া এইজন গিৰিশদাই আশী বছৰত ভৰি দি এতিয়াও কাকো অকণো আমনি নিদিয়াকৈ নিজৰ আমোঘ অস্ত্ৰ নম্ৰতাৰ মাজেদি অসমৰ শিল্পীসকলৰ মাজত মুকুটবিহীন সম্ৰাট হিচাপে নিজৰ আসন চিৰস্থায়ী কৰি ৰাখিছে। গিৰিশদাক বহু বছৰ আগতেই তেওঁৰ গুণমুগ্ধ ৰাইজে শিল্পীৰ অতুলনীয় অৰিহণাৰ বাবে যাচিছিল এটি আটকধুনীয়া উপাধি। সমস্বৰে সকলোৱে কৈছিল : *গিৰিশ চৌধুৰী আজিৰেপৰা নটসম্ৰাট গিৰিশ চৌধুৰী।* মই

ক'ব বিচাৰিছোঁ এইটোৱেই যে এনে এটি মূল্যৱান মুকুট আগ বঢ়োৱাৰ আগেয়েই আমাৰ গিৰিশদা আছিল সমূহ শিল্পীৰ হৃদয়ৰ মুকুটবিহীন সম্ৰাট।

উলুবাৰীৰ চৌধুৰী ছপাশালৰ সৰু কোঠালিটোত বহি নিৰলে পঢ়া-শুনা কৰি থকা হাঁহিমুখীয়া গিৰিশদাই চাকৰি জীৱনৰপৰা কেতিয়াবাই অৱসৰ গ্ৰহণ কৰিছিল। অৱশ্যে চাকৰি জীৱনৰপৰা অৱসৰ লৈ গিৰিশ চৌধুৰী বেছি ধৰণেৰে ব্যস্ত হৈ পৰিল তেওঁৰ শিল্পীজগৎখন লৈ আৰু তেওঁৰ বুকুৰ আমঠু *শিল্পী* সঙঘক লৈ। সেই সৰু কোঠালিটোত আমি বহুতো আলোচনাৰ বাবে মিলিত হৈছিলোঁ। এই আলোচনাসমূহ মোৰ বাবে ঐতিহাসিক। এই সৰু কোঠালিটোত গিৰিশদা নাট্যকাৰ ভাতৃ অনিল চৌধুৰী আৰু ভাগিনিয়েক শিল্পীসাধক মাখন দেৱান আৰু অনিলদাৰ স্ত্ৰী বৰুণা বৌৰ সৈতে আলোচনা কৰি আমি *আৰ্টিষ্ট ওয়েলফেয়াৰ ফাণ্ড* গঢ়াৰ সংকল্প লৈছিলোঁ। গুৱাহাটীৰ নেহৰু ষ্টেডিয়ামত ১৯৯৯ ৰ ফেব্ৰুৱাৰীত সঙ্গীত-নিশা অনুষ্ঠিত কৰি পুঁজি সংগ্ৰহ কৰি, সেই পুঁজিৰ আধাৰত সেই সময়ৰ মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ উদগনিত নাট্য প্ৰভাকৰ সত্যপ্ৰসাদ বৰুৱাৰ সভাপতিত্ব আমি এই ন্যাস গঠন কৰিব পাৰিছিলোঁ। এই ন্যাসৰ যোগেদিয়েই অসমৰ শিল্পী-কলাকুশলীক বিপদৰে বেলিকা যৎকিঞ্চিৎ সহায় আগ বঢ়াব পাৰিছোঁ, ইয়াৰ গুৰিতেই আজিৰ আশী বছৰীয়া গিৰিশ চন্দ্ৰ চৌধুৰীক ন কৈ নমস্কাৰ জনাব লাগিব।

লুই কেৰেলৰ অতি আকৰ্ষণীয় চৰিত্ৰটো আছিল এলিচ। ইয়াতেই আছিল এটি আইনাৰ ঘৰ। ঘৰটোত আধিপত্য কৰিছিল এগৰাকী ৰাণীয়ে। ৰাণীয়ে এলিছক কৈছিল ঃ *একে ঠাইতে থিয় হৈ থাকিব খুজিলে অনবৰত দৌৰি থাকিব লাগিব। --Now here you see, it takes all the running you can do, to keep in the same place. If you want to get somewhere else you must run at least twice fast as that........ অৰ্থাৎ কথাটো হ'ল এজন বয়সীয়া মানুহে এঠাইত নিজৰ ঠাইত নিজকে আবদ্ধ ৰাখিলেও তেওঁ নিজকে ব্যস্ত ৰাখিব লাগিব। এইজনে নিজৰ সৰু ঠাইখিনিৰ ৰাজত্বৰপৰা বহিৰ্জগতত ভৰি দিলে দুগুণে তেওঁৰ*

*কৰ্মশক্তি বঢ়াব লাগিব।*

গিৰিশদাই ৰাণীয়ে এলিচক আগ বঢ়োৱা পৰামৰ্শ মনে-প্ৰাণে গ্ৰহণ কৰিছে। সৰু কৌঠালিৰ সীমিত পৰিধিৰ মাজৰপৰা এখন সীমাহীন পথাৰলৈ নিজৰ দৌৰ আৰম্ভ কৰিছিল অৱসৰ গ্ৰহণৰ পিছৰ কালছোৱাত আমাৰ গিৰিশদাই।

অৱসৰৰ কালছোৱাত নাতিহঁতৰ লগত এখন সুকীয়া মেলা আৰম্ভ কৰাত ব্যস্ত হৈ পৰে গিৰিশদা। ক'ৰবাত পঢ়িছিলো এষাৰ কথা। সেয়া হ'ল, *শ্ৰুতিতে পৌঁছলে স্মৃতিতে থেকে যায়।* অৰ্থাৎ ভাল কিবা এটা যদি অকণিহঁতক লৈ শুনাব পাৰো সেয়া সিহঁতৰ স্মৃতিত চিৰযুগমীয়া হৈ ৰ'ব। সুন্দৰ সুন্দৰ গীত, নাটক আৰু ভাল ভাল কথাৰ মাজেৰে গিৰিশদাই তেওঁৰ নিজস্ব শিল্পী তৈয়াৰ কৰা গৱেষণাগাৰত এটি পৰীক্ষা এই অকণি নাতি-নাতিনীহঁতৰ মাজেদি আৰম্ভ কৰিছে। *অকণিহঁতৰ শ্ৰুতিত যদি কিবা এপদ কঢ়িয়াই লৈ যাব পাৰোঁ সেয়া সিহঁতৰ স্মৃতিত চিৰস্থায়ী হ'ব।* --গিৰিশদাই কৈছিল।

এটা ঘৰুৱা চিৰিয়াখানাও গিৰিশ চৌধুৰীৰ ঘৰৰ বাকৰিত দেখা পাব। এয়া পুত্ৰ গৌতমৰ কীৰ্তি। নানান পশু-পক্ষীয়ে গিৰিশদাৰ এই চোতালখন জীৱন্ত কৰি আছে। নাতিহঁতক পক্ষীৰ মাজত বিচৰণ কৰা দেখি গিৰিশদাই কৈছিল ঃ *প্ৰকৃতিক ভাল পালেহে এজন সম্পূৰ্ণ মানুহ হিচাপে নিজকে গঢ়ি তুলিব পৰা যায়। এতিয়াও মনত পৰে আমাৰ ল'ৰালি কালত দেউতাই আমাক গছ এজোপা দেখিলে, সেই গছজোপা সাৱটি ধৰিবলৈ কৈছিল। গছক সাৱটি ধৰিব পাৰিলেহে গছক ভাল পাব পাৰি।* গিৰিশদাই গৌতমৰ যোগেদি নাতি-নাতিনীহঁতক প্ৰকৃতিপ্ৰেমী কৰি তুলিছে। ইয়াকেই মই শিল্পীসুলভ পৰিয়ালটোৰ পৰম্পৰা ৰূপেও অভিহিত কৰিছোঁ।

পিতৃপ্ৰদত্ত সংস্কৃতি গিৰিশ চৌধুৰীয়ে মুকলি মনেৰে নিজৰ সন্তান গৌতম আৰু নাতি-নাতিনীহঁতক মাজত বিতৰণ কৰিছে। ইও এক ঐশ্বৰিক সাধনা।

নাটকৰ মাজেদিয়েই পিছৰ জীৱনৰ যাঠিটা বসন্ত পাৰ কৰি দিয়া গিৰিশদাৰ জীৱনৰ কেইটিমান অবিস্মৰণীয় মুহূৰ্ত আছে।

গিৰিশদাৰ প্ৰথম চলচ্চিত্ৰ আছিল— *সতী বেউলা। সতী বেউলাত* সৰু অথচ এটি তাৎপৰ্য্যপূৰ্ণ চৰিত্ৰ ৰূপায়ণৰ দায়িত্ব অৰ্পিত হৈছিল গিৰিশদাৰ ওপৰত। চৰিত্ৰটো আছিল লক্ষীন্দৰৰ মেৰঘৰ নিৰ্মাণ কৰা মিস্ত্ৰিজন। কলিকতাৰ ইন্দ্ৰপুৰী ষ্টুডিঅ'ৰ সেইখিনি সময়ত অৰ্থাৎ ১৯৫৪ চনত বিয়াগোম চেট লাগিছিল এই মেৰঘৰৰ দৃশ্যৰ বাবে। *সতী বেউলাখন* অসমীয়া আৰু বাংলা দুয়ো ভাষাতেই গৃহীত হৈছিল। পৰিচালক আছিল সুনীল গাঙ্গুলী নামৰ এজন সম্পূৰ্ণ নবাগত। অসমীয়া সংস্কৰণৰ পৰামৰ্শদাতা হিচাপে সদায়েই 'চেট'ত বহি আছিল নাট্যওজা প্ৰবীণ ফুকন। অসমীয়া *সতী বেউলাৰ* চান্দ সদাগৰৰ ভূমিকাত আছিল নটসূৰ্য্য ফণী শৰ্মা আৰু বাংলা *সতী বেউলাৰ* সদাগৰ আছিল বাংলা তথা ভাৰতীয় কথাছবি জগতৰ চিৰনমস্য পুৰুষ ছবি বিশ্বাস। ছবি বিশ্বাস আছিল কথাছবিৰ অভিনয় জগতৰ সবাতোকৈ উজ্জ্বলতম তাৰকা। বিভিন্ন চৰিত্ৰক জীৱন্ত কৰাত ছবি বিশ্বাসৰ দ্বিতীয়জনৰ কথা কুৰি শতিকাই কেতিয়াও স্মৰণ কৰিব নোৱাৰে। কুৰি শতিকাৰ অন্যতম যশস্বী অভিনেতা হিচাপে ছবি বিশ্বাস চিৰকালে অমৰ হৈ থাকিব। সত্যজিৎ ৰায়ৰ *জলসাঘৰৰ* সেই ক্ষয়িষ্ণু জমিদাৰজনৰ কথা কোনে পাহৰিব? তাৰাশঙ্কৰৰ *জলসাঘৰৰ* জমিদাৰ সত্যজিতৰ চেলুলইডত চিৰকাল অম্লান হৈ ৰ'ব। ছবি বিশ্বাসৰ মহাপ্ৰয়াণ ঘটিল ১৯৬২ চনত এটি শোকাবহ মটৰ দুৰ্ঘটনাত। সত্যজিৎ ৰায়ে কৈছিল : *সেই চিত্ৰসমূহত মোৰ ঘাই আধাৰেই আছিল ছবি বিশ্বাসৰ অভিনয়। ছবি বিশ্বাস অবিহনে মই সেই ছবিসমূহ হাতত লোৱাৰপৰা স্বেচ্ছাই বিৰত হ'লো।* এইজনাই আছিল অভিনয় প্ৰতিভাৰ শীৰ্ষস্থানত অৱস্থিত হোৱা ছবি বিশ্বাস।

গিৰিশদাই *সতী বেউলাৰ* মেৰঘৰৰ মিস্ত্ৰিৰ চৰিত্ৰটো অতি সুন্দৰকৈ দাঙি ধৰিব পাৰিছিল। গিৰিশদাই সংলাপ শেষ কৰাৰ লগে লগে পৰিচালক গাঙ্গুলীয়ে *কাট* বুলি কোৱাৰ পিছত অলপ দূৰত মেক-আপ লৈ বহি থকা ছবি বিশ্বাস অভাৱনীয়ভাৱে গিৰিশদাৰ কাষ চাপিছিল। সুধিছিল : *তোমাৰ কি নাম?* সুনীল গাঙ্গুলীক কৈছিল : *আজকে আমি বলে ৰাখলাম এ ছেলে ভাল অভিনয় কৰবে।* এইবাৰ গিৰিশদাক লক্ষ্য কৰি কৈছিল : *তুমি এই পথেৰেই আগ বাঢ়ি গৈ থাকা। এইপথেই সাধনাৰ পথ। জীৱনত সফল হ'ব পাৰিবা।....*

১৯৪৯ চনত পেৰিছত ভাৰতবৰ্ষৰ এতিয়াৰ এগৰাকী মুধাফুটা চিত্ৰকাৰ আৰু তেতিয়াৰ ছাত্ৰ পৰিতোষ সেনৰ কথা এই গিৰিশদা আৰু ছবি বিশ্বাসৰ কথোপকথনৰ মাজেদি মোৰ মনলৈ ন কৈ আহিছে। ১৯৪৯ চনত শিল্পী পৰিতোষ সেন চিত্ৰশিল্পীৰ 'মক্কা' পেৰিছলৈ গৈ উপনীত হৈছিল বিশ্ববৰেণ্য পিকাছোৰ ষ্টুডিঅ'ত। পৰিতোষ সেনে লেখিছিল : *ষ্টুডিঅ'ত পিকাছোৰ চিত্ৰমালাত লুকাই থকা লিনচিদ তেলৰ গোন্ধ লৈ লৈ মই ভাবিছিলোঁ কেনেকৈ এই মহান শিল্পীক মোৰ অঙ্কিত ছবি দেখুৱাব পাৰিম?* অৱশেষত সেই সময় আৰু সুবিধা আহিছিল। পৰিতোষ সেনে মোনাৰপৰা আটোমটোকাৰিকৈ তেওঁৰ অঙ্কিত চিত্ৰসমূহ মহান শিল্পীৰ সন্মুখত ৰাখিলে। বহু সময় নিৰীক্ষণ কৰি পিকাছোৱে কৈছিল : *তুমি ঠিক পথেৰেই আগ বাঢ়িছা।*

হঠাৎ ছবি বিশ্বাসে গিৰিশদাক কোৱা কথাষাৰৰ ভাবাৰ্থ মই এই পিকাছো আৰু পৰিতোষৰ সংলাপৰ মাজত যেন পুনৰ বিচাৰি পাইছিলোঁ।

এইটো ঠিক কথা যে গিৰিশ চৌধুৰীয়ে *সতী বেউলাৰ* পিছত আৰু উভতি চোৱা নাই। সন্মুখত বহুকলীয়া আন্ধাৰৰ মুখামুখি হোৱা গিৰিশদা সেই ঠিক পথেৰেই বিচৰণ কৰি আছে। আনোৱাৰ হুছেইনৰ *সৰাপাত* ছবিৰ নায়ক আৰু নিৰ্মাণৰ বহুখিনি দায়িত্ব মূৰত লৈছিল গিৰিশ চৌধুৰীয়ে। এই ছবিৰ পিছ মুহূৰ্তত গিৰিশ চৌধুৰী আৰু অনিল চৌধুৰীয়ে আৰম্ভ কৰিলে জীৱনৰ এক কঠোৰ সংগ্ৰাম। সংগ্ৰাম আছিল নিজাববীয়াকৈ এখন ছবি নিৰ্মাণ। ছবি নিৰ্মাণৰ দৰে ব্যয়বহুল প্ৰচেষ্টা সম্ভৱময় হৈ উঠিল চৌধুৰী চিত্ৰায়নৰ *মাটিৰ স্বৰ্গৰ* মাজেৰে। এই ছবি নিৰ্মাণক মই গিৰিশদা আৰু অনিলদাৰ জীৱনৰ কঠোৰতম সাধনা হিচাপে চিহ্নিত কৰিব বিচাৰিছোঁ। *শিল্পী সঙ্ঘৰ* মাজেৰে নাটকত বাৰেবৰণীয়া মেলা চৌদিশে অনুষ্ঠিত কৰাত চৌধুৰী ভাতৃদ্বয় আছিল অদ্বিতীয়। তেওঁলোকৰ সংকল্প আৰু প্ৰত্যাশা আছিল গগনচুম্বী। অসমত সহ অভিনয়ৰ পাতনি মেলা মহা যজ্ঞখনৰ পুৰোহিত আছিল এই ভাতৃদ্বয়। গিৰিশ চৌধুৰীৰ মঞ্চ আছিল প্ৰথম প্ৰেম। এই মঞ্চতেই সফল নাট *মিনা বজাৰক* কেন্দ্ৰ কৰি *মাটিৰ*

*স্বৰ্গৰ* চিত্ৰনাট্য অনিল চৌধুৰীয়ে প্ৰস্তুত কৰিছিল। মাটিৰ স্বৰ্গ হৈছে গিৰিশদাৰ জীৱনৰ মাইলষ্টোন অৰ্থাৎ মাইলৰ খুটি। সাধনাৰ মাজেদি কেনেকৈ সপোন সাৰ্থক কৰি তুলিব পাৰি তাৰ জ্বলন্ত উদাহৰণ হৈ ৰ'ল গিৰিশ চৌধুৰীৰ *মাটিৰ স্বৰ্গ।* ঐতিহাসিকৰ দৃষ্টিভঙ্গীৰে এই ছবিখনি চলচ্চিত্ৰৰ ইতিহাসৰ এখন প্ৰামাণ্য দস্তাবেজ। বলাই সেনৰ *মানসী,* বিণু বৰ্দ্ধনৰ *মেঘমুক্তি* কথাছবিতো গিৰিশ চৌধুৰী চৰিত্ৰাভিনেতা হিচাপে জিলিকি উঠিল। সফল বাংলা ছবি 'শত্ৰু'ৰ অসমীয়া সংস্কৰণ *প্ৰতিশোধৰ* ঘাই চৰিত্ৰ এটি ৰূপায়িত কৰিছিল গিৰিশদাই। ৰাজকাপুৰৰ *জাগতে ৰহো* ছবি পৰিচালনাৰে বিশ্বজুৰি খ্যাতি অৰ্জন কৰা অমিত মৈত্ৰ এই ছবিখনৰ পৰিচালক আছিল। ব্ৰজেন বৰাৰ *ৰঙা নদী* আৰু ইন্দুকল্প হাজৰিকাৰ *কাজিৰঙাৰ কাহিনীত* দৰ্শকে তেওঁলোকৰ চিৰ চিনাকী অভিনেতা গিৰিশ চৌধুৰীক নিবিড়ভাৱে বিচাৰি পাইছিল। কথাছবিৰ সংখ্যা আৰু তালিকা বুজন পৰিমাণৰ হ'লেও গিৰিশ চৌধুৰীয়ে প্ৰথম প্ৰেম মঞ্চৰ কথাকেই এতিয়াও আনন্দেৰে ক'বলৈ বিচাৰে।

বঙ্গদেশৰ অপ্ৰতিদ্বন্দী নাট্যকাৰ বিধায়ক ভট্টাচাৰ্যৰ সান্নিধ্য গিৰিশদাৰ জীৱনৰ অন্য এটি সুমধুৰ মুহূৰ্ত। বিধায়কৰ বিখ্যাত নাট *মাটিৰ ঘৰৰ* অলক চৰিত্ৰটোৰ সৈতে একাত্ম হৈ পৰা গিৰিশ চৌধুৰীয়ে কলিকতাত যাঠিৰ দশকত বিধায়কৰ কাষ চাপি মন্ত্ৰমুগ্ধ হৈ পৰিছিল। চিত্ৰলেখা ৰঙ্গমঞ্চত গ্ৰীণৰূমত গিৰিশ চৌধুৰীয়ে বিধায়কক খাটনি ধৰিছিল এই বুলি ঃ *দাদা, মই কলিকতালৈ আহি মোৰ অভিনয় জীৱন মুকলি কৰিব বিচাৰিছোঁ, আপুনি আশীৰ্বাদ কৰক।* বিধায়কে কৈছিল ঃ *নিজৰ মুল সুঁতি কেতিয়াও এৰি নাহিবা। এই সুঁতিৰ মাজতেই তুমি নিজকে বিচাৰি পাবা।* বিধায়কে কৈছিল ঃ *গিৰিশ! আমাৰ শিল্পীসকলৰ মাজত ঈৰ্ষা, খিয়লাখিয়লি খুউব বেছি। সদায়েই এই কথালৈ সাৱধান হ'বা।* যুগান্তকাৰী নাট্যকাৰ বাৰ্টল্ট ব্ৰেখটে কৈছিল ঃ I don't trust him. Because we are friends। বিধায়কৰ এই উক্তিৰ সৈতে ব্ৰেখটৰ কথাখিনি যেন হুবহু মিলি যায়। কি সুন্দৰ অন্তৰপৰশা এই বাক্য শাৰী ঃ *মই তেওঁক বিশ্বাস নকৰোঁ কাৰণ তেওঁৰ মোৰ বন্ধু।*

শিল্পীজীৱনত লাভ কৰা অমৃতৰ মাজতেই যিমান গৰল গিৰিশ

চৌধুৰীয়ে দেখা পাইছিল তাৰ কথা যেন ব্ৰেখ্‌টৰ সংলাপৰ মাজেদি অসম্ভাব্য ভাবে স্ফুটি উঠে।

কলিকতাত থকা কালছোৱাত গিৰিশ চৌধুৰী মুখামুখি হৈছিল সমাজবাদী শিল্পীসকলৰ সৈতে। গিৰিশদা নিজে আছিল প্ৰকৃতাৰ্থত এজন কংগ্ৰেছসেৱী ব্যক্তি। চলিত কালছোৱাত জাতীয় কংগ্ৰেছৰ ছত্ৰছায়াত গঢ় লৈ উঠা পৰিবহণ কৰ্ম্মী সন্থাৰ মূল মানুহ গৰাকী অতুল শইকীয়াৰ পৰম বন্ধু আছিল গিৰিশ চৌধুৰী। দুৰ্দান্ত কৰ্মশক্তিৰে অতুল শইকীয়াই গঢ়ি তোলা এই অনুষ্ঠানত শইকীয়াক সহায়-সহযোগ আগ বঢ়োৱা আনজন প্ৰধান ব্যক্তি আছিল নাট্যকাৰ গিৰিশ চৌধুৰী। গিৰিশদা কলিকতাত থকা সময়ত জ্যোতিৰিন্দ্ৰ মৈত্ৰৰ এটি গীত শুনি কান্দি উঠিছিল। পঞ্চাশৰ দুৰ্ভিক্ষৰ বিষয়ে হিয়া উতলা কৰা এই গীতৰ যিথিনি কথাই গিৰিশ চৌধুৰীৰ হৃদয় চুই গৈছিল, সেয়া আছিল—

*"ফেন দাও প্ৰাণ দাও/নবজীবনেৰ*
*সমীৰণ ছোখে মুখে ছাড়াও।*
*গ্ৰাম ভেঙ্গে আজ এসেছি শহৰে*
*এনেছি দুঃখ এনেছি মৃত্যু।*
*এনেছি ৰোগ/এনেছি শোক।*

*আনিছোঁ দুঃখ আনিছোঁ মৃত্যু, আনিছোঁ ৰোগ, আনিছোঁ শোক* এই কেইটা কথাই সেই দিনা মোক কন্দুৱাইছিল, গিৰিশদাই কৈছিল। বিশাল হৃদয়ৰ অধিকাৰী গিৰিশ চৌধুৰীক এনেকৈ বহুবাৰ মই আনৰ দুখত মৰ্মাহত হোৱা দেখিছোঁ। সম্প্ৰতি গুজৰাটৰ ভূঁইকপৰ হৃদয়বিদাৰক কাহিনীৰ কথা কৈ কৈ গিৰিশদাই জ্যোতিৰিন্দ্ৰ মৈত্ৰৰ এই অবিস্মৰণীয় গীতটো সুঁৱৰিছিল।

বিশ্ববন্দিতৰ চেলো যন্ত্ৰ বজাওঁতাসকলৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ হিচাপে বিবেচিত এজন ব্যক্তি হ'ল পেব্‌লো কেচেল্‌চ। পেবলোৱে ৯৫ বছৰ বয়সত ভৰি দিয়া মুহূৰ্তত এজন যুৱক সংবাদযেবীয়ে সুধিছিল : Mr Casals! You are 95 and the greatest cellist that ever lived. Why do you still practice six hours a day–? আপুনি ৯৫ বছৰীয়া। পৃথিৱীৰ সঙ্গীতজগতৰ সৰ্বোত্তম পুৰুষ।

এতিয়া আপুনি চেলো বেহেলাখন আঁঠুত লৈ দৈনিক ছঘণ্টাকৈ কিয় সঙ্গীত সাধনা কৰে? কেচেলচে্ গুৰুগম্ভীৰ স্বৰত উত্তৰ দিছিল : Because I think I am making progress;– কাৰণ মই এতিয়াও ভাবোঁ যে মই সাধনাৰ মাজেদি উৎকৰ্ষ সাধনত নিমগ্ন আছো।

গিৰিশদাই *পঁয়সত্তৰ* বছৰ বয়সত বাংলা নাটক অগ্নিমিত্ৰ বিৰচিত *জটায়ুৰ* অসমীয়া ৰূপান্তৰৰ যাইই ভূমিকাত অৱতীৰ্ণ হৈছিল। ৰূপান্তৰ শব্দটো এইবাবেই প্ৰয়োগ কৰিছোঁ যে অগ্নিমিত্ৰৰ মূল নাট *জটায়ুক* সম্পূৰ্ণভাৱে নিজস্ব স্বকীয় ষ্টাইলেৰে অনিল চৌধুৰীয়ে এই অসমীয়া নাটখন প্ৰস্তুত কৰিছিল। *জটায়ুত* বৈজ্ঞানিক ডাক্তৰজনৰ চৰিত্ৰটো নাটকৰ শুৰিৰেপৰা শেষলৈকে প্ৰতি দৃশ্যত সংযোজিত আছিল। পঁয়সত্তৰ বছৰীয়া গিৰিশ চৌধুৰীয়ে *জটায়ুত* যেন অভিনয়ৰ মাজেদি ১৯৫৪ চনত ছবি বিশ্বাসে কোৱা কথাখিনিয়েই নকৈ প্ৰমাণ কৰিলে। প্ৰমাণ কৰিলে বিশ্বৰ সৰ্বশ্ৰেষ্ঠ 'চেলো' বজাওঁতা কেচেলৰ সেই অভূতপূৰ্ব বাণী। যেতিয়া পেবলো কেচেলচে কৈছিল মই, সাধনাৰ মাজেদি উৎকৰ্ষ সাধনত নিমগ্ন আছোঁ। মনত পৰিছিল ছবি বিশ্বাসৰ সেই ঐতিহাসিক বাণী : *তুমি এই পথেৰেই আগ বাঢ়ি গৈ থাকা। এই পথেই হৈছে সাধনাৰ পথ।* আশী বছৰ বয়সতো নিৰবচ্ছিন্নভাৱে শিল্পী গিৰিশ চৌধুৰী নিমগ্ন হৈ আছে শিল্পকলাৰ উৎকৰ্ষ সাধনৰ এই মহান সাধনাত।



# জন্মদিনৰ অভিনন্দন

কুলদা কুমাৰ ভট্টাচাৰ্য্য

খুউব সম্ভৱতঃ ১৯৪৯ চন। তেতিয়াও স্কুলত পঢ়োঁ। পাণবজাৰত ঘৰ। শুক্রেশ্বৰ (শুক্রেশ্বৰ) ঘাটৰ *আৰ্য্য নাট্য সমাজ ৰঙ্গমঞ্চখনো* ঘৰৰ দৰে। সন্ধিয়া কেতিয়াবা ৰাতি সেই ফালেদি যাওঁতে যদি দেখোঁ অভিনয় চলিছে, তেতিয়া ভুমুকি এটা মাৰোঁ। তেনে এক গধুলি, নাটক *টিপু চুলতান*। যিমান দূৰ মনত পৰে বাংলা ভাষাত অভিনয়। হাইদৰ আলীৰ ভাওটো চাই মুগ্ধ হৈ পৰিলোঁ। ওলাই আহি কাৰোবাক অভিনেতাজনৰ নামটো সুধিলো। ক'লে গিৰিশ চৌধুৰী। তাৰ পাছতো গিৰিশ চৌধুৰীয়ে বাংলা নাটকত অভিনয় কৰিছে; যেনে, ১৯৫৬ চনত ভাৰতীয় *গণ নাট্য সংঘৰ* প্রযোজনা, ৰবীন্দ্রনাথ ঠাকুৰৰ, *ৰক্ত কৰবীৰ* মুখ্য চৰিত্র *ৰাজাৰ* ভাৱত।

যিয়ে নহওক হাইদৰ আলীৰ সেই অভিনেতাজনৰ অভিনয় পৰাপক্ষত মই নোচোৱাকৈ থকা নাই। চৌধুৰী ভ্রাতৃদ্বয়, মোৱাজ্জীন আলী প্রভৃতিৰ শিল্পী সংঘৰ প্রযোজনাবিলাক চোৱা নিয়ম হৈ পৰিছিল। চাইছিলোঁ তেওঁলোকৰদ্বাৰা স্ত্রী-পুৰুষৰ সহ-অভিনয়। খুউব সম্ভৱ *মীনা বজাৰ*। কুমাৰী কমলা গোস্বামী, ৰেবা দাস নামৰ দুগৰাকী মহিলা অভিনেত্রী।

তাৰো কেইবছৰৰ পাচত গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ অভিনেতাৰ তালিকাভুক্ত হ'লোঁ। তেতিয়া গিৰিশ চৌধুৰীৰ লগত একেলগে অভিনয় কৰাৰ সুযোগো পালোঁ। দেখিলোঁ সুদৰ্শন, পিন্ধনত বগা চাৰ্ট-পেণ্ট। মুখত ভদ্র হাঁহি। সৰু-বৰ সকলো সহকৰ্মীৰ প্রতি সবিনয় সম্ভাষণ, যাৰ কোনো ব্যতিক্রম আজিলৈকে দেখা নাই।

কিন্তু প্রকৃত ঘনিষ্ঠ সম্পৰ্ক তাৰো কেবা বছৰৰ পাছত যেতিয়া মই আকাশবাণী, গুৱাহাটীত নাট বিভাগৰ ভাৰপ্রাপ্ত প্রযোজক হিচাপে যোগদান কৰিলোঁ তেতিয়াহে। ১৯৬২ ৰ শেষ ভাগৰপৰা ১৯৬৪ৰ শেষ ভাগলৈ প্রায় দুবছৰ কাল সেই চাকৰীত আছিলোঁ। সেইছোৱা সময়ত প্রায়বিলাক গুৰুত্বপূৰ্ণ নাটকত তেওঁক আমন্ত্রণ কৰা হৈছিল আৰু প্রধান চৰিত্রটোত অভিনয় কৰিবলৈ

দিয়া হৈছিল। *ৰজা ইদিপাছৰপৰা ডক্টৰ ফাউষ্টাচলৈকে* তেওঁৰ কণ্ঠস্বৰে অবাধে অহাযোৱা কৰিছিল। এই আটাইকেইখন নাটকৰে প্ৰযোজনা আছিল মোৰ। একো বুজাই দিয়াৰ প্ৰয়োজন হোৱা নাছিল। ডাঙৰ অভিনেতাৰ স্বাভাৱিক দক্ষতাৰে অনায়াসে প্ৰবেশ কৰিছিল চৰিত্ৰৰ গভীৰতালৈ। সেই দিনবিলাকত আৰু ভালদৰে লক্ষ্য কৰিছিলোঁ যে মাৰ্জিত ব্যক্তিত্ব, বিনম্ৰ ব্যৱহাৰ, লগৰ অভিনয় শিল্পীসকলৰ লগত সানন্দ সহযোগিতা, নিশ্চিত সময়ানুবৰ্তিতা ইত্যাদি নিতান্ত বাহ্যিক ভদ্ৰতা নহয়, সেইটোৱেই তেওঁৰ ব্যক্তিত্ব। গিৰিশ চৌধুৰীৰ পৰ্য্যায়ৰ অভিনেতাৰ লগত কাম কৰাত সাধাৰণতে এটা মানসিক হেঁচা থাকে। পৃথিৱীৰ সকলোতে পৰিচালকৰ এনে অনুভূতি হয়। কিন্তু ব্যতিক্ৰমো থাকে। গিৰিশ চৌধুৰী তেনে এক ব্যতিক্ৰম। তেওঁৰ লগত কাম কৰিবলৈ গৈ মই কোনো মানসিক হেঁচা অনুভৱ কৰা নাছিলোঁ।

আকাশবাণীৰ লগত মোৰ সম্পৰ্ক ছেদৰ সময়ত তেওঁ মোৰ প্ৰতি হোৱা অবিচাৰৰ প্ৰতিকাৰ কিবা পোৱা যায় নে নাই, তাৰ বাবে নিজে আগ্ৰহী হৈ মোক ট্ৰেড ইউনিয়ন নেতা,—পিচলৈ বিধায়ক অতুল শইকীয়াৰ ওচৰলৈ লৈ গৈছিল।

তাৰো দুবছৰ মানৰ পাছত আমি পাণবজাৰৰ পৰা উঠি আহিলোঁ গিৰিশ চৌধুৰী-অনিল চৌধুৰী-মাখন দেৱানৰ ঘৰৰ ওচৰত। ফলত আকাশবাণীৰ লগত সম্পৰ্ক ছিন্ন হ'লেও তেওঁৰ লগত সম্পৰ্ক আৰু দৃঢ় হ'ল। পৰৱৰ্তী কালত মোৰ যাযাবৰী জীৱনত দেখা-সাক্ষাৎ কম হ'লেও যোগাযোগ অটুট আছিল।

অসমৰ নাটক আৰু চলচ্চিত্ৰৰ ক্ষেত্ৰত গিৰিশ চৌধুৰীৰ অৰিহণাই আজি তেওঁক নেতৃত্বৰ আসন দিছে। আশী বছৰত ভৰি দিয়ো তেওঁৰ উদ্যম অটুট। এতিয়াও মাৰ্জিত ব্যক্তিত্ব ত্ৰুটীহীন। এনে ব্যক্তিত্বৰ স্নেহধন্য হোৱাৰদ্বাৰা মই নিজক সন্মানিত বোধ কৰোঁ।



# মই জনা গিৰিশ চৌধুৰীজন

যোগীন গোস্বামী

গিৰিশ চৌধুৰীয়ে কিমানখন বোলছবিত অভিনয় কৰিলে, কিমানখন ৰেডিঅ' নাটকত তেওঁৰ মাত শুনিলোঁ, বা কিমানখন থিয়েটাৰ, চিৰিয়েল দেখিলোঁ তাৰ হিচাপ দিব নোৱাৰিম। নোৱাৰিম এইবোৰৰ অভিনয় সম্পৰ্কে মতামত দিবও; কাৰণ, চমু কথাত মই এইবোৰৰ সূক্ষ্ম বিশ্লেষণ একোৱেই নাজানো।

কিন্তু এইবোৰ কৰিবলৈ গৈ তেওঁ যে কিমান কষ্ট আৰু ত্যাগ কৰিবলগীয়া হৈছিল সেইখিনি কিছু কিছু জানোঁ। চৌধুৰীয়ে তেতিয়াৰ পৰিবহণ বিভাগত চাকৰি কৰিছিল। কেৱল অভিনয় কৰি নাইবা নাটক লিখি অসমত পৰিয়াল চলাবতো নোৱাৰিয়েই, নিজৰ পেটটোকে পোহাটো টান। অভিনয়-পাগল চৌধুৰীয়ে হয়তো এইটো কাৰণতেই চাকৰি কৰিবলগীয়া হৈছিল। কিন্তু দুয়োটা সমানে চলাব খুজিলে কোনোবাটোত কেতিয়াবা লেঠা লাগে যেন পাওঁ। অভিনয়প্ৰেমী গিৰিশ চৌধুৰীয়ে পঞ্চাশৰ দশকৰ আৰম্ভণিতে বোধহয় *সতী বেউলাত* অভিনয় কৰোঁতে ছুটীৰ ম্যাদ শেষ হৈছিল। চাকৰিৰ কামত ক্ষতি হোৱাতকৈও, ওপৰৱালাই চৌধুৰীৰ নিচিনা চাকৰিয়াল এজনৰ খ্যাতি হোৱাটো দেখিব নোৱাৰিছিল। সেই কাৰণেই বিভাগীয় কৰ্তৃপক্ষই তেওঁক শাস্তি বিহিছিল। দৰ্মহাৰ বছৰৰ বাঢ়নীটো কেইবা বছৰলৈও বন্ধ কৰি দিয়া হৈছিল। মাহৰ পিছত মাহ ধৰি দৰ্মহাটোও নাপাইছিল। কিন্তু চৌধুৰীয়ে সেইবোৰলৈ ভ্ৰূক্ষেপেই কৰা নাছিল। অৰ্থৰ কথা, কষ্টৰ কথা, ঘৰৰ কথা ভাবিবলৈ সময়কে নাছিল। নাটক প্ৰযোজনা আৰু আখৰাৰ বাবে হাতত সময়েই নাছিল। সেই পঞ্চাশৰ দশকৰেই কথা। উজান বজাৰৰ থিয়েটাৰ ঘৰৰ *উৰুখা পঁজা* মঞ্চায়নৰ আয়োজন। প্ৰযোজনাত চৌধুৰী ভাতৃদ্বয়। তেতিয়া চৌধুৰীৰ বিয়া হোৱা নাই। ৰুগীয়া মাতৃক দেউতাকৰ তত্বাৱধানত এৰি সদায় নিশা এপৰলৈকে *উৰুখা পঁজাৰ* আখৰা কৰিছিল। কিন্তু থিয়েটাৰখন নহ'লৈগে। মাতৃ ঢুকাল।

ইয়াৰ পিছত আহিল *মাটিৰ স্বৰ্গ*। চৰকাৰী চাকৰিয়ালে কিবাকিবি ছপাবলৈ আৰু অভিনয় কৰিবলৈ চৰকাৰৰ অনুমতিৰ প্ৰয়োজন। নিয়মটো বোধকৰোঁ এতিয়াও আছে। এতিয়া চৌধুৰীৰ *মাটিৰ স্বৰ্গত* অভিনয় কৰিবলৈ চৰকাৰে অনুমতিও নিদিয়ে নাইবা নিদিওঁ বুলিও নকয়। ফাইল ঘূৰি আছে, বিভাগীয় সঞ্চালক সচিবৰপৰা মুখ্য সচিবৰ টেবুলৈকে। *সতী বেউলাৰ* সময়ৰ চাকৰিৰ ঠেকেছাটোৰ পিছত চৌধুৰী কলিকতালৈ যোৱাৰ বাবে দুবাৰ চিন্তা কৰিবলগীয়া হ'ল। শেষত যেনিবা সেই সময়ৰ পৰিবহণ সচিব ধৰ্মানন্দ দাসে ক'লে ঃ *চৌধুৰীয়ে কলিকতালৈ গৈ চুটিং কৰক। তেওঁটো চৰকাৰৰপৰা অনুমতি বিচাৰিছিল। দিওঁতে পলম কৰিলে প্ৰযোজক কিমান দিন বহি থাকিব? পিছত চোৱা যাব।*

আনহাতে চৰকাৰৰো অনুমতি দিয়াত অসুবিধা হৈছিল। কাৰণ সেই সময়ত পৰশ্ৰীকাতৰ বিষয়াজনে লিখিছিল ঃ *মাটিৰ স্বৰ্গৰ প্ৰযোজক হ'ল অনিল চৌধুৰী। গিৰিশ চৌধুৰীৰ ভায়েক। গতিকে এইটো চৌধুৰীৰ ব্যৱসায়।*

কিন্তু ধৰ্মানন্দ দাসে কথাটো নামানিলে। চৌধুৰী অভিনয় কৰিবলৈ গ'লগৈ।

মই এই তিনিটা উদাহৰণ দিয়াৰ কাৰণ এটা আছে। শিল্পী বুলি চৌধুৰীৰ যি খ্যাতি হৈছে ইয়াৰ পিছত আছে, তেওঁৰ ত্যাগ আৰু সাধনা। এই দুয়োটা নহ'লে জীৱনত কোনো কামৰেই স্বীকৃতি নাহে।

ট্ৰেন্সপৰ্টত চাকৰি কৰি থকাৰ সময়তেই গিৰিশ চৌধুৰীক আমাৰ ইউনিয়নতো সুমুৱাই লৈছিলোঁ; ট্ৰেড ইউনিয়ন সম্পৰ্কে চৌধুৰীৰ জ্ঞান আছে সেই কাৰণে নহয়, শ্ৰীচৌধুৰীৰ 'গ্লেমাৰটোৰ' বাবেহে। মানুহ আকৰ্ষণ কৰাৰ সুবিধা হয়। কিন্তু কি আচৰিত! অলপ দিনৰ ভিতৰতে চৌধুৰীয়ে ট্ৰেড ইউনিয়নৰ বিদ্যাও পৰ্য্যাপ্তভাৱে আহৰণ কৰিলে। কৰ্তৃপক্ষৰ লগত আলোচনা-বিলোচনাত ভাগ লোৱা হ'ল। চৌধুৰীৰ যুক্তিবোৰ মালিক পক্ষ আৰু আমি মন দি শুনিছিলোঁ। আৰু তেওঁৰ যুক্তিত পতিয়নো গৈছিলোঁ। সত্তৰ দশকৰ প্ৰথম ছোৱাতে পৰিবহণ নিগমত এদিন সমগ্ৰ ৰাজ্যজুৰি ধৰ্মঘট হৈছিল। এই ধৰ্মঘটত চিলঙত পুলিচে লাঠিচাৰ্জ কৰিবলগীয়া হৈছিল আৰু আমাৰ কেইবাজনো কৰ্মীক পুলিচে গ্ৰেপ্তাৰ কৰিছিল। মই

তেতিয়া লণ্ডনত আছিলোঁ। ঘূৰি আহি শুনিলোঁ, ধৰ্মঘটটো চলি থাকিবলৈ চৌধুৰীয়েই নিদিলে। তেওঁ এনে এটা কৌশল উলিয়ালে যে চৰকাৰ এটা মীমাংসালৈ আহিবলৈ বাধ্য হ'ল। সেই সময়ত চৌধুৰীৰ কৃতিত্ব কৰ্মীসকলৰ মুখে মুখে শুনিছিলোঁ। চৌধুৰীয়ে ভাল বক্তৃতা দিব জানিছিল যিটো সেই সময়ত আমাৰ বৰ প্ৰয়োজন হৈছিল। এই ক্ষেত্ৰত থিয়েটাৰত বচন মতা মাত আৰু ভঙ্গীয়ে বিশেষ কাম দিছিল।

চৌধুৰীৰ বিষয়ে আৰু এবাৰ ক'ব লাগিব। সেইটো হ'ল তেওঁৰ সুস্থিৰ চিন্তা। সমস্যাৰ মাজত পৰিলে তেওঁ উচিৎ সিদ্ধান্ত দিব পাৰে। চৌধুৰীয়ে জীৱন-সংগ্ৰামত আজিও পৰাজয় হোৱা নাই, তাৰ কাৰণো সেইটোৱেই বুলি মোৰ ধাৰণা।

সুৰুচি, মাৰ্জিত ব্যৱহাৰ, এইবোৰ হ'ল গিৰিশ চৌধুৰীৰ সম্পদ, যিবোৰৰ এটাও এই লিখকৰ নাই। গতিকে মই খাই আহিছোঁ আন বহুতৰে ধিক্কাৰ, গিৰিশ চৌধুৰীয়ে পাই আহিছে গুণমুগ্ধজনৰ শ্ৰদ্ধা।



# অসমৰ নাট্য আন্দোলনৰ অন্যতম কৰ্ণধাৰ গিৰিশ চৌধুৰীঃ সময়ৰ বালিত তেওঁৰ খোজ বিচাৰি...

সদা শইকীয়া

আশী বছৰীয়া জন্মদিনত নটসম্ৰাট গিৰিশ চৌধুৰীদেৱক ৰাজহুৱাভাৱে সম্বৰ্দ্ধনা জনোৱাৰ মুহূৰ্তত তেওঁ মঞ্চ, কথাছবি আৰু অনাতাঁৰৰ চিৰস্মৰণীয় শিল্পী হিচাপে অসমীয়া সংস্কৃতিৰ ক্ষেত্ৰত আগ বঢ়াই অহা অসামান্য অৱদানৰ কথা আমাৰ (বয়সীয়াল সকলৰ) লগতে নতুন প্ৰজন্ময়ো গৌৰৱৰে সুঁৱৰিবলৈ নিশ্চয় এটা আনুষ্ঠানিক সুযোগ পাইছোঁহক। এই মুহূৰ্তটো অকল সোঁৱৰণৰ মুহূৰ্তই নহয়, এই মুহূৰ্তটো মূল্যায়নৰো। গুৱাহাটী তথা অসমৰ নাট্য আন্দোলনৰ অধ্যয়নকাৰীসকলে নিশ্চয় এই মূল্যায়নৰ দায়িত্ব পালন কৰিব। আমি, তেওঁৰ গুণ-গৰিমাৰাজিক-কৰ্মৰাজিক বা চমুকৈ তেওঁৰ অৱদানসমূহক কেৱল প্ৰদক্ষিণহে কৰিব পাৰিম, ইবিলাকৰ অভ্যন্তৰত প্ৰবেশ কৰি সুস্পষ্টভাৱে ফঁহিয়াই চোৱাৰ দায়িত্ব মঞ্চ, কথাছবি তথা অনাতাঁৰৰ গভীৰ জ্ঞান থকা আলোচক-সমালোচক ইতিহাস-ৰচোঁতাসকলে পালন কৰাৰ এইটোৱেই উপযুক্ত মুহূৰ্ত।

শ্ৰদ্ধেয় চৌধুৰীদেৱৰ সান্নিধ্যলৈ অহাটো আমাৰ জীৱনৰ এটি গৌৰৱপূৰ্ণ কথা। কাৰণ, তেওঁৰ লেখীয়া একোগৰাকী প্ৰতিভাৱান সংস্কৃতি-সাধকৰ সান্নিধ্যই আমাৰহে নালাগে, যেই কোনো ব্যক্তিৰ মনতেই পৰিমল আবেশ সৃষ্টি কৰে, বিমল আনন্দ দিয়ে আৰু আধুনিক জীৱনৰ নানান দুষ্কৃতিময় জটিলতা-পংকিলতাবোৰৰপৰা নিজকে আঁতৰাই ৰাখিবলৈ প্ৰেৰণা দান কৰে। অকল চৌধুৰীদেৱেই নহয়, তেওঁৰ সমস্ত পৰিয়ালবৰ্গই বহন কৰিছে এক গৌৰবোজ্জ্বল সংস্কৃতিময় পৰম্পৰা। চৌধুৰীদেৱৰ মাত-কথা, চলন-ফুৰণ—সকলোতেই নিহিত হৈ আছে এক বিনম্ৰ আভিজাত্যৰ লক্ষণ। শিল্পী-প্ৰাণ তিলক দাস আৰু পৰম কৃতী নাট্যকাৰ প্ৰবীণ ফুকনৰ মাজতো এই লক্ষণ সুস্পষ্টভাৱে দেখিবলৈ পাইছিলোঁ। আমি প্ৰবীণ ফুকনদেৱৰ ঘৰলৈ কিবা নহয় কিবা একোটা উপলক্ষ্যত গৈছিলোঁ। তেওঁ আমাৰ লগত নিবিড় অন্তৰংগতাৰে কথা পাতিছিল। চৌধুৰীদেৱৰ লগত কথা পাতোঁতেও এই অন্তৰংগতা বিৰাজ

কৰে। কথা পাতি থাকোঁতে চৌধুৰীদেৱক সঁচাকৈয়ে আপোন আপোন যেন লাগে। লাহে লাহে অনুভৱ কৰিলোঁ— তেজ-মঙহৰ সম্বন্ধ নাথাকিলেও মনৰ সম্বন্ধত তেওঁ সঁচাকৈয়ে আমাৰ নিচেই আপোন। চৌধুৰীদেৱক, ঘৰতেই হওক বা ৰাজহুৱা স্থানতেই হওক, লগ পালেই আমাৰ মনেৰে অকৃত্ৰিম শ্ৰদ্ধা নিবেদন কৰোঁ, যিদৰে সমান অকৃত্ৰিমভাৱে শ্ৰদ্ধা নিবেদন কৰিছিলোঁ তেওঁৰ ভাতৃ— যশস্বী শিল্পী, নাট্যকাৰ, কথাছবি পৰিচালক তথা নীৰৱ সংস্কৃতিসাধক অনিল চৌধুৰীদেৱলৈ।

সৌ সিদিনা, জ্যোতি চিত্ৰবন ষ্টুডিঅ'ৰ চৌহদত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ এটি পূৰ্ণাবয়ব মূৰ্তি (স্থাপন) উন্মোচন কৰাৰ বাতৰিটো পঢ়োঁতে আমাৰ মনলৈ আহিছিল চৌধুৰীদেৱে মনত পুহি ৰখা এটি আশাৰ কথা। তেওঁ এটি প্ৰবন্ধত লিখিছিল ঃ ....*বহুত দিনৰপৰা মনৰ ভিতৰত পুহি ৰখা এটি আশাৰ কথা ব্যক্ত কৰিব খুজিছোঁ। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ এটি পূৰ্ণাবয়ব মূৰ্তি 'জ্যোতি চিত্ৰবন'ত স্থাপন কৰাটো মোৰ বহুদিনীয়া আশা— য'ত আমাৰ শিল্পী-কলা-কুশলীসকলে আমাৰ জ্যোতি-প্ৰিয় জ্যোতিভক্ত লোকসকলে নিয়ত স্মৰণ কৰি পুষ্পাৰ্ঘ্য অৰ্পণ কৰিব পাৰিব।* চৌধুৰীদেৱৰ সেই আশা ফলিয়ালে। উল্লেখযোগ্য যে নব্বৈৰ দশকৰ আগ ভাগতে তেওঁ জ্যোতি চিত্ৰবন পৰিচালনা সমিতিৰ অধ্যক্ষ হৈ থাকোঁতেই নিবিদা আহ্বানৰে ইয়াৰ প্ৰথম পদক্ষেপৰ সূচনা কৰিছিল। সেই সময়ত ৰাজ্য চৰকাৰৰপৰা বছৰি যি অনুদান পোৱা হৈছিল— তাৰে কৰ্মচাৰীৰ দৰ্মহা দিবলৈকে নুকুলাইছিল। জ্যোতি চিত্ৰবনৰ পৰিচালনা সমিতিৰ অধ্যক্ষ হৈ থাকোঁতে চৌধুৰীদেৱে চৰকাৰৰ ওচৰত এই মৰ্মে নিবেদন জনাইছিল যে চিনেমাৰ টিকটৰ ওপৰত যি ওপৰঞ্চি পঞ্চাশ পইচা ধাৰ্য্য কৰিবলৈ লোৱা হৈছিল তাৰে দুটা ভাগ কৰি পচিশ পইচা শিল্পী-কলা-কুশলী সাহায্য নিধি এটা খুলি তাত জমা থ'ব লাগে আৰু বাকী পচিশ পইচা জ্যোতি চিত্ৰবনক দিব লাগে। নেৰানেপেৰাকৈ লাগি থকাৰ কাৰণে বহুত দিনৰ মূৰত যেনিবা পাঁচ পইচা জ্যোতি চিত্ৰবনক আৰু পাঁচ পইচা শংকৰদেৱ কলাক্ষেত্ৰক দিয়াৰ ব্যৱস্থা কৰিলে। বাকী চল্লিশ পইচা গ'ল চৰকাৰৰ ভঁড়াললৈ। সেই পাঁচ পইচাকৈ বছৰত ষোল সোতৰ লাখ টকা হৈছিল। কৰ্মচাৰীৰ দৰ্মহা, বিদ্যুৎ মাচুল, টেলিফোনৰ নৱ সংযোজন আদিত সেই টকাই যথেষ্ট সহায় কৰিছিল। অৱশ্যে এটা সময়ত হেনো সেই টকাৰ একোটা অংশ পাবলৈয়ো সচিবালয়লৈ ঢাপলি মেলি থাকিবলগীয়া হৈছিল। সম্প্ৰতি, তেতিয়াৰ পাঁচ পইচাৰ ঠাইত

পোঞ্চৰ পইচাকৈ জ্যোতি চিত্ৰবনক দিয়াৰ ব্যৱস্থা কৰিছে। জ্যোতি চিত্ৰবনৰ শেহতীয়াকৈ যি উন্নয়ন সাধন কৰা হৈছে তাৰ ভিতৰত ভালেখিনিৰ সূচনা কৰা হৈছিল চৌধুৰীদেৱ অধ্যক্ষ হৈ থকাৰ কালছোৱাতেই। তেতিয়াৰ মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ পৰামৰ্শক্ৰমে চৌধুৰীদেৱে প্ৰস্তুত কৰা এক কোটি টকাৰ উন্নয়নৰ আঁচনিখনৰ ফল হিচাপেই ভিডিঅ' বিভাগটোকে ধৰি ভিন ভিন উন্নয়নমূলক কাম আগুৱাই নিব পৰা হৈছে। সম্প্ৰতি, অৱশ্যে কেন্দ্ৰীয় অনুদানৰ পৰিমাণ বৃদ্ধি পাইছে ছয় কোটি টকালৈ। গতিকে, চৌধুৰীদেৱে সূচনা কৰি থৈ অহা কামবোৰ এতিয়া নিশ্চয় তৎপৰতাৰে সম্পন্ন কৰিব পৰা যাব।

চৌধুৰীদেৱৰ বিষয়ে, বিশেষকৈ নতুন প্ৰজন্মই তথা অনুজসকলে জানিবলগীয়া আটাইতকৈ গুৰুত্বপূৰ্ণ বিষয়টো হ'ল— অসমৰ নাট্য আন্দোলনত তেওঁৰ, তেওঁৰ ভাতৃ শিল্পী, নাট্যকাৰ, প্ৰচাৰ-বিমুখ নাট্যকৰ্মী প্ৰয়াত অনিল চৌধুৰী আৰু এওঁলোকে জন্ম দিয়া *গুৱাহাটী শিল্পী সংঘৰ* অৱদানৰ কথা। ১৯৪৯ চনৰ চেপ্টেম্বৰ মাহত শ্ৰীগিৰিশ চৌধুৰীদেৱ, ভাতৃ (প্ৰয়াত) অনিল চৌধুৰী, (প্ৰয়াত) মোবাজ্জিন আলি, আফটাব হুছেইন প্ৰমুখ্যে কেইবাজনো শিল্পী আৰু নাট্যানুৰাগী ব্যক্তিয়ে নাট্যপ্ৰেমীসকলৰ এখন সভাৰ আয়োজন কৰি তাতেই *গুৱাহাটী শিল্পী সংঘৰ* জন্ম দিছিল।

১৯৪৯ চনৰ ২০ আৰু ২১ অক্টোবৰ তাৰিখে গুৱাহাটীৰ আৰ্য্য নাট্যমঞ্চত বিপুল দৰ্শকৰ উপস্থিতিত মঞ্চস্থ কৰা হ'ল *ছাহজাহান* নাট; জন্ম হ'ল অসমৰ নাট্য আন্দোলনৰ। ইতিহাসৰ সেই সোণালী ক্ষণ— সহ অভিনয়ৰ।

*গুৱাহাটী শিল্পী সংঘই* সহ-অভিনয়ৰ এই সূচনা পৰ্বটিৰ ভেটি (প্ৰয়াত) অনিল চৌধুৰী ৰচিত আৰু পৰিচালিত নাটক 'প্ৰতিবাদ' ১৯৫০ চনৰ জুলাই মাহত আৰ্য্য নাট্য মঞ্চত আৰু সেই বছৰৰে আগষ্ট মাহত চাৰি তাৰিখে কুমাৰ ভাস্কৰ নাট্য মন্দিৰত মঞ্চস্থ কৰি কটকটীয়া কৰি তুলিলে। লগে লগে আৰম্ভ হ'ল অসমৰ নাট্য আন্দোলনৰ, বিশেষকৈ মঞ্চ-অভিনয়ৰ ক্ষেত্ৰত এক বৈপ্লবিক অধ্যায়।

বিশেষ উল্লেখযোগ্য যে ৰক্ষণশীলতাৰ ক'লা ডাৱৰে আৱৰি ৰখা তেতিয়াৰ সমাজখনত, বিশেষকৈ ঘৰৰ চাৰিবেৰৰ মাজতেই মহিলাসকলক আবদ্ধ কৰি ৰাখিবলৈ বিচৰাসকলৰ মাজত ৰাজহুৱা মঞ্চৰ সেই সহ-অভিনয়ে

জোকাৰণি তুলিছিল,— সৃষ্টি হৈছিল বাদানুবাদৰ, অন্ত নপৰিছিল গালি-শপনিৰ। এনে হেন প্ৰতিকূল অৱস্থাৰ মাজত নানান দুঃখ-কষ্ট, অশেষ ধৈৰ্য্য আৰু অবিচলিত সংকল্পৰে যিসকলে ৰাজহুৱা মঞ্চত সহ-অভিনয় প্ৰতিষ্ঠা কৰি এক বৈপ্লৱিক বিকাশেৰে অসমৰ মঞ্চাভিনয়ৰ ইতিহাস গৌৰবোজ্জ্বল কৰি তুলিলে সেইসকলৰ প্ৰতি আমাৰ সমগ্ৰ অসমীয়া জাতিটোৱেই নিশ্চয় চিৰদিন ঋণী আৰু কৃতজ্ঞ হৈ থাকিব। আৰু সেইসকলৰ ভিতৰৰে অন্যতম আছিল শ্ৰদ্ধেয় গিৰিশ চৌধুৰীদেৱ। তেওঁৰ *ছাহজাহান* নাটকত ছাহজাহানৰ আৰু *চকৰী* নাটকৰ বসন্ত কেৰাণীৰ চৰিত্ৰৰ অভিনয় অকল চৌধুৰীদেৱৰ কাৰণেই নহয়, সকলো নাট্যপ্ৰেমীৰ কাৰণেই স্মৰণীয়। বুৰঞ্জীমূলক নাট, সমাজিক নাট, ধৰ্মমূলক নাট— এই সকলো শ্ৰেণীৰ নাটকতে তেওঁ বিশেষ বিশেষ চৰিত্ৰৰ অভিনয় কৰিছিল। প্ৰসঙ্গতঃ উল্লেখযোগ্য যে এই লিখকো তেওঁ কৰা *চকৰীৰ* বসন্ত কেৰাণীৰ জটিল চৰিত্ৰটোৰ চমকপ্ৰদ অভিনয়ত মুগ্ধ হৈ পৰিছিল। মঞ্চ, কথাছবি, আকাশবাণী এই কেউটা মাধ্যমতেই চৌধুৰীদেৱ এগৰাকী মুধস্থ অভিনেতা। অসমৰ নাট্য আন্দোলন, অসমীয়া কথাছবিৰ ক্ৰমবিকাশ আৰু আকাশবাণীৰ নাট-শাখাৰ ইতিহাসত তেওঁৰ স্থান নিশ্চয় সদায়ে উচ্চ হৈ থাকিব।

চৌধুৰীদেৱ কেৱল এগৰাকী নাট্যশিল্পীয়েই নহয়, তেওঁ এগৰাকী নাট্যকাৰো। তেওঁৰ কেউখন নাট মঞ্চ উপযোগী কৰি ৰচনা কৰিছে। আমাৰ ৰাজ্যৰ চুকে কোণে গঢ় লৈ উঠা নাট্যগোষ্ঠীসমূহে চৌধুৰীদেৱৰ এই নাটকেইখন মঞ্চস্থ কৰিলে অসমৰ নাট্য আন্দোলনৰ ক্ষেত্ৰত তেওঁৰ অসামান্য অৱদানৰ মোল 'আজিৰ' নাট্যানুৰাগী-দৰ্শকসকলে নিশ্চয় সহৃদয়তাৰে উপলব্ধি কৰিব পাৰিব।

আজি আশী বছৰীয়া জন্মদিনত তেওঁৰ দীৰ্ঘায়ু কামনা কৰিছোঁ আৰু আশা কৰিছোঁ— তেওঁৰ জীৱন-জোৰা সাধনা, সৃষ্টি আৰু কৰ্মৰাজিয়ে সমকালীন তথা নতুন প্ৰজন্মটিকো যেন সংস্কৃতিৰ ক্ষেত্ৰত সাধনা আৰু সৃষ্টিৰ বাবে অফুৰন্ত প্ৰেৰণা যোগায়।



# নাট্য সম্ৰাট শ্ৰীগিৰিশ চৌধুৰীৰ সান্নিধ্যত

—উমেশ চন্দ্ৰ দত্ত

চল্লিশ-পঞ্চাশৰ দশকত যেতিয়া মঞ্চ আৰু চলচ্চিত্ৰ জগৎখনত বঙ্গদেশৰ ছবি বিশ্বাস, অহীন্দ্ৰ চৌধুৰী , বিকাশ ৰায় আৰু মহাৰাষ্ট্ৰত অশোক কুমাৰ, দিলীপ কুমাৰ, ৰাজ কাপুৰ, ভি শান্তাৰাম আদি শিল্পীয়ে তেওঁলোকৰ অনবদ্য শিল্প প্ৰতিভাৰে প্ৰতিভাত হৈ উঠিছিল, সেই সময়তে অসমৰ ৰঙ্গমঞ্চত এজন শিল্পীয়ে তেওঁৰ স্বকীয় বৈশিষ্ট্যৰ পয়োভৰেৰে নিজ প্ৰতিভা বিকিৰণ কৰিব ধৰিছিল। আজি ইমান দিনৰ মূৰত অন্য প্ৰান্তৰ উপৰি-উক্ত খ্যাতনামা শিল্পীসকল এজন এজনকৈ কালৰ নিষ্ঠুৰ আঘাতত শেষ হৈ গ'ল যদিও, অসমৰ ৰঙ্গমঞ্চ আৰু চিনেমাৰ আকাশখন যিজনে জিলিকাই ৰাখিবলৈ সক্ষম হৈ আছে সেইজন আজন্ম শিল্পী হ'ল আমাৰ অতি আদৰৰ সন্মানিত শ্ৰীগিৰিশ চৌধুৰী। এই মহান শিল্পীগৰাকীৰ সান্নিধ্যত গুৱাহাটী ৰঙ্গমঞ্চৰ জৰিয়তে তেওঁৰ সান্নিধ্যলৈ অহাৰ আগতে অৱশ্যে তেওঁৰ ভাতৃ নাট্যকাৰ শিল্পী অনিল চৌধুৰীৰ লগত পৰিচয় ঘটিছিল আৰু সেই সূত্ৰে তেওঁলোকৰ ঘৰখনৰ লগত এটা নিবিড় সম্বন্ধ গঢ়ি উঠিছিল। সেই সময়ত নাৰীচৰিত্ৰবোৰ পুৰুষ শিল্পীৰদ্বাৰা ৰূপায়িত কৰা হৈছিল। তেনে নাৰী চৰিত্ৰ অনিল চৌধুৰী, শৈলেন দাস আদি দেখনিয়াৰ যুৱক কেইজনমানে আমাৰদ্বাৰা অভিনীত থিয়েটাৰ সমূহ বিকশাই তুলিছিল। কিন্তু ১৯৪৯ চনত আমি এই পৰম্পৰাগতভাবে চলি অহা প্ৰথাৰ অবসান ঘটাবলৈ মন মেলোঁ আৰু সেই দশকতে আমি শ্ৰীগিৰিশ চৌধুৰী, অনিল চৌধুৰী, মাখন দেৱান, অবিনাশ দাস, মোৱাজ্জিন আলি আদি কৰি নাট্যপ্ৰেমী যুৱক কেইজনমান মিলি *গুৱাহাটী শিল্পী সংঘ* নামকৰণেৰে এটি অনুষ্ঠানৰ পাতনি মেলোঁ যিটি অনুষ্ঠানতে এইটো থিৰ কৰা হয় যে আমি যি নাটক মঞ্চস্থ কৰিম তাৰ নাৰী চৰিত্ৰবোৰ নাৰী শিল্পীৰদ্বাৰাই কৰাম। পূৰ্ব্বৰেপৰা চলি অহা ৰীতি ভাঙি নতুন পথত অগ্ৰসৰ হ'ম। ইয়াৰ আগতে অৱশ্যে ব্ৰজনাথ শৰ্মাই তেওঁৰ যাত্ৰাপাৰ্টীত নাৰী চৰিত্ৰ নাৰীৰদ্বাৰা ৰূপায়িত কৰিছিল। কিন্তু অপেশাদাৰী নাট্য জগতলৈ সেই সময়ত ৰক্ষণশীল সমাজৰ বাধাৰ বাবে কোনো নাৰীয়ে প্ৰতিভা থাকিলেও আগ বাঢ়ি আহিবলৈ সাহস নকৰিছিল। সেয়ে আমাৰ

সঙ্কল্প সেই সময়ত অতি গুৰুতৰ আছিল; তথাপি আমি হতাশ নহৈ দৃঢ় মনে আগ বাঢ়িছিলোঁ। শেষত আমি সহ-অভিনয়ৰ প্ৰথাত জয়যুক্ত হৈছিলো।

*গুৱাহাটী শিল্পী সংঘ* হ'ল সহ-অভিনয়ৰ বাটকটীয়া। *গুৱাহাটী শিল্পী সংঘই* কেইবাখনিও নাটত সহ-অভিনয় কৰায়। এইবোৰৰ ভিতৰত *প্ৰতিবাদ* নাটকত মই অজানৰ চৰিত্ৰ আৰু *ছাজাহান* নাটকত দাৰাৰ ভাওত অবতীৰ্ণ হওঁ।

এইখিনিতে উল্লেখ কৰা যায় যে *ছাহজাহান* নাটকত শ্ৰীগিৰীশ চৌধুৰীৰ অনবদ্য অভিনয় প্ৰতিভাৰ বাবে নাটকখন জিলিকি উঠিছিল। ছাজাহানৰ দুৰূহ চৰিত্ৰত তেওঁ গভীৰভাবে সোমাই পৰিছিল। সেই চৰিত্ৰৰ সকলো গুণৰাশি, দ্বৈত মনোভাব ব্যঞ্জনাৰে ফুটাই তুলি দৰ্শক মণ্ডলীক আনন্দিত কৰিছিল। বন্দী অৱস্থাত সকলোৰে সম্বন্ধ বৰ্জন কৰি ৰখা বৃদ্ধ, পঙ্গু চাজাহানৰ নিঃসঙ্গ, নিৰ্বান্ধৱ জীৱনৰ অশ্ৰুসিক্ত কৰুণা ভাব আৰু বেদনাৰাশি, ঔৰংজেবে উপহাৰ স্বৰূপে পঠোৱা, অতি প্ৰিয় পুত্ৰ দাৰাৰ ছিন্ন মূৰ দেখি শিহৰি উঠা এই সকলো অন্তৰ্বেদনা শ্ৰীচৌধুৰীদেৱে তেওঁৰ ভাৱভঙ্গী আৰু কৰুণ অথচ দৃঢ় স্বৰেৰে প্ৰকাশ কৰি দৰ্শক মণ্ডলীৰ উচুপনি আৰু হাত চাপৰি আদায় কৰিবলৈ সক্ষম হৈছিল। ছাহজাহানৰ ডেকাকালৰ বীৰত্ব বৃদ্ধ কালতো তেওঁ ফুটাই তুলিছিল। সেয়ে মহান শিল্পীৰ পৰিচয়। বুৰঞ্জীমূলক নাটকত যেনে দক্ষতা তেওঁ দেখুৱাইছিল তেনে দক্ষতা সমানেই সামাজিক নাটকসমূহতো দেখুৱাব পাৰিছিল। তাৰ প্ৰমাণ তেওঁ দাঙি ধৰিছিল *প্ৰতিবাদ* আৰু *জটায়ু* নাটকত। *জটায়ু* অৰু *প্ৰতিবাদত* শ্ৰীচৌধুৰীক মই শিল্পীৰূপে লগ পাওঁ। দুয়োখন নাটকতে তেওঁৰ প্ৰতিভা জিলিকি উঠিছিল। *জটায়ুত* এটি জটিল চৰিত্ৰ ৰূপদান কৰি তেওঁৰ অভিনয় বৈশিষ্ট্যৰ প্ৰমাণ দিবলৈ সক্ষম হৈছিল।

এইদৰে একেধাৰে নাট্যকাৰ, লেখক, মঞ্চ আৰু চিনেমা জগতত এই আশী দশকতো ম্লান নপৰা, উজলি থকা শ্ৰীচৌধুৰীক তেওঁৰ আশী বছৰৰ জন্মদিন উপলক্ষ্যে বিৰল অভিনন্দন জনাই শ্ৰদ্ধা-চেনেহ প্ৰদৰ্শন কৰাত আমি নথৈ আনন্দিত হৈছোঁ। এই সুযোগতে আমি তেওঁৰ দীৰ্ঘজীৱন আৰু সুস্বাস্থ্যৰ কামনা কৰিলোঁ।



# সকলোৰে আপোন হ'ব পৰা মানুহজন, শ্ৰদ্ধাৰ গিৰিশদা...

-ৰাসবিহাৰী সিন্‌হা

...চিত্ৰ-সম্পাদনাৰ কাম লৈ বহু দিনৰপৰাই গুৱাহাটীলৈ অহা-যোৱা কৰি আছোঁ। বহু লোকৰ সৈতে চিনাকিও হয়। ভালে কেইবছৰমানৰ আগতে এদিন চিত্ৰ-সম্পাদনা কৰাৰ পৰত মোৰ এনে এজন ব্যক্তিৰ সৈতে দেখা-সাক্ষাৎ হয় যাক মই চলচ্চিত্ৰৰ মাধ্যমেৰে বহু আগতেই পাইছোঁ আৰু যাৰ প্ৰখৰ অভিনয় ক্ষমতা দেখি মই মুগ্ধ হৈছোঁ।

তেৱেঁই শ্ৰদ্ধেয় গিৰিশদা!

পিছলৈ তেওঁৰ দুখন তথ্যচিত্ৰ সম্পাদনা কৰাৰ সময়ত মই তেওঁৰ সৈতে আৰু ঘনিষ্ঠ হৈ উঠোঁ। তেৱেঁই গিৰিশদা! শ্ৰদ্ধেয় গিৰিশদা। প্ৰকৃততেই শ্ৰদ্ধা কৰিবলগীয়া মানুহ।

পিছলৈ তেওঁৰ সৈতে মোৰ সম্পৰ্ক ঘনিষ্ঠৰপৰা আৰু বেছি ঘনিষ্ঠ হৈ উঠে। উল্লেখযোগ্য যে গিৰিশদাৰ ভায়েক অনিলদাৰ (অনিল চৌধুৰী) চলচ্চিত্ৰকৰ্মৰ যোগেদিয়েই তেওঁৰ সৈতে মোৰ কথা-বতৰা হয়। যেনে ককায়েক, তেনে ভায়েক। আজিকালি ককায়েক-ভায়েকৰ এনে সম্পৰ্ক তেনেই বিৰল।

এখন এখনকৈ কেবাখনো ছবিৰ কামৰ তাগিদাত মই গিৰিশদাহঁতৰ ঘৰত কেবাবাৰো দীঘলীয়াকৈ আছোঁ। মই যে আনৰ ঘৰত আছোঁ এই কথা কেতিয়াও মোৰ মনলৈ অহা নাই। সকলো সময়তেই ভাব হৈছে মই যেন নিজৰ ঘৰতেই আছোঁ।

সঁচাকৈয়ে গিৰিশদা কাৰো পৰ নহয়। তেওঁ সকলোৰেই আপোনজন। কোনো দিনাই কোনো কাৰণতে গিৰিশদাক মই খং কৰা দেখা নাই। যি কোনো পৰিস্থিতিতেই তেওঁ অচল-অটল।

গিৰিশদাৰ ঘৰৰ পৰিয়াল চাৰিজন, নবৌ আৰু আনবোৰেও মোক আন্তৰিকভাৱে আৰু বেছি আপোন কৰি লৈছে, ওচৰ চপাই লৈছে...

আজি তেওঁৰ আশী বছৰীয়া জন্মজয়ন্তী ৰাজহুৱাভাৱে পালন কৰা বুলি জানি মই বৰ আনন্দিত হৈছোঁ। এই উপলক্ষ্যে মই তেওঁৰ সৰু ভাই হিচাপে তেওঁৰ দীৰ্ঘজীৱন কামনা কৰিছোঁ আৰু অন্তৰৰ সশ্ৰদ্ধ প্ৰণাম জনাইছোঁ। ❑❑

(মূল বাংলাৰপৰা সম্পাদকৰদ্বাৰা অনূদিত।)

## নটসম্ৰাট
## গিৰিশ চৌধুৰী অভিনন্দন গ্ৰন্থ



ফ্লেচবেক টু :

অনুজ সতীৰ্থ আৰু গুণমুগ্ধৰ
বিস্মিত দৃষ্টিৰে....

# নটসম্ৰাট শ্ৰীগিৰিশ চৌধুৰী
## — এক বৰ্ণময় জীৱন —

মৃনাল কান্ত দাস

শ্ৰীগিৰিশ চৌধুৰীৰ জন্ম গুৱাহাটীৰ কুমাৰপাৰাত -১৯২১ চনৰ ৫ মাৰ্চ তাৰিখে।

তেওঁৰ প্ৰাথমিক শিক্ষা পাণবজাৰৰ পাঠশালা স্কুলত। তাৰ পিছত এবছৰৰ বাবে ভৰলুমুখৰ সোণাৰাম হাইস্কুলত। স্বাধীনতা আন্দোলনৰ সময়ত বৃটিছ চৰকাৰে জাৰী কৰা কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ মতে কোনো ছাত্ৰ বা অভিভাৱকে স্বাধীনতা আন্দোলনত যোগদান কৰিব নোৱাৰে বুলি লিখি দিবলৈ দিয়া নিৰ্দেশৰ বিৰুদ্ধে থিয় দি ১৯৩০ চনত স্বাধীনতা আন্দোলনৰ নেতৃবৃন্দই *কামৰূপ একাডেমি* নামেৰে এখন হাইস্কুল প্ৰতিষ্ঠা কৰে। গিৰিশ চৌধুৰীৰ পিতৃ জানকী নাথ চৌধুৰী আৰু তেওঁৰ পৰিয়ালবৰ্গ স্বাধীনতা আন্দোলনত সক্ৰিয়ভাৱে জড়িত আছিল, আৰু সেয়েই তেওঁলোকৰ পুত্ৰ গিৰিশ চৌধুৰী, অনিল চৌধুৰী আৰু পৰবৰ্তী কালত চৌধুৰীৰ ভাগিন মাখন দেৱানকো সেই স্কুলতে ভৰ্তি কৰাই দিয়ে। ইয়াৰ পিছত পাৰিবাৰিক কাৰণতেই শ্ৰীচৌধুৰী দশমমান শ্ৰেণীত ধুবুৰীলৈ পঢ়িবলৈ যায় আৰু ধুবুৰী হাইস্কুলৰপৰা ১৯৪০ চনত প্ৰৱেশিকা (মেট্ৰিক) পৰীক্ষা পাচ কৰে। পিচত গুৱাহাটীৰ *কটন কলেজত* ভৰ্তিহৈ তেওঁ উচ্চ শিক্ষা গ্ৰহণ কৰে।

গিৰিশ চৌধুৰীয়ে ষষ্ঠ মান শ্ৰেণীত থাকোঁতেই ১৩ বছৰ বয়সত ভৰলুমুখৰ পূজা মণ্ডপত অভিনীত হোৱা দৈৱ তালুকদাৰৰ নাট *অসম প্ৰতিভাত* এটি নাৰী চৰিত্ৰত অভিনয় কৰে। সেয়াই তেওঁৰ অভিনয় জীৱনৰ পাতনি। ১৯৩৯ চনলৈকে অৰ্থাৎ প্ৰায় ১৭/১৮ বছৰ বয়সলৈকে তেওঁ কুমাৰ ভাস্কৰ নাট্য মন্দিৰ, আৰ্য্য নাট্যমঞ্চ আদি গুৱাহাটীৰ বিভিন্ন ঠাইত নাৰী চৰিত্ৰতেই অভিনয় কৰি ফুৰিছিল। ১৯৪১ চনত তেওঁ প্ৰথমে পুৰুষৰ চৰিত্ৰত অভিনয় কৰিবলৈ লয়। নাটখন আছিল পজিৰুদ্দিন আহমেদৰ তেতিয়াৰ বহুল সমাদৃত নাট *গুলেনাৰ* । নাটখনত শ্ৰীচৌধুৰীয়ে মুখ্য চৰিত্ৰ

চেলিমৰ ভাৱত অভিনয় কৰিছিল। মাছখোৱা ঈদগাহ পথাৰৰ এচুকত সুন্দৰকৈ সজোৱা মঞ্চত এই নাটকখন মঞ্চস্থ হৈছিল। তেতিয়া সংবাদপত্ৰ আছিল তেনেই তাকৰ। তাৰেই কোনোবা এখনত উদ্যমী সাংবাদিক গোলাম হচ্‌বিয়ে লিখিছিল : *প্ৰধান চৰিত্ৰ চেলিমৰ ভুমিকাত শ্ৰীযুত গিৰিশ চন্দ্ৰ চৌধুৰীৰ অভিনয় অতি সুন্দৰ হৈছে। তেওঁৰ নিখুঁট অভিনয় দেখি ভৱিষ্যতে তেওঁ এজন সুনিপুণ অভিনেতা হৈ ওলাব বুলি আশা কৰিব পাৰি।* এই কথাফাঁকি শ্ৰীচৌধুৰীৰ জীৱনত পোৱা প্ৰথম প্ৰশংসা। তেওঁৰ সাঁচতীয়া কাকতৰপৰা লোৱা হৈছে। তেওঁ কৈছে : জীৱনত বহুতো প্ৰশংসা হয়তো তেওঁ পালে, কিন্তু এই কথাফাঁকি তেওঁৰ বাবে আজিও এক মৃতসঞ্জীৱনীৰ দৰে।

অভিনেতা জীৱনৰ সুদীৰ্ঘ পৰিক্ৰমাৰ সেয়াই শ্ৰীচৌধুৰীৰ আৰম্ভণি। যি হওক এইখিনিতে এটা কথা নিলিখিলে শ্ৰীচৌধুৰীৰ জীৱন পৰিক্ৰমাৰ এটি অংশ বাদ পৰি যাব - সেয়েই উল্লেখ কৰিব বিচাৰিছোঁ। কোনোবাই ভাবিব পাৰে যে গিৰিশ চৌধুৰী এসময়ত এক্ৰবেটো আছিল। তেতিয়া তেওঁ অষ্টম-নৱম শ্ৰেণীৰ ছাত্ৰ। গুৱাহাটী তথা সমগ্ৰ অসমত কিছুমান সংগঠন, ক্লাবৰ জন্ম হৈছিল। স্বাধীনতাৰ সেনানী গঢ়িবলৈ এই সংগঠনবোৰে শৰীৰচৰ্চাৰ নানান পদ্ধতি শিকাইছিল। ব্যায়ামবীৰ নগেন নাথ, তৰুণ বৈশ্য, প্ৰেমদা শৰ্মা আদি আছিল অগ্ৰণী। ভৰলুমুখ, কুমাৰপাৰাত তৰুণ বৈশ্যই ব্যায়াম শিক্ষা দিছিল। সেই ক্লাবত গিৰিশ চৌধুৰীয়ে যোগদান কৰিছিল। তেওঁ ৰিং, পেৰেলেল বাৰ আৰু ডেগাৰ চালনাৰ শিক্ষা লৈছিল। তিনিমাহে-চাৰিমাহে পাণবজাৰৰ হৰিসভা প্ৰাঙ্গণত সেই শিকাৰুবোৰৰ কলাৰ প্ৰদৰ্শনী হৈছিল। তাত শ্ৰীচৌধুৰীয়ে ৰিঙৰ খেল, পেৰেলেল বাৰৰ খেল আৰু ডেগাৰ চালনাৰ খেল প্ৰদৰ্শন কৰি ভূয়সী প্ৰশংসা বুটলিছিল। তেওঁৰ নাট্যকাৰ ভাতৃ শ্ৰীঅনিল চৌধুৰীয়ে সেই শৰীৰচৰ্চা কেন্দ্ৰত ভাগ লৈছিল যদিও বয়সত সৰু হোৱা হেতুকে তেওঁক প্ৰদৰ্শনীবোৰত ভাগ ল'ব দিয়া নাছিল। শ্ৰীচৌধুৰীৰ এই ব্যক্তিগত দিশটো বহুতেই হয়তো নাজানে!-

১৯৪০ চনত, শ্ৰীচৌধুৰী যেতিয়া কটন কলেজৰ প্ৰথম বাৰ্ষিকত, তেতিয়া তেওঁলোকৰ পৰিয়াল কুমাৰপাৰাৰপৰা উলুবাৰীলৈ উঠি আহে। সেই সময়ত তেওঁলোক অৰ্থকষ্টৰো সন্মুখীন হ'বলগীয়া হৈছিল। তেতিয়াৰেপৰা তেওঁলোক উলুবাৰীৰে বাসিন্দা হৈ ৰ'ল। বহুতো ঘাত-প্ৰতিঘাতৰ মাজতো শ্ৰীচৌধুৰীয়ে নাট্যচৰ্চা এদিনৰ কাৰণেও এৰা নাছিল।

দুয়ো ভাতৃৰ লগতে শ্ৰীচৌধুৰীতকৈ আঠ বছৰে সৰু তেওঁলোকৰ ভাগিন শিল্পপ্ৰাণ মাখন দেবানো তেওঁলোকৰ লগতে একে লগে ডাঙৰ হৈ ইটোৱে-সিটোৰ ছাঁৰ দৰে নাট্যচৰ্চাৰ লগত জড়িত হৈ পৰিছিল। ডাঙৰ মঞ্চলৈ অহাৰ আগতে শ্ৰীচৌধুৰীয়ে তেওঁৰ অকৃত্ৰিম বন্ধু মোবাজ্জিন আলি, ইছা হক আদিৰ স'তে লগ হৈ ১৯৪৪ চনত মাছখোৱাৰ প্ৰয়াত আব্দুল খেয়াৰ চাহাবৰ (প্ৰফেচৰ আব্দুল লেইচৰ পিতৃ) ঘৰৰ কাষতে থকা খোলা ঠাইডোখৰত কামাখ্যাৰপৰা চিন (দৃশ্যপট) কঢ়িয়াই আনি বৃহৎ মঞ্চ সাজি, তেতিয়াৰ বিখ্যাত ঐতিহাসিক নাট *চিৰাজদ্দৌলাৰ* নাম ভূমিকাত অভিনয় কৰি খ্যাতিৰ উচ্চস্তৰত উঠিছিল। এই নাটত কৌতুক অভিনেতা মোবাজ্জিন আলিৰ লগতে অনিল চৌধুৰীয়ে *নৃত্যাঙ্গনা আলেয়াৰ* চৰিত্ৰ ৰূপায়িত কৰি দৰ্শক ৰাইজৰ ভূয়সী প্ৰশংসা বুটলিছিল। প্ৰসঙ্গতঃ অনিল চৌধুৰীক নৃত্য শিক্ষা দিছিল কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাই।

ইয়াৰ পিছত গিৰিশ চৌধুৰীয়ে এখনৰ পাছত আনখন ঐতিহাসিক নাট- *টিপু চুলতান, ৰাষ্ট্ৰবিপ্লব* আদি কেবাখনো নাটৰ মূল চৰিত্ৰত অভিনয় কৰি গুৱাহাটী তথা অসমৰ নাট্যমঞ্চত সুকীয়া স্থান ল'বলৈ সক্ষম হৈছিল। সেই সময়ত তেওঁ কেইবাখনো বাংলা নাটকত অভিনয় কৰি অসমীয়া আৰু বাঙালী দৰ্শকৰ মন জয় কৰিছিল। সেই সময়ত নিৰ্মল মহিন্তা (খুদু মহিন্তা) নামৰ এগৰাকী প্ৰতিষ্ঠিত শিল্পীয়ে কলিকতাৰ মঞ্চৰ কেইজনমান বচা বচা শিল্পী আনি স্থানীয় শিল্পীসকলক লৈ গুৱাহাটীত নাট মঞ্চস্থ কৰিছিল। তেওঁৰ পৰিচালনাতে মাতৃভাষাৰ দৰে সলসলীয়াকৈ বঙালী ভাষা ক'ব পৰা গিৰিশ চৌধুৰীয়ে কলিকতাৰ তেতিয়াৰ স্বনামধন্য অভিনেতা ৰবি ৰায়, ভূপেন ৰায়, দুৰ্গা দাস, মমতা দেৱী আদিৰ সতে অভিনয় কৰি মঞ্চ-অভিনয় সম্পৰ্কে প্ৰচুৰ জ্ঞান অৰ্জন কৰাৰ সুযোগ পাইছিল।

ইয়াৰ পিছতে গুৱাহাটীৰ *আৰ্য্য নাট্য মঞ্চত*, বহুতো পূজা-প্ৰাঙ্গণত থকা অস্থায়ী মঞ্চত প্ৰবীণ ফুকন ৰচিত নাট *কাল পৰিণয়, ৰাম টাঙোন*, লক্ষ্যধৰ চৌধুৰী ৰচিত নাট *ৰক্ত কুমাৰ*, (এইখন নাটত অনিল চৌধুৰীয়ে ৰক্ত কুমাৰৰ ভূমিকাত অভিনয় কৰিছিল), অতুল হাজৰিকাৰ *শ্ৰীৰাম চন্দ্ৰ, নৰকাসুৰ. কনৌজ কুৱঁৰী*, (এইখন নাটত অনিল চৌধুৰীয়ে দিলজানৰ ভূমিকাত অভিনয় কৰিছিল), *বেউলা* আদি অসংখ্য নাটত অভিনয় কৰি ফুৰিছিল বুলি জনা যায়।

এইখিনিতে গিৰিশ চৌধুৰীৰ জীৱনৰ কেতবোৰ ব্যক্তিগত কথা,

তেওঁৰ জীৱন সংগ্ৰামৰ কথা উল্লেখ নকৰিলে তেওঁৰ বিষয়ে কোৱা কথাবোৰ আধাৰুৱা হৈ থাকিব। জীৱন মানে আৰ্থিকভাৱে প্ৰতিষ্ঠিত হোৱাৰ কথাকে ক'ব বিচাৰিছোঁ। কলেজীয়া জীৱনৰ শেষত তেওঁ অসম চৰকাৰৰ সমবায় বিভাগত অডিটৰৰূপে নগাওঁত প্ৰায় আঠ মাহ চাকৰি কৰাৰ পিচত মঙ্গলদৈলৈ বদলি হয়। মঙ্গলদৈত মাত্ৰ ছমাহ চাকৰি কৰাৰ পিচত চাকৰিৰ বান্ধোন ভাল নালাগি চাকৰি ইস্তাফা দিয়ে। তেতিয়া দ্বিতীয় মহাসমৰৰ শেষ পৰ্য্যায়। হিতাকাংক্ষী বন্ধুৰ সৈতে কিছুদিন তেওঁ মিলিটাৰীৰ ঠিকাৰ কাম আৰম্ভ কৰে। তাৰপৰা তেওঁৰ ব্যৱসায়ী ভিনিহীয়েকৰ লগত নংপুত আৰু নংপুৰপৰা সাত মাইল দূৰৈত অটব্য পাহাৰী অৰণ্যৰ মাজত চৰকাৰে প্ৰতিষ্ঠা কৰা কুইনাইন বাগিচাত গৃহনিৰ্মাণৰ ঠিকা কামত জীৱিকাৰ পথ বিচাৰে। এনেদৰে কিছুদিন ঠিকাৰ কাম কৰাৰ পাছত সেই ব্যৱসায়ো এৰি গুচি আহি উত্তৰ পূব ৰেলৱেৰ গুঁৱাহাটী অফিচত ৰিক্ৰুইটমেন্ট অফিচাৰ হিচাপে চাকৰি লয়। কিছু দিন কাম কৰাৰ পিচত, তেওঁ অফিচৰ কামত কলিকতালৈ যায় আৰু তাতেই গুৱাহাটীত একেলগে অভিনয় কৰি যোৱা কেইগৰাকীমান বঙালী বন্ধুয়ে প্ৰতিষ্ঠা কৰা এটি বেঙ্কৰ চাকৰি আৰম্ভ কৰে। কলিকতাৰপৰাই তেওঁ ৰেলৱেৰ চাকৰিৰ ত্যাগপত্ৰ পঠিয়াই দিয়ে। কলিকতাত কিছু দিন থাকি তেওঁ বেঙ্কৰ কাম-কাজ শিকি লয় আৰু বঙ্গৰ থিয়েটাৰ আৰু চিনেমা জগতৰ লগত জড়িত হৈ পৰে। তেওঁ যে বাৰে বাৰে চাকৰি ঠিকা আদি এৰে, সেয়া একমাত্ৰ মঞ্চৰ এৰাব নোৱাৰা আকৰ্ষণৰ বাবেহে। অসমীয়া, বাংলা সকলো ভাষাতে থিয়েটাৰ কৰি ফুৰা গিৰিশ চৌধুৰী কেনেকৈ বাৰু থিয়েটাৰৰ পৰিবৃত্তৰ বাহিৰত থাকিব?

সি যি কি নহওক, কলিকতাৰপৰা তেওঁ বেঙ্কৰ কামৰ বাবে মেনেজাৰ হিচাপে পলাশবাৰী ব্ৰাঞ্চলৈ বদলি হৈ আহে। কিছু দিন পলাশবাৰীত থকাৰ পিচত গুৱাহাটী ব্ৰাঞ্চলৈ বদলি হৈ আহে। সেয়া ১৯৪৫/৪৬ চনৰ কথা। গুৱাহাটীত চাকৰি কৰাৰ সময়তে বেঙ্কটো লিকুইডেচনত যায়। সমগ্ৰ ভাৰতবৰ্ষ জুৰি থকা এই বেঙ্কৰ ৩৭ টা ব্ৰাঞ্চ চৰকাৰে অধিগ্ৰহণ কৰে। বেঙ্কৰ লেঠা মাৰি শ্ৰীচৌধুৰী ১৯৪৭ চনৰ আগ ভাগৰপৰা পুনৰ চাকৰিবিহীন হৈ ৰাজপথলৈ ওলাই আহে। এনেদৰে থকাৰ পিচত ভাৰতবৰ্ষই ১৯৪৭ চনত স্বাধীনতা পোৱাৰ ঠিক আগে আগে ৯ আগষ্টত শ্ৰীচৌধুৰীয়ে চিলং-গুৱাহাটী-ছিলেট পথত চলি থকা তেতিয়াৰ কমাৰ্চিয়েল কেৰিয়িং কোম্পানিত এটি চাকৰি লয়। তেতিয়া তেওঁৰ চাকৰিৰ হেডকোৱাৰ্টাৰ আছিল চিলং। অভিনয়বলিয়া শ্ৰীচৌধুৰীয়ে চিলঙত থকা অসমীয়া-বাঙালী কেইবাটাও সংগঠনৰ স'তে

জড়িত হৈ বহু কেইখন নাটত অংশ গ্ৰহণ কৰে। আসাম থিয়েটাৰ হল, লাবান অপেৰা হল, পুলিচ বজাৰ আদিত তেতিয়া সেই থিয়েটাৰবোৰ হৈছিল।

১৯৪৮ চনত যেতিয়া কৰ্মাচিয়েল কোম্পানীটো অসম চৰকাৰে অধিগ্ৰহণ কৰি ষ্টেট ট্ৰেঞ্চপৰ্ট, অসম নামকৰণেৰে চৰকাৰী গাড়ী অসমৰ পথত চলাবলৈ লয় -সেই সময়তে গিৰিশ চৌধুৰী গুৱাহাটীলৈ বদলি হৈ আহে। আকৌ পায়হি তেওঁৰ আকাংক্ষিত গুৱাহাটী নগৰ- তেওঁৰ কলাভূমিৰ বিচৰণ ক্ষেত্ৰ। আৰম্ভ হয় ইখনৰ পিচত সিখন নাটৰ মঞ্চাভিনয়। তেওঁৰ নাট্যকাৰ শিল্পী ভাতৃ অনিল চৌধুৰীৰ সৈতে একেলগে নানা পৰিকল্পনা কৰি নাট্যকলা চৰ্চাত ব্ৰতী হৈ পৰে। লগত থাকে তেওঁলোকৰ ভাগিন মাখন দেৱান।

গিৰিশ চৌধুৰী আৰু অনিল চৌধুৰী, তেওঁলোক এনে এহাল ভাই-ককাই যে তেওঁলোক ভাই-ককাই নে বন্ধুই বাহিৰৰ মানুহে ঠাৱৰ কৰিব নোৱাৰিছিল। ইটো যেন সিটোৰ ছাঁ। গিৰিশ চৌধুৰীয়ে আজিও কয় ঃ *ভাতৃ ভাগ্যে ভাগ্যবান মই। মোৰ দৰে ভাতৃ কোনোবাই পাইছেনে নাই, মই নাজানোঁ।* আনপিনে ভাগিন মাখন দেৱান। মাখন দেৱান যদিও ভাগিন তেওঁৰ জন্ম হৈছিল গিৰিশ চৌধুৰীৰ ঘৰতে। গিৰিশ চৌধুৰীৰ মাতৃ আইতা নহৈ যেন মাখন দেৱানৰ মাতৃহে আছিল। মাখন দেৱানৰ মাতৃ সৰোজা দেৱান চৌধুৰী আছিল সমাজকৰ্মী, স্বাধীনতা আন্দোলনৰ অগ্ৰণী মহিলা। তেওঁ বছৰটোৰ সৰহ সময় বাহিৰতেই সমাজসেৱাৰ কামত কটাইছিল। সেয়ে গিৰিশ চৌধুৰীৰ মাতৃয়েই তেওঁক তিনি পুত্ৰৰ দৰে ডাঙৰ-দীঘল কৰিছিল আৰু আজীৱন গিৰিশ চৌধুৰী, অনিল চৌধুৰী, মাখন দেৱান তিনি ভাইৰ দৰে শিল্পকলাৰ সাধনাত ব্ৰতী আছিল। এওঁলোক তিনিজনৰ নাম এই কাৰণেই উল্লেখ কৰিছোঁ যে এওঁলোকৰ এজনৰ কথা লিখিলে বা ভাবিলে তিনিওজনৰ নামেই আহি পৰে তিনিওজনৰে যুটীয়া কৰ্মৰাজি চকুৰ আগত ভাঁহি উঠে। আজিও গিৰিশ চৌধুৰীৰ লগত কথা পাতিব বহিলেই, অনিল চৌধুৰী আৰু মাখন দেৱানৰ উপস্থিতি অনুভৱ কৰোঁ।

১৯৪৯ চন। এদিন *কুমাৰ ভাস্কৰ নাট্য মন্দিৰক*পৰা নাট এখনৰ অভিনয় কৰি ঘূৰি অহাৰ পথত অনিল চৌধুৰীয়ে ককায়েকক ক'লে ঃ *এটা কথা ভাবিছোঁ, আমি আৰু এনেদৰে পুৰুষক ছোৱালী সজাই অভিনয়*

*নকৰোঁ। মঞ্চলৈ ছোৱালী আনিবই লাগিব।* ককায়েকেও হয়ভৰ দিলে। কি-ন্তু ভাবিলেইতো নহ'ব। ছোৱালী ক'ৰপৰা পোৱা যায়? সেই দিনত মঞ্চত অভিনয় কৰিবলৈ মহিলা বা ছোৱালী বিচৰাটো পৰ্বতত কাছ কণী বিচৰাৰ দৰে। কিন্তু চৌধুৰী ভাতৃদ্বয় হতাশ নহ'ল— আৰম্ভ হ'ল অভিনেত্ৰী বিচৰাৰ পৰ্ব। তেতিয়াৰ দিনত গুৱাহাটীত চিটি বাছ, ৰিক্সা নাছিল। মাথোঁ চাইকেলখন সাৰথি কৰি অনিল চৌধুৰীয়ে গুৱাহাটীৰ ইমূৰৰপৰা সিমূৰলৈ পৰিচিত-অপৰিচিত বহু জনকেই লগ ধৰিলে, মহিলা শিল্পীৰ কাৰণে অনুৰোধ কৰিলে। আকৌ শিল্পী বন্ধু-বান্ধৱী লৈ এখন সভাও আহ্বান কৰিলে। সভাত যোগ দি সহায়ৰ বাবে আগ বাঢ়ি আহিল পুলকানন্দ দাস (অধিবক্তা), অবিনাশ দাস, উমেশ দত্ত, গোবিন্দ দাস, সমুদ্ৰ পাঠক, হৰেন্দ্ৰলাল দাস, ক্ষীৰদাকান্ত বিষয়া, প্ৰসন্ন বড়া, সুৰেন্দ্ৰ দাস, সত্য নাথ, সুবোধ শৰ্মা, সত্য দাস, মেদিনী চৌধুৰী, মাখন দেৱান, মোৱাজ্জিন আলি, আফতাব হুচেইন (দাদু), আজাদ হুচেইন (ৰাণা), মঃ ইছা হক আদি বহুতো শিল্পী-কৰ্মী। এই প্ৰচেষ্টাতেই জন্ম হয় *গৌহাটি শিল্পী সংঘৰ।* ১৯৪৯ চনৰ চেপ্তেম্বৰ মাহৰ ১৫ তাৰিখৰ দিনা। সংঘৰ মুখ্য উদ্দেশ্য হ'ল *যেনে তেনে গুৱাহাটী তথা অসমৰ ৰাজহুৱা মঞ্চত সহ-অভিনয় প্ৰতিষ্ঠা কৰা।*

যি হওক— এই সংঘৰ জৰিয়তেই সংগ্ৰাম আৰম্ভ হ'ল। বহু ঘাত-প্ৰতিঘাত, বহু লাঞ্চনা-গঞ্জনাৰ শেহত অনিল চৌধুৰী আৰু গিৰিশ চৌধুৰীৰ সপোন ফলৱতী হ'ল। *গৌহাটী শিল্পী সংঘ* প্ৰতিষ্ঠা হোৱাৰ পিছত মহিলা শিল্পী বিচাৰি ঐতিহাসিক নাট *চাহজাহানৰ* আখৰা আৰম্ভ হ'ল; কিন্তু অভিনয়ৰ দক্ষতা নথকা আৰু পৰিয়ালৰ বাধা-বিপত্তিৰ বাবে কেইবাবাৰো মহিলা শিল্পী সলাবলগীয়া হ'ল। তথাপি অনিল চৌধুৰী, গিৰিশ চৌধুৰীৰ অশেষ প্ৰচেষ্টাৰ বাবেই সাৰ্থক হ'ল এই পদক্ষেপ।

অৱশেষত ১৯৪৯ চনৰ ২০ আৰু ২১ তাৰিখে গুৱাহাটীৰ *আৰ্য্য নাট্য মঞ্চত* অভিনীত হ'ল *চাহজাহান*। চাহজাহানৰ ভূমিকাত গিৰিশ চৌধুৰী, ঔৰংজেবৰ ভূমিকাত আফতাব হুচেইন, দিলদাৰৰ ভূমিকাত মোৱজ্জিন আলি, যশোৱন্তৰ ভূমিকাত অৰুণ শৰ্মা, দাৰাৰ ভূমিকাত উমেশ দত্ত আৰু মহিলা চৰিত্ৰ ৰূপায়িত কৰিলে জাহানাৰাৰ ভূমিকাত উৰ্বশী দাস, নাদিৰা কমলা শৰ্মা, জহৰৎ ৰেণু দাস আৰু নৰ্তকী জয়া দাস আদিয়ে। নাটখন পৰিচালনা কৰিলে গিৰিশ চৌধুৰীয়ে। অনিল চৌধুৰীয়ে চায়েস্তা

খাঁৰ চৰিত্ৰত অভিনয় কৰিলে। আৰম্ভ হ'ল অসমৰ ৰাজহুৱা মঞ্চত সহ-অভিনয়ৰ প্ৰথমটো শক্তিশালী খোজ.....

কিন্তু ৰক্ষণশীল আমাৰ সমাজব্যৱস্থাৰপৰা আৰম্ভ হ'ল নানান লাঞ্চনা, নিন্দা, নিকৃষ্ট সমালোচনা। সমাজৰ উচ্চস্তৰৰ ব্যক্তি এজনে লিখিলে : *এনেধৰণৰ মহিলাসকল বাৰবণিতাৰ তুল্য। এওঁলোকে সমাজখন নষ্ট কৰিলে, অপবিত্ৰ কৰিলে।* কাগজে-পত্ৰই নানান ধৰণৰ ককৰ্থনাৰে গিৰিশ চৌধুৰী, অনিল চৌধুৰীৰ নাট্য জীৱনলৈ বহতো ভাবুকিও আহিল; কিন্তু চৌধুৰী ভাতৃ থমকি নৰল। ককৰ্থনাবোৰৰ প্ৰতিবাদ কৰি আগ বাঢ়ি গ'ল সহ-অভিনয়ৰ ধাৰাক বটবৃক্ষৰ দৰে প্ৰতিষ্ঠা কৰাৰ পথত। এই ক্ষেত্ৰত চৌধুৰী ভাতৃদ্বয়ক উদগনি, উদ্দীপনা যোগাইছিল লোকবন্ধু ভুবনেশ্বৰ বৰুৱা, ন্যায়াধীশ হলিৰাম ডেকা আদি মনীষীসকলে।

গিৰিশ চৌধুৰীয়ে *চাহজাহানৰ* নাম ভূমিকাত অভিনয় কৰি অভিনয়ৰ যি পাৰদৰ্শিতা দেখুৱালে সেই কথা আজিও সেই সময়ৰ দৰ্শকৰ বাবে এক অনন্য অভিজ্ঞতা হৈ আছে। *চাহজাহান* বহুবাৰ মঞ্চস্থ হৈছে। নাট্যপ্ৰভাকৰ সত্যপ্ৰসাদ বৰুৱাই এই নাটত বহুবাৰ সুন্দৰভাৱে ঔৰংজেৱৰ চৰিত্ৰ ৰূপায়িত কৰিছিল। চাহজাহানৰ চৰিত্ৰত কৰা অভিনয়ৰ বাবেই গিৰিশ চৌধুৰী আজিও জীৱন্ত কিম্বদন্তীৰূপে পৰিগণিত হৈ আছে।

ইয়াৰ পিছত গিৰিশ চৌধুৰীৰ অভিনয়ৰ আন এক ৰূপ। অনিল চৌধুৰীৰ বহুচৰ্চিত আৰু সমাদৃত সামাজিক নাট *প্ৰতিবাদত* খলনায়কৰ চৰিত্ৰ। সেই খলনায়কৰ চৰিত্ৰ ইমান নিখুঁট হৈছিল যে প্ৰতিবাদৰ তেতিয়াৰ ষোড়শী অভিনেত্ৰী বৰুণা মুখাৰ্জীয়ে (চৌধুৰী) আজিও কয় : *মঞ্চত খলনায়কৰ চৰিত্ৰত দাদাৰ বিপৰীতে মই সঁচাকৈয়ে ইমান ভয় খাইছিলোঁ যে আজিও মোৰ গাৰ নোম শিঁয়ৰি উঠে।* বৰুণা চৌধুৰীৰ মুখত শুনিছিলোঁ, লোকবন্ধু ভুবনেশ্বৰ বৰুৱাই মঞ্চলৈ আহি কৈছিল : *গিৰিশ আজি তোমাক মোৰ মাৰিবলৈ মন গৈছিল* ।

তাৰ পিছত অনিল চৌধুৰীৰ বহুল প্ৰচাৰিত, ভাৰত চৰকাৰৰ *নেচনেল বুক ট্ৰাষ্টে* চৈধ্যটা ভাৰতীয় ভাষাত অনূদিত কৰা কলাজয়ী নাট *চিৰন্তন।* তাতো গিৰিশ চৌধুৰীয়ে নিগেটিভ চৰিত্ৰ ৰূপায়িত কৰিছিল। এই চৰিত্ৰটোত গিৰিশ চৌধুৰীৰ অভিনয় ইমান নিখুঁট আছিল যে

দৰ্শকমণ্ডলী চৌধুৰীৰ ওপৰত ক্ৰোধান্বিত হৈছিল। তেনেদৰেই কেইবছৰমান গুৱাহাটীৰ মঞ্চ তথা অনাঁতাৰ নাটকত গিৰিশ চৌধুৰীয়ে খলনায়কৰ চৰিত্ৰতেই আমন্ত্ৰণ পাইছিল। চৌধুৰীৰ ব্যক্তিগত চৰিত্ৰৰ সম্পূৰ্ণ বিপৰীত নিষ্ঠুৰতাৰ চৰিত্ৰ ৰূপায়ণ কৰিবলৈ অৱশ্যে শ্ৰীচৌধুৰীয়ে সমূলি ভালপোৱা নাছিল আৰু সেয়েই তেওঁ কথা প্ৰসঙ্গত আজিও কয় ঃ *খলনায়কৰ চৰিত্ৰত অভিনয় কৰিবলৈ দৰাচলতে মই বেয়া পাওঁ। অনিলৰ নাট দুখনত এই কাৰণেই মই কৰিছিলোঁ যে চৰিত্ৰ দুটা সঠিকভাৱে ৰূপায়িত হওক; কিন্তু তথাপিও, মোৰ অভিনয়ত, মোৰ অত্যাচাৰত যেতিয়া সহ-অভিনেত্ৰীয়ে চকুপানী টোকে, তেতিয়া মোৰো চকুলৈ পানী আহিব খোজে।*

সময়ত তেওঁ আকৌ নাটকৰ পজিটিভ চৰিত্ৰতহে অভিনয় কৰিবলৈ ল'লে। যি কোনো চৰিত্ৰকেই তেওঁ এনেদৰে ৰূপায়িত কৰিছিল যেন মঞ্চত তেওঁ এটা জীৱন্ত চৰিত্ৰ। তাৰোপৰি চিনেমাত যে এটা কথা আছে *'চুইচ অন্, চুইচ অফ্ আৰ্টিষ্ট'* অৰ্থাৎ চুইচ্ অন্ কৰিলেই অভিনয় আৰু চুইচ অফ্ কৰিলেই সাধাৰণ মানুহ। অভিনয় লৈ আৰু অভিনেতাৰ কোনো উৎকণ্ঠা আৰু কোনো চিন্তা নাথাকে। শ্ৰীচৌধুৰীয়ে কোৱা মতে *চাহজাহানত* অভিনয় কৰি থাকোঁতে, মঞ্চৰপৰা উইংচ্ পাৰ হৈ আহি পিন্ধি থকা আলখাল্লাৰ মাজৰপৰা চাহ আনিবলৈ পইচা উলিয়াই দিয়ে। মঞ্চত তেওঁ *চাহজাহান*, কিন্তু উইংচ্ পাৰ হ'লেই তেওঁ সংগঠক, নাট্যকৰ্মী; ব্যস্ত হৈ পৰে সংগঠনৰ অন্যান্য কামত আৰু কাম সমাধা হ'লেই আকৌ মঞ্চত অভিনয়। তেখেতৰ প্ৰতিখন নাটক চোৱাৰ মোৰ সৌভাগ্য হোৱা নাই ; কিন্তু বিগত পোন্ধৰ-ষোলবছৰৰ ভিতৰত উল্লেখযোগ্য নাট *জটায়ু, চকৰী, মঞ্চত পঞ্চানন শৰ্মাৰ* লগতে কেইবাখনো নাট চোৱাৰ উপৰিও অলেখ ৰেডিঅ' নাট শুনিছিলোঁ। শ্ৰীচৌধুৰীৰ বন্ধুবৰ্গ আৰু দৰ্শক ৰাইজৰ উপৰিও তেওঁৰ মুখেৰে তেওঁৰ অভিনয় জীৱনৰ কথাবোৰ শুনি তবধ মানিছোঁ। তাৰে মাজৰ এটা সৰস ঘটনা এনে ধৰণৰ ঃ ভূবনমোহন বৰুৱাৰ কৌতুকধৰ্মী কিন্তু চিৰিয়াচ নাট *বিবৰ্তন*। পৰিচালনা কৰিছিল অনিল চৌধুৰীয়ে। নাটখনৰ মূল চৰিত্ৰ দীপক বৰুৱাৰ চৰিত্ৰ ৰূপায়িত কৰিছিল গিৰিশ চৌধুৰীয়ে। থোৰতে কাহিনীটো হ'ল-- দল-বল লৈ দীপক বৰুৱা গৈছিল কলিকতালৈ অসমীয়া চিনেমা এখন কৰিবলৈ। তেওঁ নিজেই ক্ৰমে লিখক, পৰিচালক, প্ৰযোজক, সঙ্গীত পৰিচালক। নিজৰ গাঁঠিৰ ধন শেষ হোৱাত বহু জনৰপৰা ধাৰ লৈও চিনেমাৰ কাম শেষ কৰিব নোৱাৰিলে। ইপিনে ধাৰ দিওঁতাসকলৰ

তাগিদাত তেওঁ অস্থিৰ হৈ পৰিল। কোনো পথ বিচাৰি নাপাই তেওঁ উন্মাদৰ ভাও ধৰিলে। তেওঁৰ সেই আকাংক্ষিত ছবিখনৰ নায়কৰ ভাওত অভিনয় কৰিছিল মাখন দেৱানে। চৰিত্ৰটোৰ উপাধি আছিল *চেংকাকতি*। নায়কৰ চৰিত্ৰ পোৱাৰ বাবে চেংকাকতিয়েও বহুতো টকা দীপক বৰুৱাক ধাৰে দিছিল। ধাৰ সাধিবলৈ অহাত উন্মাদৰূপী দীপক বৰুৱাই (গিৰিশ চৌধুৰীয়ে) তৰোৱাল এখন হাতত লৈ কিছুমান অদ্ভুত সংলাপ কৈ এনেদৰে চেংকাকতিৰূপী দেৱানক খেদি গ'ল যে, দেৱানে সঁচাকৈয়ে ভয় খাই মঞ্চৰ বাহিৰলৈ গৈ চিটিকি পৰিল আৰু পিন্ধি থকা সাজপাৰ চিঙি চিৰলা-চিৰলি হ'ল, লগত অহা ৰাজস্থানী ব্যৱসায়ীৰূপী অভিনেতাজনৰো একে অৱস্থা। মাখন দেৱানৰ মুখত শুনিছিলোঁ ঃ *মামাৰ (চৌধুৰীৰ) চকু-মুখ দেখি এনেকুৱা হৈছিল যে মোৰ সঁচা যেন লাগি গৈছিল আৰু মই ভীষণ ভয় খাইছিলোঁ।*

গিৰিশ চৌধুৰীৰ অভিনীত নাট সত্যপ্ৰসাদ বৰুৱাৰ *জ্যোতিৰেখা,* স্বৰচিত নাট *মিনাবজাৰ,* প্ৰবীন ফুকণৰ *চকৰী,* গুৱাহাটীত বহুবাৰ অভিনীত নাট *জটায়ুৰ* কথা বহুতেই নিশ্চয় আজিও পাহৰিব পৰা নাই। বিশেষকৈ *জটায়ুৰ* সেই আপোনভোলা ডাক্তৰ সত্যনাথ চলিহাৰ অভিনয়ৰ কথা আজিও দৰ্শকৰ মুখে মুখে আলোচিত হয়। *চকৰীত* বসন্ত কেৰাণীৰ সেই মাতালৰ চৰিত্ৰত চৌধুৰীৰ অভিনয় দেখি মানুহে তবধ মানিছিল। আজিও বহু দৰ্শকে *জটায়ুৰ* আপোনভোলা ডাক্তৰ চৰিত্ৰৰ অভিনয় কৰি পিছদিনাই *চকৰীৰ* এক জটিল অথচ মাতালৰ দৰে চৰিত্ৰত হাস্যৰসিক অভিনয় কৰিব পৰা অভিনেতা যে বিৰল তাক আজিও কয়। নাটখনৰ আৰম্ভণিৰপৰাই হাঁহিৰ খোৰাক যোগাই শেষত করুণ সমাপ্তিৰে মাতালৰূপী চৌধুৰীৰ অভিনয় চাই দৰ্শকে চকুপানী লৈ প্ৰেক্ষাগৃহৰ বাহিৰ হ'বলগীয়া হৈছিল।

শেহতীয়াকৈ ১৯৯৭ চনৰ আগষ্ট মাহৰ ১৭ তাৰিখে অৰূপ চক্ৰৱৰ্তীৰ *মঞ্চত পঞ্চানন শৰ্মা* নাটখনত শ্ৰীচৌধুৰীয়ে ৭৬ বছৰ বয়সত ৰবীন্দ্ৰ ভৱন প্ৰেক্ষাগৃহত অভিনয় কৰে। প্ৰায় কুৰি বছৰ আগতে এই একেখন নাটকতে গিৰিশ চৌধুৰীৰ লগতে দুৰ্গেশ্বৰ বৰঠাকুৰ, অখিল ডেকা, অনিতা দেৱী আদিয়ে অভিনয় কৰিছিল। এই বেলিও ৭৬ বছৰ বয়সত পঞ্চানন শৰ্মাৰ দৰে এক জটিল চৰিত্ৰত অভিনয় কৰি দৰ্শকক তেওঁ বিমুগ্ধ কৰিছিল। নাটৰ শেষত শ্ৰীচৌধুৰীয়ে কৈছিল ঃ *টুটুৰ এই নাটখনেই মোৰ জীৱনৰ শেষ মঞ্চাভিনয় হ'ব বোধকৰোঁ।* কিন্তু আমাৰ পৰম আশা, গিৰিশ

চৌধুৰীক মঞ্চত আমি পুনৰবাৰ দেখা পাম; আৰু বহু বছৰলৈ দেখা পাই থাকিম।

শ্ৰীচৌধুৰীক সুধিছিলোঁ তেওঁ কিমানখন মঞ্চনাটত অভিনয় কৰিছে। তেওঁ কৈছিল, তেওঁৰ মনত নপৰে তথাপি ৫০ খনতকৈ বেছি হ'ব পাৰে।

১৯৪৮ চনৰপৰা অৰ্থাৎ অনাতাঁৰ কেন্দ্ৰ প্ৰতিষ্ঠা হোৱাৰেপৰা গিৰিশ চৌধুৰীয়ে অলেখ অঁনাতাৰ নাটকত অভিনয় কৰিছে। তেওঁৰ মাষ্টাৰ-পিচ *চাহজাহান* নাটকৰ কথা হয়তো অনাতাঁৰ শ্ৰোতাই আজিও পাহৰিব পৰা নাই। এই নাটত এবাৰ চাহজাহান হয় শ্ৰীচৌধুৰী আৰু এবাৰ ঔৰংজেব হয় নটসূৰ্য্য ফণী শৰ্মা আৰু কেতিয়াবা দুয়োৰে মাজত এই চৰিত্ৰ দুটাৰ সালসলনিও হয়। সেই সময়ত পোনপটীয়া অৰ্থাৎ লাইফ ব্ৰডকাষ্ট হৈছিল। কাৰণ তেতিয়া টেপ ব্যৱস্থা প্ৰৱৰ্তন হোৱা নাছিল আৰু তেনেদৰে ডিস্ক ব্যৱস্থাও বহু খৰচী আছিল। শ্ৰীচৌধুৰীৰপৰা জানিব পাৰিলোঁ যে, চৰিত্ৰ যিমানেই দীঘলীয়া আৰু জটিল নহওক কিয় লাইফ ব্ৰডকাষ্টৰ ব্যৱস্থাতো তেওঁ সল্‌সলীয়াকে অভিনয় কৰি প্ৰযোজক-পৰিচালকক সদায়ে সকাহ দিব পাৰিছিল। সেই অমিত্ৰাক্ষৰ ছন্দ, ব্ৰজাবলী ভাষাৰ নাটকৰপৰা আধুনিক, ঐতিহাসিক, ধৰ্মমূলক সকলো নাটকতেই লাইফ ব্ৰডকাষ্টৰ সময়ৰপৰা আজিলৈকে প্ৰায় ৩০০-৪০০ (হয়তো বেছিও হ'ব পাৰে) অঁনাতাৰ নাটকত অভিনয় কৰি আমাৰ গাঁৱে-ভূঞে আজিও জনপ্ৰিয় শ্ৰীচৌধুৰী অঁনাতাৰ কেন্দ্ৰৰ আজিও অপ্ৰতিদ্বন্দ্বী অভিনেতা। শ্ৰোতাই আজিও পাহৰিব পৰা নাই তেওঁ অভিনয় কৰা নাট সাৰদা বৰদলৈৰ *অকাল বোধন,* প্ৰবীণ ফুকনৰ *লাচিত বৰফুকন, চকৰি,* ভবেন্দ্ৰনাথ শইকীয়াৰ *আবেলি, ফেৰিৱালা, দেউতা,* অনিল চৌধুৰীৰ *মানিক ৰাইটং, সংঘাত,* স্বৰচিত নাট *মিনাবজাৰ, লগন উকলি গ'ল, এক চেপ্তেম্বৰ,* চৈয়দ আব্দুল মালিকৰ *আধা আঁকা ছবি,* সত্যপ্ৰসাদ বৰুৱাৰ *জ্যোতিৰেখা,* ডি.এল. ৰায়ৰ *চাহজাহান* ইত্যাদি। অৱশ্যে এই নাটবোৰ অঁনাতাৰ কেন্দ্ৰত সংৰক্ষণ হৈ আছে নে নাই নাজানো— যদিহে সংৰক্ষিত হৈ আছে তেন্তে সেয়া নিশ্চয়কৈ আমাৰ জাতীয় সম্পদ, আৰু যদি নাই.......!!

তেনেদৰে দূৰদৰ্শনৰ বহু কেইখন ধাৰাবাহিক আৰু টেলিফিল্মতো শ্ৰীচৌধুৰীয়ে অভিনয় কৰিছে। তেওঁ অভিনয় কৰা মহিম বৰাৰ *আবুৰ,* ভবেন্দ্ৰ নাথ শইকীয়াৰ *সোণৰ খাৰু* আজিও চকুৰ আগত ভাঁহি উঠে।

১৯৯৭ চনত শেহতীয়াকৈ গোপাল ঠাকুৰ পৰিচালিত *অনুৰণনন* নামৰ ধাৰাবাহিকখনৰ যি দুটা খণ্ডত তেওঁ অভিনয় কৰিছে সেই দুটা খণ্ডৰ অভিনয় ইমান উচ্চ খাপৰ আছিল যে সেয়ে গোটেই ধাৰাবাহিকখনকে সমৃদ্ধ কৰি তুলিছিল বুলি আমাৰ ধাৰণা।

১৯৫৩ চনতে প্ৰথমবাৰৰ বাবে তেওঁ *সতী বেউলা* নামেৰে এখন দোভাষী ছবিত এটি সৰু চৰিত্ৰৰ জৰিয়তে ছবি জগতত আত্মপ্ৰকাশ কৰে। এই ছবিখনৰ বিষয়ে 'জনমভূমি' কাকতত তেওঁৰ অভিনেতা জীৱনৰ স্মৰণীয় ঘটনাৰ কথা লিখোঁতে তেওঁ এইদৰে লিখিছিল ঃ *মই সতী বেউলা কথাছবিত প্ৰথমবাৰৰ বাবে কেমেৰাৰ সম্মুখীন হওঁ। মোৰ চৰিত্ৰটো সৰু আছিল কিন্তু অভিনয়ৰ সুবিধা অৰ্থাৎ চিনেমাৰ ভাষাত 'স্কোপ'থকা চৰিত্ৰ আছিল। কথাছবিখন দোভাষী আছিল। বঙলা ভাষাৰখনত বঙ্গ তথা ভাৰতৰ খ্যাতনামা অভিনেতা ছবি বিশ্বাসে চাঁদ সদাগৰৰ চৰিত্ৰত অভিনয় কৰিছিল আৰু অসমীয়াখনত কৰিছিল নটসূৰ্য্য ফণী শৰ্মাই। আনপিনে 'সণেকাৰ' চৰিত্ৰ বঙলাখনত অভিনয় কৰিছিল এসময়ৰ খ্যাতনামা বঙ্গ আৰু হিন্দীজগতৰ মোহময়ী অভিনেত্ৰী প্ৰমথেশ বৰুৱাৰ 'শাপমুক্তি'ৰ নায়িকা পদ্মা দেৱীয়ে আৰু অসমীয়াখনত অসমৰ তেতিয়াৰ অপ্ৰতিদ্বন্দ্বী অভিনেত্ৰী বৰুণা চৌধুৰীয়ে। আগতেই কৈছোঁ মোৰ চৰিত্ৰটো সৰু আছিল। আৰু সেয়ে 'চট্' লোৱা ঠাইত পৰিচালক আৰু কলাকুশলীৰ বাহিৰে অন্য কোনো দৰ্শক নাছিল। সিদিনা আছিল ১৯৫৩ চনৰ জুন মাহৰ কোনোবা এটা দিন। প্ৰথম চট্‌টো একেবাৰতে 'অ'কে' হোৱা দেখি পৰিচালকে ধন্যবাদ দিলে। দ্বিতীয় চট্‌টো যথেষ্ট দীঘলীয়া— মনসা দেৱীৰ লগত তৰ্কা-তৰ্কি, কন্দা-কটা ইত্যাদি নানা ধৰণৰ 'ভেৰিয়েচন' থকা চট্। ভালদৰে সংলাপ পঢ়ি 'মনিটৰ' দিলোঁ, 'মনিটৰ' দেখি পৰিচালক সন্তুষ্ট হ'ল— এনেতে দেখিলোঁ আমাৰ চেটৰ ওচৰলৈ ছবি বিশ্বাস, পদ্মা দেৱী প্ৰমুখ্যে কেইবাজনো অভিনেতা-অভিনেত্ৰী আহি থিয় হৈ আমাৰ চেটলৈ চাই আছে। মই অলপ বিব্ৰতবোধ কৰিলোঁ; কিন্তু পৰিচালকে একচন্ কোৱাৰ লগে লগে পাৰিপাৰ্শ্বিকতা পাহৰি 'চট্' দিলোঁ, একেবাৰতে অকে হোৱা দেখি পৰিচালক সুনীল গাঙ্গুলীয়ে ক'লে আশ্চৰ্য্য। একবাৰেই 'অকে'। ছবি বিশ্বাস লাহে লাহে দূৰলৈ আঁতৰি যাওঁতে কোৱা শুনিলোঁ 'ছেলেটাৰ নাম কি? ভবিষ্যতে ভালো অভিনেতা হ'বে।' মোৰ মনটো থৌকি-বাথৌ কি হ'ল। ছবি বিশ্বাসৰ দৰে অভিনেতাৰ মুখত*

*এই প্ৰশংসা, মোৰ মনৰ অৱস্থা তেতিয়া বুজাব নোৱাৰা বিধৰ। লাহে লাহে চেটৰপৰা ওলাই আহিলোঁ। এজনে কাণে কাণে ক'লে-- 'তুমি ছবি বিশ্বাসক গৈ সেৱা এটা কৰা।' মই চুচুক-চামাক কৰি গৈ ছবি বিশ্বাসক সেৱা কৰিলোঁ। মোৰ মূৰত হাত থৈ তেওঁ ক'লে-- 'আমি আশীৰ্বাদ কৰছি-- ভবিষ্যতে তুমি ভালো অভিনেতা হ'বে।' তাৰ পিছত পদ্মা দেৱীৰ ভৰি চুই সেৱা কৰিলোঁ। লগে লগে বহাৰপৰা উঠি মোক সাৱট মাৰি ধৰি ক'লে-- 'তোমাৰ অভিনয় খুউব ভালো হয়েছে। তোমাকে আমি আশীৰ্বাদ কৰছি।' মূৰত হাত বুলাই দিলে মই অনুভৱ কৰিলোঁ। সেয়া যেন এগৰাকী স্নেহশীল মাতৃৰ হাতৰ পৰশ। সেই ১৯৫৩ চনৰপৰা ১৯৮৩ চনলৈকে এই স্নেহময়ী মাতৃগৰাকীয়ে মোক সুদীৰ্ঘ ত্ৰিশ বছৰ মাতৃস্নেহেৰে আপ্লুত কৰিছিল। সেইগৰাকী ভাৰতৰ শীৰ্ষস্থানীয় অভিনেত্ৰীৰ মৃত্যু হৈছিল ১৯৮৩ চনৰ তিনি ফেব্ৰুৱাৰী তাৰিখে। ভাগ্যৰ কি নিৰ্মম পৰিহাস! সিদিনাখন মই কলিকতাৰ বেহালাৰ এন্এফ ডিচিৰ এডিটিং ৰুমতে আছিলোঁ, অথচ খবৰটো পালোঁ দুদিন পিছত। তেতিয়ালৈ সকলো শেষ। তেওঁক শেষ দেখা পোৱাৰ সেই ভাগ্য মোৰ নহ'ল। মোৰ জীৱনৰ এটা মধুৰ-কৰুণ ঘটনা-- যাৰ স্নেহ, যাৰ মৃত্যুৰ বাতৰিৰ কথা মই আজিও পাহৰিব পৰা নাই।*

ইয়াৰ পিছত গিৰিশ চৌধুৰীয়ে ১৯৫৫ চনত আনোৱাৰ হুচেইন প্ৰযোজিত-পৰিচালিত *সৱাপাত* ছবিত নায়কৰ ভূমিকাত অভিনয় কৰে। নায়িকা আছিল জ্ঞানদা কাকতি। সহনায়কৰ চৰিত্ৰত অভিনয় কৰাৰ উপৰিও *সৱাপাতৰ* সংলাপ ৰচনা কৰিছিল অনিল চৌধুৰীয়ে।

এই সময়ছোৱাতে গিৰিশ চৌধুৰী-অনিল চৌধুৰীৰ হৃদ্যতা গঢ়ি উঠে বঙ্গৰ স্বনামধন্য নাট্যকাৰ মধু-সংলাপী বিধায়ক ভট্টাচাৰ্যৰ লগত। বছৰৰ পিছত বছৰ বিধায়ক ভট্টাচাৰ্য্য ৰচিত, তৃপ্তি মিত্ৰ অভিনীত নাট *সেতু* বিশ্বৰূপা মঞ্চত চলি থকা সময়ত। এই নাটৰ মঞ্চায়নৰ সময়তে গিৰিশ চৌধুৰী, অনিল চৌধুৰীয়ে প্ৰায়েই বিশ্বৰূপা মঞ্চৰ গ্ৰীণৰুমত বিধায়ক ভট্টাচাৰ্যৰ স'তে সময় কটাইছিল। ইয়াৰোপৰিও দুই ভাতৃৰ বন্ধুত্ব আছিল *নতুন ইহুদি, ডাউন ট্ৰেইন* খ্যাত নাট্যকাৰ, উত্তম-সুচিত্ৰা অভিনীত বহু ছবিৰ পৰিচালক সলিল সেনৰ স'তে। অকৃত্ৰিম বন্ধু সলিল সেনৰ উপৰিও গিৰিশ চৌধুৰীৰ বন্ধুত্ব আছিল কলিকতাৰ বহু চলচ্চিত্ৰকাৰ, নাট্যকাৰ আৰু অভিনেতাৰ স'তে।

*সৰাপাতৰ* পিছত কেইবাবছৰো কথাছবিৰপৰা আঁতৰি আকৌ নাটকতেই, মঞ্চতেই গিৰিশ চৌধুৰীয়ে পূৰ্ণভাৱে জড়িত হৈ পৰে। কিন্তু কথাছবিৰ দুৰ্বাৰ টানত চৌধুৰী ভাতৃদ্বয়ে নিজে *'চৌধুৰী চিত্ৰায়ন'* নামেৰে এটি প্ৰতিষ্ঠান গঢ়ি প্ৰযোজনা কৰিলে *মাটিৰ স্বৰ্গ।* সেয়া আছিল ১৯৬১ চনৰ কথা। ছবিখনে মুক্তি পালে ১৯৬৩ চনৰ মাৰ্চ মাহত।

গিৰিশ চৌধুৰী অভিনীত মুক্তি নোপোৱা ছবিও বহুকেইখন। তাৰ ভিতৰত ৭৫ শতাংশ কাম হোৱা ছবি *সোণটি* (অমিতাভ বচ্চন অভিনীত), আৰু *ধোঁৱা।*

এইবোৰৰ উপৰিও গিৰিশ চৌধুৰীয়ে কেইবাখনো তথ্যচিত্ৰও প্ৰযোজনা আৰু পৰিচালনা কৰিছে।

গিৰিশ চৌধুৰী পঞ্চাশৰ দশকত সঙ্গীত-নাটক একাডেমীৰ অসম শাখাৰ কাৰ্য্যকৰী সমিতিৰ সদস্য আছিল। সেই সময়ত ৰাণী সবিতা দেৱী আছিল সভানেত্ৰী। সঙ্গীত-নাটক একাডেমীৰ জৰিয়তেই ১৯৫৪ চনৰ নবেম্বৰ মাহত দিল্লীত *শোণিত কুঁৱৰী* নাট অভিনীত কৰিবলৈ যোৱা দলত গিৰিশ চৌধুৰীও গৈছিল আৰু এটি চৰিত্ৰত অভিনয় কৰিছিল। সংগীত পৰিচালনা কৰিছিল বিষ্ণুপ্ৰসাদ ৰাভাই। এই নাটখনে সৰ্বভাৰতীয় স্তৰত লোকনাট্য শিতানত প্ৰথম পুৰস্কাৰো পাইছিল। এই ক্ষেত্ৰত এটা কথা প্ৰণিধানযোগ্য যে যিজন অভিনেতাই সমগ্ৰ জীৱন জুৰি অতুলনীয় অভিনয় কৰি, মঞ্চ আৰু *থিয়েটাৰ শিল্পক* জীৱনৰ ব্ৰত বুলি আজিও কাম কৰি গৈ আছে, জনমানসত আজিও এজন জীৱন্ত কিম্বদন্তীৰ অভিনেতা হৈ আছে, যিজন অভিনেতাই অসমত সঙ্গীত নাটক একাডেমীৰ জন্মলগ্নৰেপৰা জড়িত হৈ আছিল তেওঁক আজিকোপতি সংগীত-নাটক একাডেমীয়ে যথাযোগ্য স্বীকৃতি দিয়া নাই। তেওঁৰ এই জীৱনজোৰা অৱদানৰ বাবে অসমৰ ৰাইজৰ উপৰিও অসম চৰকাৰে নানাভাৱে তেওঁক স্বীকৃতি দিছে, নাটক একাডেমীৰ দিল্লীস্থ কাৰ্য্যালয়লৈ চৰকাৰে কেইবাবাৰো তেওঁৰ বিষয়ে দীঘলীয়া প্ৰশস্তি লিখি পঠিয়াইছিল। তেওঁক আজিও সঙ্গীত-নাটক একাডেমীয়ে একাষৰীয়া কৰি থৈ দিছে— এয়া আমাৰ বাবে সঁচাকৈয়ে দুখঃজনক। আমি গিৰিশ চৌধুৰীক এই বিষয়ে সোধোঁতে তেওঁ কৈছিল ঃ *হয়তো তেওঁলোকে মোক অভিনেতা বুলি নাভাবে, হয়তো মই তেওঁলোকৰ স্বীকৃতিৰ মানদণ্ড চুব পৰা নাই, যোগ্যও নহওঁ। হ'ব ইমানেই হ'ব। মই অসমৰ জনগণৰপৰা*

*যোৱা তিনিকুৰি পাঁচ বছৰে যি পাইছোঁ, যি চেনেহ, যি সন্মান আপোনালোকৰপৰা পাইছোঁ সেয়াই মোৰ জীৱনৰ বাবে বহুত, তাকেই শিৰত লৈ এদিন আঁতৰি যাম-- জনগণে যদি মোক মনত ৰাখে তাকেই মোৰ পৰম প্ৰাপ্তি বুলি লৈ শান্তি লভিম।*

প্ৰচাৰবিমুখ অভিনেতা, জীৱনশিল্পী গিৰিশ চোধুৰীৰ কোনো ক্ষোভ নাই, বিদ্বেষ নাই। অভিনয় জগতৰ শিল্পজগতৰ তেওঁ এজন পৰিপূৰ্ণ সাধক।

গিৰিশ চৌধুৰীয়ে কেইবাখনো নাট ৰচনা কৰিছে। প্ৰকাশিত নাটসমূহৰ ভিতৰত *মিনাবজাৰ, তিনি অধ্যায়, ত্ৰিৰঙ্গ* আৰু আলোচনীৰ পাতত বহুতো একাঙ্কিকা, বহুতো অনাতাঁৰ নাট। ১৯৪৮ চনৰপৰা এতিয়ালৈকে তেওঁ বোধকৰো ত্ৰিশ-পঁয়ত্ৰিশখনমান অনাতাঁৰ নাট লিখিছে, প্ৰচাৰিতও হৈছে। অলপতে তেওঁ ৰচিত *বৃত্তৰ বাহিৰত* অনাতাঁৰ নাট প্ৰচাৰিত হৈ গৈছে। ইয়াৰোপৰি কেইবাখনো মঞ্চনাট অপ্ৰকাশিত অৱস্থাতে আছে। সাহিত্য-সংস্কৃতি-নাট-স্মৃতিৰোমন্থন আদি বহুতো প্ৰবন্ধ-নিবন্ধও শ্ৰীচৌধুৰীয়ে লিখিছে।

তেওঁ প্ৰায় ১৩ বছৰ কাল *পৰিবাহিকা* নামে আলোচনী এখন সম্পাদনা কৰিছিল। এইখিনিতে এটা কথা উল্লেখ কৰা উচিত হ'ব যে শ্ৰীগিৰিশ চৌধুৰীয়ে পথ পৰিবহণ বিভাগত কাম কৰোঁতে শ্ৰমিক আন্দোলনৰ লগতো জড়িত হৈ পৰিছিল। প্ৰায় ছয়হাজাৰ শ্ৰমিকেৰে গঠিত ৰাজ্যিক পৰিবহণ কৰ্মচাৰী সন্থাৰ এজন সক্ৰিয় কৰ্মী হিচাপে তেওঁ নিজকে সমৰ্পিত কৰিছিল। সাংস্কৃতিক জগতৰ লগত থাকিও সেই সময়ৰ শ্ৰমিক নেতা অতুল শইকীয়া, তেতিয়াৰ বিধায়ক শ্ৰমিক নেতা সৰ্বেশ্বৰ বৰদলৈ, যোগীন্দ্ৰ গোস্বামী, প্ৰভাত বৰুৱা আদিৰ স'তে জড়িত থাকি পৰিবহণ সন্থাৰ কাম কৰাৰ উপৰিও চাহ মজদুৰ সংঘ, সৰ্বভাৰতীয় স্তৰৰ ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰে তেওঁ সক্ৰিয় কৰ্মী আছিল। ৰাজ্যিক পৰিবহণ সন্থাৰ ১৯ বছৰ কাল উপসভাপতি আৰু ৯ বছৰ কাল সভাপতিৰূপে সফলতাৰে কাৰ্য্যনিৰ্বাহ কৰি ১৯৮৫ চনত তেওঁ অৱসৰ গ্ৰহণ কৰে। এতিয়াও শ্ৰমিক সভাসমূহত আমন্ত্ৰিত হৈ সভা সমূহত উপস্থিত থাকে। শ্ৰমিক আন্দোলনৰ কথা সোধোঁতে শ্ৰীচৌধুৰীয়ে কৈছিলঃ *মোৰ 'ফাৰ্ষ্ট লাভ' হ'ল মঞ্চ, বোলছবি।* এক কথাত অভিনয় আৰু দ্বিতীয় হ'ল শ্ৰমিক সংগঠন-- শ্ৰমিকৰ মঙ্গল কামনা।

গিৰিশ চৌধুৰীক বহু সংগঠন, বহু প্ৰতিষ্ঠানে তেওঁৰ আজীৱন নাট্যসেৱা, সংস্কৃতিসেৱাৰ বাবে অভিনন্দন, সম্বৰ্দ্ধনা জনাইছে। বহু প্ৰশস্তিপত্ৰ আৰু নানা ধৰণৰ উপহাৰ সামগ্ৰীৰে তেওঁৰ ঘৰৰ এটা কোঠা ভৰি আছে। কিছুমান হেনো সংৰক্ষণ কৰিব পৰা নাই ; ঠাইৰ, যত্নৰ অভাৱত উৰুঁলি গৈছে।

১৯৯৫ চনত শ্ৰীগিৰিশ চৌধুৰী *অসম সাহিত্য সভাৰ* ৫৯ তম শিৱসাগৰ অধিৱেশনৰ সাংস্কৃতিক সন্ধিয়াৰ মুখ্য অতিথি আৰু উদ্বোধক আছিল।

তেওঁ বহু বাৰ অসম চৰকাৰৰ সাংস্কৃতিক বিষয়ৰ উপদেষ্টা আছিল। ১৯৯৩ চনৰপৰা ১৯৯৬ চনলৈকে *জ্যোতি চিত্ৰবন ফিল্ম ষ্টুডিঅ'ৰ* অধ্যক্ষৰূপে ষ্টুডিঅ'ৰ উন্নতিকল্পে বহু কাম কৰি থৈ গৈছে। তেওঁৰ কাৰ্য্যকালতে ষ্টুডিঅ'ৰ ভিডিঅ' বিভাগ প্ৰতিষ্ঠা হয় আৰু মিউজিক ষ্টুডিঅ'ৰ উন্নতিকল্পে নানা ধৰণৰ সা-সৰঞ্জামৰ ব্যৱস্থা কৰি অত্যাধুনিক ষ্টুডিঅ' এটা প্ৰতিষ্ঠা কৰাৰ পৰিকল্পনা কৰা হ'য়।

অমি জনাত মাছখোৱাৰ সাংস্কৃতিক প্ৰকল্প প্ৰতিষ্ঠাৰ পূৰ্ণতাৰ গুৰিতেই শ্ৰীগিৰিশ চৌধুৰীৰ অৱদান অনস্বীকাৰ্য্য। যেতিয়া মাছখোৱাৰ এচুকত খালি ঠাই ডোখৰ পৰি আছিল (পুৰণি বাছ আস্থান স্থানান্তৰিত হোৱাত) তেতিয়াৰেপৰা মাছখোৱা, ভৰলুমুখ, কুমাৰপাৰাৰ কেইজনমান অগ্ৰণী সমাজকৰ্মীৰ স'তে খাটি এই প্ৰকল্পৰ প্ৰতিষ্ঠাৰ বাবে তেতিয়াৰ চৰকাৰৰ সৈতে যোগাযোগ কৰি, কলিকতাস্থ চাহ কাৰ্য্যালয়ৰ উচ্চ পদস্থ বিষয়াবৰ্গৰ স'তে বুজাবুজিলৈ আহি এই প্ৰকল্পৰ প্ৰতিষ্ঠাৰ বাবে তেওঁলোকক নানা ভাৱে সচেষ্ট কৰিছিল। এতিয়াও শ্ৰীচৌধুৰী এই প্ৰকল্পৰ প্ৰাণ প্ৰতিষ্ঠা কৰিবলৈ প্ৰকল্প সমিতিৰ সদস্যসকলৰ স'তে এই ৮০ বছৰ বয়সতো কোনো কষ্টকে কষ্ট বুলি নাভাবি কাম কৰি গৈ আছে। তেওঁ সম্প্ৰতি ইয়াৰে শীৰ্ষ সমিতি *আচাম কালচাৰেল ট্ৰাষ্টৰ* উপাধ্যক্ষ হিচাপে কাৰ্য্যনিৰ্বাহ কৰি আছে।

শ্ৰীগিৰিশ চৌধুৰীৰ বৰ্ণময় জীৱনৰ স'তে যোৱা এটা দশক ঘনিষ্ঠভাৱে জড়িত থাকি এটা বিশেষ দিশ মন কৰিছোঁ। সেয়া হ'ল নাটক, মঞ্চ, অভিনয় তেওঁৰ জীৱনৰ এক অভিন্ন সত্ত্বা। আজিও তেওঁৰ শয়নে-সপোনে নাটক আৰু অভিনয়ৰ কথা। কেতিয়াবা নাটক পঢ়িছে, কেতিয়াবা

এইবোৰক লৈ প্ৰবন্ধ লিখিছে, বিৰামহীনভাৱে সমাজ-সংস্কৃতিৰ সাধনাতেই তেওঁ মগ্ন হৈ আছে। *শিল্পী সাহায্য নিধিৰ* স'তে জড়িত হৈ কলাকুশলীৰ মঙ্গল চিন্তাত তেওঁ বিভোৰ হৈ আছে। এই বয়সতো আজিও তেওঁ ক্লান্তিহীনভাৱে সচেষ্ট হৈ থাকে, কিদৰে শিল্পী, কলাকুশলীক সহায় কৰিব পাৰি, অসমৰ শিল্পজগৎখনক উন্নত কৰিব পাৰি, কিদৰে নাট্যজগতৰ উন্নতি সাধিব পাৰি। সমদুখী, সমভাগী ভাতৃক হেৰুৱাই নিজকে সম্পূৰ্ণ ৰিক্ত বুলি কৈও তেওঁ খামুচি ধৰি আছে এই নাট্যজগৎখনকে। তাতেই যেন তেওঁ বিচাৰি পাইছে আৰু বহু ভাতৃক, বহু সহোদৰক।

সুদীৰ্ঘ চাৰিকুৰি বছৰৰ অভিজ্ঞতাপুষ্ট শ্ৰীগিৰিশ চৌধুৰীৰ বৰ্ণময় জীৱনৰ সম্পূৰ্ণ কথা, এই লিখনিত সামৰাটো এক কঠিন কাম। আশী বছৰৰ দীৰ্ঘ পৰিক্ৰমা, এই পৰিক্ৰমাৰ যেন আজিও শেষ হোৱা নাই— শেষ নহওক আৰু সুদীৰ্ঘকাল তেওঁৰ অভিজ্ঞতা, তেওঁৰ অভিনয় দক্ষতাৰে আমাক, আমাৰ নাট্য সমাজক সমৃদ্ধ কৰক, জীৱন্ত কিম্বদন্তী অভিনেতা গিৰিশ চৌধুৰী মুকুটবিহীন সম্ৰাট, অভিনয় জগতৰ নটসম্ৰাট চিৰ জ্যোতিষ্মান হৈ থাকক, সেই কামনাই কৰিছোঁ আজি তেওঁৰ এই পবিত্ৰ জন্মদিনত।



---

* লিখকে নামত 'ন'হে লিখে।

# মোৰ প্ৰিয় অভিনেতা

নীৰেন বন্দোপাধ্যায়

এজন পৰিচ্ছন্ন ব্যক্তিৰ কথা মনত পৰিলে, চকুৰ আগত ভাঁহি উঠেশ্ৰীযুত গিৰিশ চৌধুৰীৰ কথা। একাধাৰে অভিনেতা, সুবক্তা, ভদ্ৰোচিত আচৰণ— এই সকলো গুণে তেওঁক যেন অসাধাৰণ ব্যক্তি কৰি তুলিছে।

মোৰ জন্মস্থান আৰু কৰ্মস্থান অসম। মই তাত সুদীৰ্ঘ সত্তৰ বছৰ কটাইছিলোঁ, আৰু আজি ছয় বছৰ কাল কলকতাত আছোঁহি, পুত্ৰ-পুত্ৰবধূৰ কৰ্মস্থলত। যিয়েই হওক, মোৰ সুদীৰ্ঘ সত্তৰ বছৰৰ ভিতৰত গিৰিশ চৌধুৰীক বেছ ওচৰত পাইছিলোঁ। গুৱাহাটীৰ মঞ্চত এক অপ্ৰতিদ্বন্দ্বী অভিনেতা হিচাবে লক্ষ্য কৰিছিলোঁ।

আৰম্ভ কৰিছোঁ *চাহজাহান* নাটকৰ কথাৰে। প্ৰথম অভিনীত হৈছিল ১৯৪৯ চনত, পিছৰবাৰ বোধকৰোঁ ১৯৬০ চনত। শ্ৰীচৌধুৰীৰ *চাহজাহানৰ* অভিনয়ৰ তুলনা নাই। মই কলিকতাত অহীন্দ্ৰ চৌধুৰীৰ *চাজাহানো* কেইবাবাৰো চাইছোঁ। অহীন্দ্ৰ চৌধুৰীক মই সৰু কৰিব খোজা নাই; কিন্তু চাজাহানৰূপী গিৰিশ চৌধুৰীৰ অভিনয় অহীন্দ্ৰ চৌধুৰীৰ অভিনয়তকৈ কোনো গুণে কম নহয়। চাহজাহানৰ ভাওত কি অপূৰ্ব অভিনয় গিৰিশ চৌধুৰীয়ে কৰিছিল! সেই দৃশ্য, সেই অভিব্যক্তি, আজিও মোৰ মানসপটত উজ্জ্বল হৈ আছে। ইয়াৰ পিছত গিৰিশ চৌধুৰীয়ে অভিনয় কৰা অজস্ৰ নাটক মই চাইছোঁ। *প্ৰতিবাদ, চিৰন্তন, মিনা বজাৰ, বিবৰ্তন, চকৰি, শিখা, কৰ্ণাৰ্জুন* ইত্যাদি বহুতো নাটক, উল্লেখ কৰি শেষ কৰিব নোৱাৰোঁ। মুঠতে গিৰিশ চৌধুৰী আৰু অনিল চৌধুৰী, দুই ভাতৃ, অসমৰ নাট্য জগতৰ ধ্ৰুৱতৰা হৈ জিলিকি থাকিব।

গিৰিশ চৌধুৰীৰ খলনায়কৰ ৰূপ দেখিছোঁ *প্ৰতিবাদ* আৰু *চিৰন্তনত*। এজন ইমান সুন্দৰ মানুহ যে ইমান বীভৎস হ'ব পাৰে মই কল্পনাই কৰিব নোৱাৰোঁ। লোকবন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱাই সেই সময়ত কোৱা বুলি

শুনিছিলোঁ : *গিৰিশ! যোৱা নিশা তোমাৰ অভিনয় চাই তোমাক মোৰ মাৰিবৰ মন গৈছিল।* ইয়াৰ পিছৰপৰা হেনো শ্ৰীচৌধুৰীয়ে ভিলেইনৰ চৰিত্ৰ ৰূপায়ণ কৰা বাদ দিছিল। তাৰ পিছত দেখিছোঁ, *চকৰী* নাটকত বসন্ত কেৰাণীৰ চৰিত্ৰ। মাতালৰ অভিনয়, মই অসম, বঙ্গৰ বহু অভিনেতাৰেই অভিনয় দেখিছোঁ, কিন্তু গিৰিশ চৌধুৰীয়ে কৰা অভিনয়ৰ তুলনা মই কাৰ লগত কৰিম? সেই সুস্থিৰ, ভদ্ৰ ব্যক্তিজনে যে এনেকুৱা চৰিত্ৰও কৰিব পাৰে ভাবিবই নোৱাৰি। সংযত, অসংযত বিভিন্নৰূপত কৰা মাতলামী মিশ্ৰিত সেই শোকৰ দৃশ্যটো চাই মোৰেই দৰে হয়তো কোনো দৰ্শকেই চকুপানী নোটোকাকৈ থাকিব পৰা নাছিল। আৰু *জটায়ু*? অগ্নিমিত্ৰৰ *জটায়ু* নাটকৰ অসমীয়া ৰূপান্তৰ আৰু পৰিচালনা কৰিছিল অনিল চৌধুৰীয়েই। গিৰিশ চৌধুৰীৰ উপৰিও এই নাটত অভিনয় কৰিছিল, বিজু ফুকন, জৰ্জ বেকাৰ, মলয়া গোস্বামী, দীনেশ দাস আদিয়ে। বহু দিনৰ কথা, বোধকৰোঁ ১৯৭৭-৭৮ চনৰ কথা, সকলোৰে নাম পাহৰিছোঁ। এই নাটকত গিৰিশ চৌধুৰীয়ে ৰূপদান কৰা মুখ্য চৰিত্ৰ ডাক্তৰ সত্যনাৰায়ণ চলিহা। এই চৰিত্ৰত তেওঁ এনে এক অদ্ভুত অভিনয় কৰিছিল যে আজিও হৃদয়পটত প্ৰোথিত হৈ আছে। বোধকৰোঁ পাঁচ-ছয় নিশা পূৰ্ণ প্ৰেক্ষাগৃহত এই নাট অভিনীত হৈছিল আৰু পিছত বহুজনৰ মুখে মুখে গিৰিশ চৌধুৰীৰ অপূৰ্ব অভিনয়ৰ কথা শুনিছিলোঁ। এই নাটকখনকেই মই ১৯৯৪ চনতো আকৌ এবাৰ চাইছিলোঁ। শ্ৰীচৌধুৰীৰ তেতিয়া ৭৩ বছৰ বয়স। কিন্তু সেই বয়সতো চৌধুৰীৰ কণ্ঠস্বৰ, সংলাপ প্ৰক্ষেপণ, চালচলন ঠিক সেই ১৬-১৭ বছৰ আগৰ দৰেই। এই মহান অভিনেতাজনৰ চিৰিঅ- কমিক নাট *বিবৰ্তনো* মই চাইছোঁ। সেই অভিনয় দক্ষতাৰো তুলনা নাই।

মই নিজে বংগভাষী অসমীয়া। কিন্তু শ্ৰীচৌধুৰীয়ে অভিনয় কৰা দুখন বাংলা ভাষাৰ নাটক *মায়ামৃগ* আৰু *নতুন ইহুদী* চাইছিলোঁ। তেওঁৰ অভিনয়ৰতো তুলনা নায়েই, তেওঁৰ বাংলা ভাষাৰ উচ্চাৰণ দেখি তবধ মানিছিলোঁ, ভাব হৈছিল মোতকৈও ভাল ভাষা তেওঁ কৈছিল।

মুঠতে, গিৰিশ চৌধুৰীয়ে এজন সৰ্বভাৰতীয় স্তৰৰ অভিনেতা হিচাবে কেতিয়াবাই স্বীকৃতি পোৱা উচিৎ আছিল। মই এটা কথা কিবা মোহত বা অতিৰঞ্জিত কৰি কোৱা নাই, ভাৰতবৰ্ষৰ, বঙ্গদেশৰ (দুয়োখন বঙ্গৰ) বহু অভিনেতাৰ অভিনয় চাইহে এই কথা কৈছোঁ। জানিব পাই দুখিত

হৈছোঁ, এনে এজন অভিনেতাক হেনো সঙ্গীত নাটক একাডেমীয়ে এতিয়াও স্বীকৃতি দিয়া নাই। অৱশ্যে আমাৰ দেশত এনে ধৰণে বহু উপযুক্ত ব্যক্তিয়েই বঞ্চিত হৈ থকাটো এটা সাধাৰণ ঘটনা।

শুনি সুখী হৈছোঁ গিৰিশ চৌধুৰীক তেওঁৰ গুণমুগ্ধসকলে আশী বছৰীয়া জন্মদিনত ওলগ জনাব; তেওঁৰ কৰ্মময় জীৱনৰ আধাৰত এখন পুথিও প্ৰকাশ কৰিব। ইয়াত মই অতিশয় আনন্দ পাইছোঁ আৰু বাৰ্দ্ধক্যই জুৰুলা নকৰা হ'লে, এই শুভ-সমাৰোহত মইও যোগদান কৰিলোঁহেঁতেন। মোৰ জন্মভূমি-কৰ্মভূমিৰপৰা কালচক্ৰত আজি মই দূৰৈত পৰি আছোঁ। ইয়াৰেপৰাই এই জীৱিত কিম্বদন্তী, অপ্ৰতিদ্বন্দী অভিনেতাজনলৈ, অতি পৰিচ্ছন্ন ব্যক্তিজনলৈ শুভেচ্ছা জনাইছোঁ আৰু কৰ্মময় সুস্থ জীৱন কামনা কৰিছোঁ।



# চৰৈবেতি সহস্ৰেক

বন্ধু ওজা

অভিনেতা বুলিলে অনেকৰ মনত অনেক ছবি ভাঁহি উঠে। সাধাৰণীকৰণ সম্ভৱ নহয়। অভিনয়ানুৰাগী ভেদে এই ছবি পৃথকো হয়— ক্ষেত্ৰ বিশেষত একেও হয়। মোৰ মনৰ দাপোণত অভিনেতা-অভিনেত্ৰীৰ যিখন ছবিয়ে অকণো ফাঁকি নিদিয়াকৈ দেখা দিয়ে সেইখন—

পত্ৰে-পুষ্পে-ফলে ভৰা
উচ্চশিৰ নম্ৰভাৱে নত কৰা
পৰোপকাৰাৰ্থে জন্ম লভা বৃক্ষ সদৃশ ঃ
জীৱনৰ কোনোটো কালতেই
জাৰকালিৰ বৰষুণৰ
জহকালিৰ তুষাৰপাতৰ
বিচৰাটি নোপোৱাৰ
পায়ো হেৰুউৱাৰ
আচোৰ নপৰা স্থিতপ্ৰজ্ঞ মানুহৰ।

তেনে ছবি মই দেখিছোঁ। লগ পাইছোঁ তেনে অভিনেতা। চেনেহ-শ্ৰদ্ধা যাচিছোঁ মই তেনে মানুহক। তেনে মানুহ, তেনে অভিনেতা সৰ্বদা বৰ্তমান হৈ ৰ'ল। আৰু যিসকল আজিৰ দৃষ্টিত বৰ্তমান হৈ আছে সেইসকল, অভিনেতা চিনিব পৰা দৃষ্টিত, বৰ্তমান হৈও অতীতৰ লগত এক হোৱাৰ হ'ল যোগ্যজন। চিনাকি চিনাকি হৈ আহি চিনাকি চিনাকি হৈয়ে ৰ'ল।

এনে ছবিৰ জনকৰ সংখ্যা সৰহ নহয়। দুষ্প্ৰাপ্যও নহয়। চিহ্নযাত্ৰাৰপৰা কাৰেঙৰ লিগিৰীলৈ আছিল কেইগৰাকীমান। বিশেষ কেইগৰাকীমান আছিল ভ্ৰাম্যমাণৰ জন্মলগ্নৰপৰা বাটৰ নাটৰ ওপজা ক্ষণলৈ। নিৰ্দিষ্ট কেইগৰাকীমান আছে চিৰাজউদৌলা-শিখা-চকৰি-মগৰীবৰ আজানৰপৰা জটায়ু-কিয়লৈ।

এই নিৰ্দিষ্ট কেইগৰাকীমানৰ এগৰাকী দুহেজাৰ এক খৃষ্টাব্দৰ পাঁচ মাৰ্চত চাৰিকুৰি বছৰীয়া জীৱন-ভাওনা-মঞ্চত প্ৰবেশৰ বাজনাৰ তালে তালে ছন্দোময়ী গতিৰে প্ৰবেশ কৰা অথচ দুকুৰি বৰ্ষীয় প্ৰৌঢ়ত্বৰ যৌৱন-কুসুম বিকশিত কৰাৰ সমৰ্থবান অভিনেতা গিৰিশ চৌধুৰী। নাট্যকাৰ গিৰিশ চৌধুৰী। পৰিচালক গিৰিশ চৌধুৰী।

অভিনেতা গিৰিশ চৌধুৰীক মোক কোনোৱে চিনাই দিয়া নাছিল। মঞ্চত তেওঁৰ অভিনয় চোৱাৰ আগেয়েই গম পাইছিলো তেওঁ যে অভিনেতা। প্ৰথম দেখোঁতেই মানুহজন চিনাকি চিনাকি লাগিছিল। য'ৰপৰা আমি আহিছোঁ তাতেই যেন দেখিছিলোঁ। যিয়ে জীৱন নামৰ নাটকখন খণ্ড খণ্ডকৈ লিখি আছে, পৰিচালনা কৰি আছে আৰু অভিনয় কৰিবলৈ পৃথিৱী-মঞ্চলৈ পঠিয়াই আছে সেইজনাৰ চকা-মকা ৰূপৰ কণিকা দেখা যেন লাগিছিল। কোমলতাৰ প্ৰতি সুকোমল মনোভাৱ অটুট ৰাখি অতি প্ৰয়োজনত কঠোৰ হ'ব পৰা মানুহ যেন লাগিছিল। কাৰুণ্যত অবগাহন কৰি আনন্দ ৰসত নিমগন হৈ থকা স্থিতপ্ৰজ্ঞ পুৰুষ যেন লাগিছিল। তেতিয়াই জানিছিলোঁ তেওঁ পৰিচালক। তেওঁ নাট্যকাৰ। সৰ্বোপৰি অভিনেতা। মঞ্চত দেখি মোৰ প্ৰথম দৰ্শনৰ অনুভূতিৰ সত্যতাৰ প্ৰমাণপত্ৰ পাই আচৰিত হোৱা নাছিলোঁ। কাৰণ সেই সত্যৰ বিকল্প নাই।

আপোনাৰ আনন্দৰ বাবে অভিনয় কৰা অভিনেতা চৌধুৰীয়ে সময়ত অভিনয়েৰে আনকো আনন্দ প্ৰদানত ব্ৰতী হ'ল। অভিনয়ৰ জৰিয়তে নিজে আনন্দ লভি আনকো আনন্দ দান কৰা জীৱনৰ প্ৰবাহত বিবেকে যেন গানে গানে কাণে কাণে তেওঁক সকীয়াইছিলে যে আনন্দ আনক দিয়াৰ লগতে আনন্দ গ্ৰহণৰ সংস্কৃত মানসিকতাৰ অধিকাৰী হ'ব পৰাকৈ আনক অভিনয়ৰ মাধ্যমেৰে শিক্ষাদান কৰাও উচিত। অভিনেতা বিবেকৰ এই পৰামৰ্শ সাৰোগত কৰি অভিনেতা চৌধুৰীয়ে আনন্দ লাভ, আনন্দ দানৰ লগতে শিক্ষা দানকো অভিনয় জীৱনৰ মূলমন্ত্ৰৰূপে গ্ৰহণ কৰিলে। অনিল চৌধুৰীৰ ৰূপান্তৰ আৰু পৰিচালনাৰে অগ্নিমিত্ৰৰ *জটায়ু* নাটকৰ চিকিৎসকৰ চৰিত্ৰৰ সাৰ্থক অভিনয়েৰে পৱিত্ৰ চিকিৎসাবৃত্তিক কলুষিত কৰাৰপৰা বিৰত থাকিবলৈ বহুতো দৰ্শক-চিকিৎসকক উদ্বুদ্ধ কৰা কাৰ্যত অভিনেতা চৌধুৰীৰ এই গুণ প্ৰতিফলিত হয়। দৰ্শকৰ মন পৰিবৰ্তন কৰিব পৰা অভিনয়ৰ উদাহৰণ চৌধুৰীৰ অভিনয় জীৱনত বহুতো আছে। *প্ৰতিবাদ* আৰু *চিৰন্তন*

নাটকত খলনায়কৰ জীৱন্ত ভাও দি দৰ্শকবদ্বাৰা খলনায়ক তিৰস্কৃত হ'বলগীয়া পৰিস্থিতিৰ সৃষ্টি কৰাৰপৰা *চকৰি* নাটকত মদ্যপায়ী ভুবন কেৰেনীৰ হৃদিবিদাৰক পৰিণতিৰ ভাও দি তেনে নহওঁ বুলি বহুতো সুৰাপায়ী দৰ্শকৰ নীৰৱ প্ৰতিশ্ৰুতি আদায় কৰালে— আনন্দ লাভ, আনন্দ দান আৰু শিক্ষাদান তথা মানসিকতাৰ উত্তৰণত অভিনয়েৰে অৰিহণা আগ বঢ়োৱাৰ যুগমীয়া চানেকী গিৰিশ চৌধুৰী অভিনীত শতাধিক মঞ্চনাটৰ, কুৰিৰ অধিক চলচ্চিত্ৰৰ আৰু অৰ্ধ-সহস্ৰাধিক শ্ৰব্যনাটৰ চৰিত্ৰ ৰূপায়ণত বিদ্যমান। আনন্দ দিয়া-লোৱা জ্ঞানৰ পোহৰে মেলা নটসম্ৰাট গিৰিশ চৌধুৰীলৈ তেওঁৰ অশীতি জন্মদিনত *চৰৈবেতি সহস্ৰেক। চৰৈবেতি সহস্ৰেক।*



# মই গিৰিশদাক কি ধৰণে পাইছোঁ

শৈলেন মেধি

অগ্ৰজতুল্য গিৰিশ চৌধুৰীক সৰুৰেপৰাই পাই আহিছোঁ। গিৰিশদাক নিজৰ পৰিয়ালৰ এজন বুলিয়েই জ্ঞান কৰি আহিছোঁ। মোৰ তিনিজন মোমাইদেউক গিৰিশদাইঁতেও মামা বুলিছিল আৰু আমাৰ মাক মাহী বুলি সম্বোধন কৰিছিল।

স্কুলীয়া জীৱনত আমি বৰ উৎপতীয়া আছিলোঁ। বাটে-পথে গিৰিশদাক দেখিলে লুকাইছিলোঁ। সেই সময়ছোৱাত গিৰিশদাক নাটক-থিয়েটাৰ লৈ ব্যস্ত হৈ থকা দেখিছিলোঁ। তেতিয়াই দেখিছিলোঁ গিৰিশদাইঁতে *ভাস্কৰ নাট্য মন্দিৰলৈ* নাটক ৰিহাৰ্চেল কৰিবলৈ গৈছে আৰু আমি গৈছো মিটিঙৰ কাৰণে ফেষ্টুন আঁৰিবলৈ। কেবাদিনো গিৰিশদাইঁত ৰিহাৰ্চল কৰি ৰাতি বহু পৰত ফিৰি অহা দেখিছিলোঁ।

১৯৪৯ চনত দ্বিতীয় বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ হৈ থাকোঁতেই মই আত্মগোপন কৰিব লগাত পৰোঁ। মনে মনে আমাৰ নেতা মোহনলাল মুখাৰ্জীৰ ঘৰলৈ যাওঁ। মোহনলাল মুখাৰ্জীৰ দুয়ো গৰাকী ভনী অপৰাজিতা আৰু বৰুণা আমাৰ দলৰ সভ্যা আছিল। সেইখিনি সময়তো কেতিয়াবা কেতিয়াবা গিৰিশদাইঁতক লগ পাইছিলোঁ— আমাৰ প্ৰতি সহানুভূতি থকাই তেওঁ আমাক সহায় কৰাৰ কাৰণে চেষ্টা কৰিছিল।

গিৰিশদাৰ কথা লিখিবলৈ গৈ অনিলৰ কথা নিলিখিলে অন্যায় কৰা হ'ব। অনিল মোৰ ককাইদেউৰ বয়সৰ আছিল যদিও আমাৰ সম্বন্ধ বন্ধুৰ নিচিনা আছিল। গিৰিশদা আৰু আৰু অনিল দুয়ো ৰাম-লক্ষ্মণ যোৰ। গিৰিশদাৰ অভিনয় জীৱনৰ কৃতকাৰ্য্যতাত অনিলৰ অৱদান নুই কৰিব নোৱাৰি। নীৰৱ শিল্পী হিচাবে অনিলে ককায়েকক জনমানসত প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত যথেষ্ট ত্যাগ স্বীকাৰ কৰাৰ কথাটো গিৰিশদায়ো অস্বীকাৰ নকৰে। ইমান মৰম, ইমান শ্ৰদ্ধা, ইমান বুজাবুজি খুউব কম ভাই-ককাইৰ মাজত দেখিবলৈ পোৱা যায়।

গিৰিশদাক দেখিছোঁ নাট্যকাৰ হিচাবে, চলচ্চিত্ৰৰ পৰিচালক আৰু শিল্পী হিচাবে। আকৌ দেখিছোঁ ট্ৰেড ইউনিয়ন নেতা হিচাবে। অসম পৰিবহণ নিগমৰ কৰ্মীসভাত তেজস্বী বক্তৃতা দিয়াও দেখিছোঁ। গুৱাহাটী কো-অপাৰেটিভ আৰবান বেঙ্কৰ ডাইৰেক্টৰ হিচাবে গিৰিশদা আৰু মই বহু দিন আছিলোঁ। বেঙ্ক পৰিচালনাৰ ক্ষেত্ৰত আৰু সমবায় আন্দোলনত অংশ গ্ৰহণ কৰাৰ বাহিৰেও তেওঁক দেখিছোঁ প্ৰেছৰ মালিক হিচাবে। সৰু ছপাশালত প্ৰুফ চোৱাৰেপৰা আৰম্ভ কৰি নানা ধৰণৰ কাম সুচাৰুৰূপে চলাই নিয়াত গিৰিশদাৰ দক্ষতা শলাগিবলগীয়া।

দুৰ্গেশ্বৰ বৰঠাকুৰ, চৈত্যেন চৌধুৰী, সুবোধ গগৈ, মনোৰঞ্জন মেধি আদিৰ সৈতে আমি গুৱাহাটীত *নৱ নাট্য সঙ্ঘ* বুলি এটি নাট্যানুষ্ঠান গঢ়ি তোলোঁ। নাট্যকাৰ মাণিক দাস, তুলসী দাস, সৰ্বেশ্বৰ চক্ৰৱৰ্তী, সত্যপ্ৰসাদ বৰুৱা আৰু ভালেমান কলা-কুশলীৰ আশীৰ্বাদত *নৱ নাট্য সঙ্ঘই* লেখত ল'বলগীয়া নাট্য সঙ্ঘ হিচাবে প্ৰতিষ্ঠা লাভ কৰে। সেই সময়তেই দুৰ্গেশ্বৰ বৰঠাকুৰে তেওঁৰ প্ৰথম নাটক *চাকনৈয়া* (টেক্সি ড্ৰাইভাৰ) লিখি উলিয়ায় আৰু অতি সাফল্যৰে নাটকখন গুৱাহাটী *আৰ্য্য নাট্য প্ৰেক্ষাগৃহত* মঞ্চস্থ কৰে। গিৰিশদাইতে এই নাটকক ভূয়সী প্ৰশংসা কৰে।

১৯৫৩ চনত জেলৰপৰা ওলাই মই চিলঙৰ চেণ্ট এডমাণ্ড কলেজত আকৌ ১ ম বাৰ্ষিক শ্ৰেণীত নাম লগাওঁ। তাতেই লগ পাওঁ নেকিব আহমেদ, বিজয় শঙ্কৰ দাস, মৃণাল বৰুৱা, কৃষ্ণকমল ভূঞা, ৰবী দাস আৰু বহু জনক। কৃষ্ণমূৰ্তি হাজৰিকা আৰু ৰুদ্ৰ বৰুৱাৰ সংস্পৰ্শলৈ অহাৰ সুবিধা পাওঁ। অসমৰ বানপানী সাহায্যৰ্থে আমি মঞ্চস্থ কৰিবলৈ লওঁ প্ৰয়াত দুৰ্গেশ্বৰ বৰঠাকুৰৰ *চাকনৈয়া* নাটকখনি। নাটকখনৰ নিৰ্দেশনাৰ কাৰণে আমি গুৱাহাটীৰপৰা গিৰিশদাক আমন্ত্ৰণ কৰি নিওঁ আৰু তেওঁৰ নিৰ্দেশনাত চিলং ক্লাব হলত মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধি, গভৰ্ণৰ শ্ৰীপ্ৰকাশ আৰু বহুতো গণ্যমান্য দৰ্শকৰ সন্মুখত আমি *চাকনৈয়া* নাটক প্ৰৰ্শন কৰোঁ।

গিৰিশদাৰ কথা লিখিবলৈ গ'লে তেওঁৰ ভাগিন মাখন দেৱানৰ কথা উল্লেখ নকৰিলে লিখাটো আধৰুৱা হৈ ৰ'ব। মাখন মোৰ অন্তৰঙ্গ বন্ধু আছিল। মামাক দুজনৰ প্ৰতি মাখনৰ আছিল অগাধ শ্ৰদ্ধা আৰু

মৰম। মোৰ ঘৰত বহিয়েই মাখনে তেওঁৰ শেষ নাটক *ইমান কল্যাণৰ* প্লট ৰচনা কৰে। এজনী নাবালিকা নেপালী ছোৱালীৰ ওপৰত হত্যাৰ অপৰাধত আদালতত হোৱা বিচাৰৰ ভিত্তিত এই নাটক ৰচনা কৰা হৈছিল। ইয়াত আদালতৰ দুই উকিলৰ তৰ্কৰ মাজেৰে মানবীয় অনুভূতি ফুটাই তোলাৰ কাৰণে মাখনে যত্ন কৰিছিল। দুজন উকিলৰ ভাৱত মোক আৰু গিৰিশদাক লৈ নাটকখন মঞ্চস্থ কৰাৰ কাৰণেও মাখনে ঠিক কৰিছিল; কিন্তু অকালতে মাখনে আমাক সকলোকে এৰি গুচি গ'ল। কিছুদিন পাছতেই অনিলো গ'লগৈ। গিৰিশদাৰ মুখলৈ চাব নোৱাৰা হ'ল।

এজন বহল হৃদয়ৰ ধীৰ, সুস্থিৰ, মৰমীয়াল শিল্পীমন লৈ এতিয়াও কৰ্মথ হৈ থকা গিৰিশদাৰ দীঘলীয়া সুখী জীৱন কামনা কৰি ইয়াতেই সামৰিলো।



# শিল্পী-খনিকৰ গিৰিশ চৌধুৰী

**বিমল কুমাৰ হাজৰিকা**

আজি যিগৰাকী ব্যক্তিৰ বিষয়ে মই ক'ব বিচাৰিছোঁ তেওঁ গুৱাহাটীত পঞ্চাশৰ দশকৰপৰা আজিকোপতি সংস্কৃতিৰ যি চৰ্চা চলি আহিছে তাৰ এজন প্ৰচাৰবিমুখ অন্যতম প্ৰধান হোতা। সেইজন ব্যক্তিয়েই হ'ল আজীৱন নাটক আৰু অভিনয়ক লৈ ব্যস্ত থকা আৰু ব্যস্ত থাকিব খোজা আমাৰ সকলোৰে শ্ৰদ্ধাৰ শ্ৰীগিৰিশ চৌধুৰী। যিয়ে তেওঁৰ সান্নিধ্য লভিছে তেঁৱেই এইগৰাকী ব্যক্তিৰ শিল্পী-মনীষাৰ পৰিচয় লাভ কৰিছে। জ্যোতিপ্ৰসাদৰ 'শিল্পী' সম্পৰ্কে যি ধাৰণা সেয়া শ্ৰীগিৰিশ চৌধুৰীদাৰ ক্ষেত্ৰত ষোল্ল অনাই সঁচা।

অভিনয়, নাট্যচিন্তা আৰু নাট্যমঞ্চ সম্পৰ্কে শ্ৰীগিৰিশ চৌধুৰীৰ যি শ্ৰদ্ধা আৰু ভক্তি সেয়া সম্ভৱ কেৱল এজন সঁচা শিল্পীৰ ক্ষেত্ৰতহে। *গৰীয়সীত* এই বৰ্ষীয়ান অভিনেতাজনে এনেদৰে কৈছে ঃ *অভিনেতা, অভিনেত্ৰী, শিল্পীসকলে বিচাৰে এখন বেদী-- যি বেদী তেওঁলোকে যোড়শপচাৰে সজাই পূজা-অৰ্চনা কৰিব পাৰে। নাট্যমঞ্চও এখন বেদী-- যি বেদীত নাট্যাৰ্ঘ্য আগ বঢ়াই অভিনেতা-অভিনেত্ৰীয়ে নিজৰ জীৱন ধন্য কৰে।*

নাটক আৰু কথাছবিত অভিনয় কৰি ভালপোৱা, নাট্যচৰ্চাৰে অসমত নাট্য আন্দোলনৰ ধাৰাটো জীয়াই ৰাখিবলৈ আপ্ৰাণ চেষ্টা কৰা, অসমত মহিলা শিল্পীৰ-দ্বাৰা সহ-অভিনয়ৰ সূচনা কৰা গিৰিশদা এতিয়া নিজেই এক অনুষ্ঠানলৈ পৰিবৰ্তন হৈছে।

মই সাংস্কৃতিক সঞ্চালক থকা সময়ত গিৰিশদা আছিল *জ্যোতি চিত্ৰবনৰ* সভাপতি। *জ্যোতিচিত্ৰবনৰ* অৱৰোহন গিৰিশদাই স্তব্ধ কৰিলে নতুন নতুন আঁচনিৰ যোগেদি। গিৰিশদাৰ চিন্তা-চৰ্চাৰ ফলতেই তেওঁ এৰি আহিবলগীয়া হোৱাৰ পিছতো *জ্যোতি চিত্ৰবনে* হেৰুৱা ঐতিহ্য বহুখিনি ঘূৰাই পাইছে।

আজিৰ চামে আৰ্য্য নাট্য মঞ্চৰ কথা পাহৰিবলৈ উপক্ৰম কৰিছে। এই আৰ্য্য নাট্য মঞ্চতেই *গুৱাহাটী শিল্পী সংঘই* কেইবাখনো সফল নাট মঞ্চস্থ কৰাৰ উপৰিও সহ-অভিনয়ৰো সূচনা কৰে। অসমীয়া নাটক, নাট্যমঞ্চ, আৰু অভিনয়ৰ ইতিহাসত *গুৱাহাটী শিল্পী সংঘৰ* অবদানৰ কথা সোণালী আখৰেৰে লিখা থাকিব, সেয়া ধ্ৰুৱ সত্য।

কুমাৰপাৰাৰপৰা আহি উলুবাৰীত থিতাপি লোৱা গিৰিশ চৌধুৰীদাৰ ঘৰখনক *শিল্পীৰ ঘৰ* আখ্যা দিব পাৰি। ত্ৰিমূৰ্ত্তি, গিৰিশ-অনিল-মাখনৰ বাহিৰেও অসমৰ খ্যাতনামা শিল্পী, অভিনেতা, সাহিত্যিকে এই ঘৰখনক সৰব কৰি তুলিছিল। তিনিজনেই সুকীয়া ব্যক্তিত্বৰ অধিকাৰী হৈয়ো নাট্যচিন্তা, চিনেমা শিল্প আৰু অভিনয়ত সমানে ৰাপ থকাৰ কাৰণে গিৰিশ চৌধুৰী, অনিল চৌধুৰী আৰু মাখন দেৱান আছিল অভিন্নহৃদয়।

মাজতে গুৱাহাটীৰপৰা কিছুদিন আঁতৰি থাকিবলগীয়া হোৱাত গিৰিশ দাৰ ঘৰখনৰ স'তে মোৰ যোগসূত্ৰ হেৰাই গৈছিল।

গিৰিশদাৰ ঘৰলৈ আজিৰপৰা প্ৰায় এমাহমান আগতে সপত্নীক গৈছিলোঁ। সেই একেই ড্ৰইংৰুম, সেই একেই শান্ত সৌম্য ৰূপৰ এটি আসাম টাইপৰ ঘৰ। আমি বেছি সময় বহিব লগা নহ'লেই। গিৰিশদা সোমাই আহিল। প্ৰকাণ্ড একুৱাৰিয়ামটোৰ লাইটবোৰ জ্বলাই দিলে। ৰূপোৱালী, সোণোৱালী মাছবোৰ হঠাৎ যেন সচেতন হৈ উঠিল..... স্বভাৱসুলভ হাঁহিটোৰে আমাক সম্ভাষণ জনালে। চাই দেখিলোঁ মই আগতে দেখা গিৰিশদা-- গিৰিশ চৌধুৰী একেই আছে। সেই একেই সম্ভ্ৰান্ত ব্যক্তিত্ব, সেই একেই সপ্ৰতিভ মন আৰু চিন্তা। এনেদৰে ড্ৰইংৰুমত বহি থাকিলে গিৰিশদাৰ কাষতে বহিছিলহি প্ৰয়াত অনিল চৌধুৰী। বহিছিলহি শিল্পপ্ৰাণ মাখন দেৱান। আজি কিন্তু গিৰিশদা অকলে......

.....কথাবোৰ মই ক'বলগা বা সুধিব লগা নহ'ল। দাদাই গোটেই কথাখিনি ক'লে..... মাখন দেৱান আৰু অনিল চৌধুৰীৰ কথা। দাদাক মোৰ সেইখিনি সময়ত স্থিতপ্ৰজ্ঞৰ দৰে লাগিছিল। হৃদয় হয়তো বেদনাৰ উৰ্ম্মিমালাৰে থৌকি-বাথৌ কিন্তু বাহিৰত শান্ত সৌম্য ৰূপ।

হয়তো ধৰি লৈছিল বৈষ্ণৱ কবিৰ সেই কথাষাৰেই সত্য, 'মৰণৰে তুহু মম শ্যাম সমান।'

দাদাই অকল মাখন দেৱান আৰু অনিল চৌধুৰীৰ কথা কৈয়ে ক্ষান্ত থকা নাছিল। কৈছিল *জ্যোতি চিত্ৰবনৰ* কথা। *জ্যোতি চিত্ৰবনক* মৃতপ্ৰায় অৱস্থাৰপৰা স্বাবলম্বী হ'বলৈ প্ৰয়োজন হোৱা বিভিন্ন প্ৰচেষ্টাৰ কথা, সেই প্ৰচেষ্টাত সফলকাম হোৱাৰ কথা। ৰাজনীতিৰ পংকিল পথত খোজ দিবলৈ নোখোজা এইগৰাকী অজাতশত্ৰু শিল্পী সত্তাই য'তেই হাত দিছিল তাতেই লাগি ৰৈছিল আভিজাত্যৰ বোল। অভিনয়, নাট্যচৰ্চ্চা, চেলুলয়দৰ জগতত ব্যস্ত হৈ ৰোৱা ত্ৰিমূৰ্তিৰ বয়োজ্যেষ্ঠজনেই যে এটা সময়ত আৰ্য্য নাট্য মঞ্চত *গুৱাহাটী শিল্পী সংঘৰ* জৰিয়তে সহ-অভিনয়ৰ বাট কাটিছিল, অসমৰ প্ৰবীণ শিল্পীসকলৰ স'তে কুমাৰ ভাস্কৰ নাট্য মঞ্চত নাট মেলিছিল মোৰ সন্মুখত স্মিত হাঁহিৰে কথা পাতি থকা গিৰিশদাক দেখিলে তেনে ধৰণৰ তাৎক্ষণিক প্ৰতিক্ৰিয়া এটা হয়তো নহ'ব।

শিল্পী গিৰিশ চৌধুৰীৰ মাজত এজন সাহিত্যিক গিৰিশ চৌধুৰীও লুকাই আছে। লুকাই আছে এটা সংবেদনশীল মন অথচ ভাৰতীয় দৰ্শনৰ চূড়ান্ত নিৰ্মোহ, নৈৰ্ব্যক্তিক স্থিতি এটাও যেন তেওঁৰ গহীন গম্ভীৰ ব্যক্তিত্বত লক্ষ্য কৰা যায়। শিল্পপ্ৰাণ মাখন দেৱানৰ স্মৃতিত তেওঁ যেতিয়া লিখে, '*জীৱন-মৃত্যু সহজভাৱে ল'ব পাৰিলেই হয়তো মানুহ সুখী হ'ব পাৰে, আৰু সেই কাৰণেই বহু শাস্ত্ৰত, বহু গুণীজনে, বহু মনীষীয়ে লিখি থৈ গৈছে, কৈ গৈছে; কিন্তু সেয়াতো স্থিতপ্ৰজ্ঞৰ কথা। এই পাৰ্থিব জগতত স্থিতপ্ৰজ্ঞ বাৰু কেইজন হ'ব পাৰে..... প্ৰতি মুহূৰ্ততে অনুভৱ কৰিছোঁ অঙ্গচ্ছেদৰ বেদনা, হেৰুওৱাৰ বেদনা।*' অনিল চৌধুৰীৰ বিষয়ে লিখিছে এই দৰে-- '*মোৰ জীৱনৰ এই দীঘলীয়া বাটৰ পৰিক্ৰমাত বহু দুখ, বহু সুখ, বহু বেদনা দেখিলোঁ, শুনিলোঁ-- ময়ো দহজনৰ ক্ষেত্ৰত প্ৰবোধ দিবলৈ চেষ্টা কৰিলোঁ-- কিন্তু সেই যন্ত্ৰণাৰ দহনে যেতিয়া আহি মোৰ নিজৰ শৰীৰ স্পৰ্শ কৰিলেহি তেতিয়াই অনুভৱ কৰিছোঁ-- এই সকলো বেদনা যেন সহ্যৰ বাহিৰত, এই দহনৰ যন্ত্ৰণা যেন অভূতপূৰ্ব--*' লক্ষ্যদা ঢুকাওতেও দাদাই লিখিছে এইদৰে : '*লক্ষ্যদাৰ জন্মস্থানৰ নামটোও অৰ্থবহ! ৰং মহল! সেই ৰংমহলতেই সৃষ্টি হৈছিল ক'ত ৰঙৰ পোহৰ-- সেই ৰঙেই গোটেই জীৱনটো ৰঙচুৱা কৰি থৈ গ'ল-- ৰঙীন কৰিলে অসমৰ নাট্যপ্ৰেমী ৰাইজৰ মনবোৰো,*'-- গিৰিশদাই যদি সাহিত্যকেই সৃষ্টিৰ উন্মাদনাৰ এক উৎস কৰি ললেহেঁতেন তেতিয়া হয়তো এগৰাকী প্ৰাণবন্ত অভিনেতাৰ লগতে আমি

পালোহেঁতেন এজন বৰেণ্য সাহিত্যিক, শব্দৰ যাদুকৰী শক্তিৰে যিয়ে কম কথাতে এটা পৰিবেশ সৃষ্টি কৰি পঢ়ুৱৈৰ মন উদ্বেলিত কৰিব পাৰে।

যেতিয়া ঘৰলৈ উভটিছিলোঁ তেতিয়াও মোৰ মানস পটত জিলিকি আছিল ক্ৰমাৎ উঠা-নমা কৰি থকা একুৱেৰিমাৰ মাছবোৰ, দাদাৰ চোতালৰ বিচিত্ৰ প্ৰাণীজগৎ (দাদাৰ ল'ৰাটোৰ জন্তুৰ প্ৰতি বৰ মৰম)। উলুবাৰীৰ ঘনবসতি অঞ্চলৰ ভিতৰতো এক আশ্ৰমৰ পৰিবেশ দাদাৰ ঘৰখনত। দাদাৰ ঘৰখনৰপৰা আমি যেতিয়া উভটিছিলোঁ আমাৰ মনবোৰ ভৰি উঠিছিল এক প্ৰগাঢ় শ্ৰদ্ধাত— সেই শ্ৰদ্ধাৰ বলয়ত সোমাই আছিল দাদাৰ স'তে দাদাৰ ঘৰখনৰ আটাইকেইজন.....।



# স্বয়ংঋদ্ধ

ভূপেন শৰ্মা

কলমত হেমন্ত কালৰ কোনোবা এটা মায়াময় অপৰাহ্ন উজ্জলাই ৰখা তপন-নিসৃত হিৰণ্ময় আভা, কলমত পূৰ্ণিমাৰ ফেহু-বগা আলফুল জোনাক আৰু বৰষাৰ প্ৰথম জাক বৰষুণ, কলমত শতবৰ্ণ ফুলৰ সুঘ্ৰাণ আৰু হৃদয়ত অফুৰন্ত মঞ্জুল মঞ্জিষ্ঠা, চমক আৰু পুলক, অনন্য উপম এক শিহৰণ, আজি এই কলম চুই যক মন্মথৰ পুষ্পবাণে আৰু ৰুণু-জুনু মন্ত্ৰিত হওক নূপুৰ-নিক্কণ, অন্তৰীক্ষ হ'লে হওক এবাৰ অন্ততঃ *নটী বিনোদিনী*, কাৰণ আজি যে কলমত গিৰিশ চৌধুৰী। এয়া কি কোনো উদ্ভট আকাংক্ষা? কোনো আজগুবি মানস?

ওহোঁ, নহয়, নহয়েই, মনে মানি নলয় তেনেকৈ, এনেকৈও মনে ভবা নাই যে কেৱল নিৰ্বীৰ্য্য অতিৰঞ্জনৰ পৌৰোহিত্য কৰিবলৈ গাৰ বলেৰে আজুৰি হাজিৰ কৰোৱা হৈছে আহিবলৈ অনিচ্ছুক শব্দবোৰক। সততাৰো নিশ্চয় এটা ভাষ্য থাকিব, এতেকে সৰ্বাত্মক সৰলতাৰে বিবৰি কওঁ— এই শব্দমালাই আনকি দুঃস্বপ্নতো সিদ্ধ নকৰিব কোনো ব্যাজস্তুতি, আজি গিৰিশ চৌধুৰীৰ বাবেই নিবেদিত মোৰ এই কলম, আজি অনাবিল অনুভূতিৰে তেওঁৰ কথা কোৱাৰ বাবে ই অগ্ৰসৰ, তেৰ চৈধ্য বছৰ বয়সত ঘটা অভিনেতাৰ (আচলতে নেত্ৰীহে হ'ব, কাৰণ তেওঁৰ প্ৰথম অভিনয় আছিল নাৰীৰ, '৩৮ চনত সেইটোৱেই আছিল সমাজ-সিদ্ধ ৰীতি) আদৃত আত্মপ্ৰকাশৰ দিনৰেপৰা আজি তেওঁৰ আশী বছৰীয়া জন্ম দিৱসলৈকে তেওঁ সাধন কৰা ঋদ্ধি, তেওঁৰ শালপ্ৰাংশু নৈষ্ঠিক শিল্পীজীৱনৰ অনবচ্ছিন্ন সাৰস্বত সাধনাক মোৰ কলমে যথাসাধ্য যথাযথ চুব পাৰিব লাগিব, যদি পাৰে ধন্য হ'লো মই, যদিহে নোৱাৰে বাড়ৱাগ্নিৰ দৰে জ্বলি থাকক অনন্ত কাললৈ অত্যুৎসাহী বুলি নিন্দিত নিৰ্বাচিত শব্দবোৰ মোৰ অনিচ্ছাকৃত ব্যৰ্থতাৰ পৰিচয় হৈ। কালৰ গতি বৰ কুটিল, কোনে জানে— ভৱভূতিয়ে কোনোবা একালত গৌৰৱত আত্মশ্লাঘ্য হৈ কোৱাৰ দৰে, এই শব্দবোৰেও হয়তো বিচাৰি পাব তাৰ ঈপ্সিত বিজোগৰ আয়ত্তন। কোনোবা এদিন। ভূমাভাৱজ্ঞাপক গিৰিশ চৌধুৰী মহাশয়ঃ বৰেণ্যবৰাননৰূপেন জীৱতু, এনে আশাৰ বাবে এই শব্দবোৰেইতো মাৰ্মিক উদ্দীপনা।

গিৰিশ চৌধুৰী স্বয়ংঋদ্ধ। যিমান দূৰ জানোঁ-- তেওঁ নিজেই নিজক নির্মাণ কৰিছে। আজি আশীতম জন্মদিনৰ শুভানুধ্যায়ী আৰু অসংখ্য গুণমুগ্ধই পিন্ধোৱা বৈজয়ন্তীত তেওঁৰ নির্মাণ-বিভূতি ৰ'দত জিলিকা বালিচন্দাৰ দৰেই দীপ্যমান। কোনেও আৰু ক'ব নোৱাৰিব যে এয়া অতিশয়োক্তি। তেওঁৰ প্ৰাপ্য তেওঁক আমি দিবই লাগিব, কাৰণ অনেক তেজ-ঘাম একাকাৰ কৰি তেওঁ তাক অর্জন কৰিছে বহু বিফলতাৰ নীল গৰল হজম কৰি, অগণন নিন্দা-অপমান হেলাৰঙে মূৰ পাতি লৈ। তেওঁৰ সুখৰ দিবা-ৰাত্ৰি হয়তো অপৰিমেয়, কিন্তু দুখ-দুর্য্যোগৰ ঝঞ্ঝা-তাণ্ডৱত থৰহৰি কম্পমান সময়ো তেওঁৰ জীৱনলৈ কম অহা নাই। সান্ত্বনাৰ থলী সেই এধানিমান, তেওঁ দুঃখেষু অনুদ্বিগ্নমনাঃ সুখেষু বিগতস্পৃহঃ; অথচ কিমান মহামূল্যবান এই ৰত্নস্থল! এই এধানি ঠাইত চৰণচিহ্ন ৰাখিব পৰাটোও যে চাবলৈ গ'লে জন্ম-জন্মান্তৰৰ সাধনা। কিমানৰেই বা হয় সেই বিৰল ·সৌভাগ্য? গিৰিশ চৌধুৰী কিন্তু সেই বিৰল সৌভাগ্যবানসকলৰেই এজন, তেওঁ এই জগৎ সংসাৰৰ আত্মলীন সত্ত্বা সমকালৰ দৃষ্টিৰে বোধনন্দন অনুষংগেৰে আয়ত্ত কৰাৰ সামর্থ্য আৰ্জিছে, শিল্পী হিচাপে যেনেকৈ মানুহ হিচাপেও তেনেকৈ, আত্মপ্ৰতাৰণাৰ বিন্দু-বিসর্গৰো প্ৰৱেশ ঘটা নাই তেওঁৰ জীৱনৰ চৌহদত, সকলোকে অবলোকন কৰিছে 'মিত্ৰস্য চক্ষুষা' আৰু গ্ৰহণ কৰাতকৈ বিলাই দিছে বেছিকৈ সেই তুচ্ছ পার্থিব সম্পদবোৰ যিবোৰে জীৱনক প্ৰতিনিয়ত কেবল স্থূল আৰু মেদজর্জৰ কৰে বুলি তেওঁৰ অকুণ্ঠিত ভয় আছে। এই প্ৰসংগৰ অৱতাৰণা পিছত কৰা হ'ব।

কাৰোবাৰ কিবা উভহা থাকিলে থাকিব পাৰে, তথাপি কিঞ্চিৎ প্ৰশস্তিমন্যতাৰেই ক'বলৈ মন গৈছে যে *নটসম্ৰাট শ্ৰীগিৰিশ চৌধুৰী সম্বৰ্ধনা সমিতিয়ে* সময় থাকোঁতেই যে সম্যক দূৰদৃষ্টি আৰু গভীৰ আন্তৰিক শ্ৰদ্ধা তথা জাতীয় কলাত্মক এষণাৰ মণি-কাঞ্চন সংযোগ ঘটাই প্ৰজাঘৰীয়া অনুষ্ঠান এটাৰ আয়োজন কৰি মহাবোধিৰূপ গিৰিশ চৌধুৰীক কেবল পুষ্পমাল্য আৰু বাক্‌বচনেৰেই সম্বৰ্ধনা জনোৱাতে ক্ষান্ত নাথাকি তেওঁৰ তপ-জপ-ধ্যানস্বৰূপ গতিশীল নাট-সাধনাৰে কৃতি-নিষিক্ত হোৱা বাচকবনীয়া জীৱনৰ সৃষ্টিগত বৈচিত্ৰ্যৰ ৰেহৰূপ মন্থন কৰা অভিনন্দন গ্ৰন্থ এখনো যে আমাক দিবলৈ ওলাইছে, ই কেবল এক সম্যক বৃহৎ চিন্তনেই নহয়, এক পৰিশীলিত জাতীয় দায়িত্বও, এতেকে সমিতি সর্বাংশে সার্বিক সাধুবাদ পোৱাৰ যোগ্য। বিস্মৃতি আৰু মতিভ্ৰম অসমীয়া মানুহৰ বৰ কম নহয়, উত্তৰ পুৰুষৰ বাবে গিৰিশ চৌধুৰীৰ সাধনা আৰু কৃতিৰ নির্ভৰযোগ্য তথ্যসমৃদ্ধ সংকলন, অতএব, এক

স্বৰ্ণ-গংগাৰ সম্পত্তি হৈ ৰ'ব— কালে জধলা আঁচোৰ পেলাব নোৱৰাকৈ, কুজ্ঝটিকা বিদাৰি ইয়াৰ বুকুতে ঘটি থাকিব স্মৃতিপাঠৰ মসৃণ অৰুণোদয়।

প্ৰায় নাটসৰ্বস্ব জীৱন, চৌখিন নাট্যকৰ্মেৰে ভৰপূৰ ছয়টা দশক, সেই কুঁহিপাত কুমলীয়া চৈধ্য বছৰৰপৰা পৰিণত-পৰ্ব এই আশী বছৰলৈকে নাটক-বোলছবি-অভিনয়ৰ আঙিনাই আঙিনাই অবিৰত পথ পৰিক্ৰমা, সকলো জাড্য সকলো ধূসৰতা সকলো মালিন্য অতিক্ৰমি অব্ৰাত্য মাৰ্গদৰ্শী এজন সাধক-- যেন ঋষি আয়োদধৌম্য, এনে এক বৰ্ণাঢ্য জীৱনৰ চৌগা-চাপকনৰ আঁৰত এমুহূৰ্তৰ বাবেও যশঃপ্ৰাৰ্থী হ'বলৈ নিবিচৰা মানুহগৰাকীৰ সৰলতা, অনাড়ম্বৰ চৰ্য্যা আৰু চাৰু স্নিগ্ধ ব্যক্তিত্ব সঁচাকৈয়ে, আৰু কৈছোঁ সঁচাকৈয়ে তেওঁৰ মহত্বৰ ঈৰ্ষণীয় সমল। আক্ষেপ হয়— আমি তেওঁক যথাবিহিত সন্মান দিব নোৱাৰিলোঁৱেই নেকি। তেওঁ অসমত নুপজি পশ্চিম বংগ বা গুজৰাটত ওপজা হ'লে আৰু *চকৰি* বসন্ত কেৰাণী বা *ছাজাহান* নাটকৰ ছাজাহানৰ চৰিত্ৰাভিনয় সেই সেই ৰাজ্যৰ মঞ্চসমূহত তাৰ ৰাজ্যিক ভাষাৰ সংলাপেৰে তেওঁ যদি কৰিলেহেঁতেন, গিৰিশ চৌধুৰীক সাদৰে প্ৰাতঃস্মৰণীয় কৰিবলৈ জনতাই, কি ঠিক, বীৰপূজাৰে আয়োজন কৰিলেহেঁতেন, মোৰ এগৰাকী নাট্যপ্ৰেমী বন্ধুৰ এনে আবেগ-উচ্ছ্বসিত উক্তি যদিও এটা সৰল সমীকৰণ নহয়, তথাপি সি যেন অবাধ অতিৰঞ্জনো নহয়। তেওঁৰ যৌৱনত ৰবীন্দ্ৰনাথ আছিল ৰণিত সৰোদৰ মিত মিড়— চিৰন্তন কবিতাবোৰৰ বাবে, *'শেষেৰ কবিতা', 'গোড়া'* আৰু *'ঘৰে-বাইৰে'*ৰ বাবেও, নাটকৰ বাবে আদৰ্শ পুৰুষ আছিল ডি. এল. ৰায়, বিধায়ক ভট্টাচাৰ্য আদি আৰু অভিনয়ৰ পথপ্ৰদৰ্শনা লাভ কৰিছিল প্ৰমথেশ চন্দ্ৰ বৰুৱা, ছবি বিশ্বাস, অহীন্দ্ৰ চৌধুৰী আদিৰ দৰে লব্ধপ্ৰতিষ্ঠ ক্ষণজন্মা অভিনেতাসকলৰপৰা। এটা সাক্ষাৎকাৰত তেওঁ এই কথা ব্যক্ত কৰিছে। এনে ধ্যান-ধাৰণাৰ ছোঁ-ঘৰত ভুমুকিয়ালেহে আচল গিৰিশ চৌধুৰীক আৱিষ্কাৰ কৰিব পৰাটো সম্ভৱপৰ হ'ব। ভাৰতৰ স্বাধীনতাৰ আগে-পিছে দেশৰ প্ৰায় সৰ্বত্ৰ যি সাম্ৰাজ্যবাদবিৰোধী, প্ৰতি-ঔপনিবেশিক জাতীয়তাবাদ গঢ় লৈ উঠিছিল, তাৰ প্ৰতি অনুৰাগৰহিত হোৱাটো গিৰিশ চৌধুৰীৰ বাবে সম্ভৱপৰ নাছিল, আনহাতে ইতিহাসৰ শিক্ষাকো ৰাজনৈতিক আৰু নৈতিক জীৱনৰ মূলধন হিচাপে গণ্য কৰাৰ প্ৰৱণতা এটা তেওঁলোকে সমান্তৰালভাৱে অৰ্জন কৰিছিল। এই কথাও প্ৰণিধানযোগ্য যে সেই সময়ৰ শিল্প-সাহিত্যত (আনকি নাটকতো) বৰ পীৰা লাভ কৰা ৰোমাণ্টিক স্বপ্নময়তাও আছিল নৱ-বীক্ষণৰ আৰ্হি। কেবাখন দুৱাৰ খোলা আছিল, সোঁ-সোঁৱাই সোমাই আহিছিল বাহিৰৰ

বতাহ। আজিৰ নটসম্ৰাট গিৰিশ চৌধুৰীৰ নিৰ্মাণত তদানীন্তন এই উপাদানসমূহৰ কায়িক আৰু মানসিক দুয়োটা প্ৰভাৱেই আছে। পৰিবৰ্তিত পৰিস্থিতিত আদৰ্শাত্মক মোহভংগ আৰু মূল্যবোধৰ দ্ৰুত পতনে গিৰিশ চৌধুৰীৰ অভিনেতাৰ জীৱনটোক সম্পূৰ্ণকৈ নহ'লেও বাৰুকৈয়ে পতিয়ন নিয়ালে যে তেওঁৰ পথ হ'ব বাস্তৱবাদী, ভোগবিমুখ, উদাৰ, নীতিসৰ্বস্ব, কপট ছলনাৰ ব্যত্যস্ত; সৌভাগ্যৰ কথা আজিও তেওঁ এই পথতে আছে। তেওঁৰ অভিনয়ো এনে অনুভৱে জন্ম দিয়া অন্তহীন জিজ্ঞাসাৰ পৰিধিৰে আবৰ্তিত। পতনুৱা জীৱনবোধৰ প্ৰতি গভীৰ নিৰাসক্তি ৰাখি তেওঁ কেইবা শ অনাতাঁৰ নাটৰ সংলাপ আওৰাইছে, বচন মাতিছে অসংখ্য চৌখিন মঞ্চ-নাটত, প্ৰাণ ঢালি চৰিত্ৰৰ বাস্তৱানুগ অভিনয়ত মনোনিৱেশ কৰিছে। মই *চকৰি*ত তেওঁ ৰূপায়িত কৰা বসন্ত কেৰাণীৰ অভিনয় চাইছোঁ। তেওঁৰ তেনে অভিনয়ৰ সৌকৰ্য্য আৰু বীৰ্যোষ্ণ গৰিমা প্ৰকাশ কৰিবলৈ মোৰ শব্দৰে অভাৱ। নাট্যকাৰ হিচাপেও তেওঁ পিছৰ শাৰীৰ ছাত্ৰ নহয়, তেওঁৰ ভাষাত বিনয় ঃ *'মই ডাঙৰ নাট্যকাৰ নহওঁ দেই। মই দৰাচলতে অভিনেতাহে।'* নাটক ৰচনাতো তেওঁৰ অৰিহণা সামান্য নহয়। *মিনা বজাৰ, আলেকজেণ্ডাৰ পুৰু, অন্তিম কালত ছাজাহান, পলাশী, ফুটবলৰ শৰশয্যা, বচ* আদি নাটকবোৰত গিৰিশ চৌধুৰী এহাতে ছিৰিয়াছ, আনহাতে কমিক। ১৯৪০ চনত *'গুলেনাৰ'*নাটকৰ *'চেলিম'*ৰ চৰিত্ৰত অভিনয়েৰে ৰাজহুৱা মঞ্চত পোনপ্ৰথম বাৰৰ বাবে ভুমুকি মাৰি টৌ তোলা গিৰিশ চৌধুৰীৰ সাতাইশ বছৰীয়া যৌৱন-বসন্ত-মালঞ্চত *'ছাজাহানে'* আনে ৰক্তৰাগ, চনটো ১৯৪৯, মাহটো অক্টোবৰ, ৰাজহুৱা মঞ্চত সহ-অভিনয়ৰ এটি মুখৰিত অবিস্মৰণীয় সন্ধ্যা। ১৯৫০ চনত *'প্ৰতিবাদ'*ত অভিনয়, পাঁচ আগষ্টত, সহোদৰ ভাতৃ অনিল চৌধুৰীৰ নাটক, দুই ভাতৃ সুখে-দুখে-সমভাগে। ইয়াতো সহ-অভিনয়, সেই কালৰ নিৰিখত বিৰল ব্যতিক্ৰম। তাৰ পিছত *'চিৰন্তন'*। পিছত নাটক আৰু নাটক, আনকি বোলছবিও ঃ *মাটিৰ স্বৰ্গ, মানসী.....*। সৰস্বতী অভ্ৰান্ত দাত্ৰী, লক্ষ্মী আই ব-ছেৰা বাটত। বৰ আশা কৰিছিল— চেলুলয়ডলৈ নিব প্ৰবীণ ফুকনৰ *'চকৰি'*, চলিছিল প্ৰস্তুতিও; আশা কিন্তু পূৰণ নহ'ল, আশা বুকুত বান্ধি থাকোঁতেই স্বপ্নৰ ৰূপকাৰ সহোদৰ অনিল চৌধুৰীও সৌ সিদিনা অনন্ত ধামলৈ গুচি গ'ল।

নাটক লিখা, অভিনয় কৰা, বোলছবিত ভাও দিয়া অসংখ্য গুণী ব্যক্তি আমাৰ ৰাজ্যত আছিল, এতিয়াও আছে, এই সকলৰ মাজত গিৰিশ চৌধুৰী কি অৰ্থত এক ব্যতিক্ৰম, তেওঁৰ প্ৰকৃত মূল্যায়ন কেনেকৈ কৰা উচিৎ? তাৰ

আগতে প্ৰস্তাৱ এটা গিৰিশ চৌধুৰীলৈ ঠেলি দিওঁ, কাৰণ তাৰ ৰূপায়ণৰ বাবে তেওঁৰ হাতত এতিয়াও সময় আছে। তেওঁ আত্মজীৱনীখন লিখি শেষ কৰক। ইয়াত বিশেষভাৱে থাকক সেইবোৰ কথা— যিবোৰ পঢ়ি অমি জানিব পাৰিম চৌখিন নাট্যকৰ্মত সমৰ্পিতচিত্ত এগৰাকী অদ্বিতীয় মহৎ শিল্পীৰ অবিৰত এষণা আৰু প্ৰভাৱী উত্তৰণৰ ছোঁ-ঘৰত সময়-মানুহ--অনুভৱৰ জাগতিক সত্যৰ মঞ্জিষ্ঠা কেনে আছিল। আমাৰ সৰল বিশ্বাস এনে ধৰণৰ— তেওঁ নিজে নিজক গঢ়া নিৰ্বিৰোধী মানুহ, অভিনয়ৰ কোনো প্ৰাতিষ্ঠানিক শিক্ষাৰ খড়ি-মাটি তেওঁৰ হাতত তুলি দিয়াও হোৱা নাছিল, তেওঁৰ নাট-অভিনয়ৰ সৰহভাগ কাল ব্যয় হৈছিল সামাজিক অনুশাসন আৰু সংস্কাৰৰ অচলায়তন ভঙাৰ বাবে গাইগুটীয়া আৰু সামূহিক বিপ্লৱ কৰোঁতেই, তথাপি বৃত্ত ভাঙি তেওঁ আগ বাঢ়িছিল অনন্য শিল্প-মানসৰ পৰাকাষ্ঠাকে সাৰথি কৰি, নিজৰ বাবে একো নিবিচাৰি কেৱল সততাৰ খামোচটোকে পৰম প্ৰেয় বুলি ভাবি, তেওঁ ঋদ্ধ হৈছে নিজকে ভাঙি-পিটি গঢ়ি, এই ঋদ্ধিয়েই তেওঁৰ মূল্যায়নৰ শুদ্ধতম মানদণ্ড নহয় নে? তেওঁ কেনে মানুহ, কেনে শিল্পী? তেওঁ সেইগৰাকী মানুহ যিয়ে সতোদায় নিৰ্মাণৰ স্বপ্ন দেখি আহিছে, অথচ তাৰ বাবে কেতিয়াও আপোচ কৰা নাই কোনো অশুভ শক্তিৰ স'তে। এটা উদাহৰণেই যথেষ্ট। *জ্যোতি চিত্ৰবনৰ* গুৰু-দায়িত্ব তেওঁ কান্ধ পাতি লৈছিল তেতিয়াৰ চৰকাৰৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি। পিছৰ চৰকাৰে তেওঁক নিৰ্জ্ঞেয় কাৰণত লঘু পৰিহাস (?) কৰি অব্যাহতি দিলে এই দায়িত্বৰপৰা, কলংকৰ চেকা লেপি দিবলৈও ষড়যন্ত্ৰ কম কৰা হোৱা নাছিল। পাৰ্থিৱ-প্ৰাপ্তিক কোনো দিনে মোক্ষৰ গঙ্গা বুলি নভবা ঋষি গিৰিশ চৌধুৰী অবিচল। নাই, তেওঁৰ কোনো অভিযোগ নাই। তেওঁ স্থিতপ্ৰজ্ঞ। জুইত পোৰা সোণৰ দৰে তেওঁ অধিক উজলি থাকিল।

অলপ একান্ত ব্যক্তিগত কথা কৈ সামৰণি মাৰোঁ। গিৰিশ চৌধুৰীৰ মোৰ প্ৰতি থকা চেনেহ, শুভেচ্ছা, তেওঁৰ সান্নিধ্যৰ সুৰধুনী-উদকত পবিত্ৰ অৱগাহন কৰাৰ সৌভাগ্যলাভ মোৰ বাবে শত তীৰ্থৰ প্ৰসাদ। শিল্পী শতায়ু হওক, তেওঁ শত শৰৎ অবলোকন কৰক। তেওঁৰ আশী বছৰীয়া জন্মদিনত মন-সুমনেৰে গাঁথি গ্ৰীবাত পিন্ধাই দিলোঁ শ্ৰদ্ধাৰ এই হেমহাৰ। সি উজলি থাকক চিৰদিন, চিৰকাল, অক্ষয় অব্যয় হৈ।



# ওচৰৰপৰা গিৰিশদা

অমূল্য কাকতী

*মঞ্চ-অনাতাঁৰ-চলচ্চিত্ৰ-দূৰদৰ্শন, এই আটাইকেইটি মাধ্যমতে অভিনয় কৰিবলৈ সুবিধা পাইছোঁ। অভিনয়ৰ প্ৰতি আন্তৰিকতা আৰু দক্ষতা থাকিলে-- সকলো অভিনেতা-অভিনেত্ৰীয়ে আটাইকেইটা মাধ্যমতে ভাল ধৰণে অভিনয় কৰিব পাৰে আৰু আনন্দ লভে। এই আটাইকেইটা মাধ্যমৰ ভিতৰত মই কিন্তু মঞ্চ অভিনয়কেই আটাইতকৈ ভাল পাওঁ-- বিমল আনন্দ লভোঁ। মঞ্চৰ বেদীখনহে যেন মোৰ আপোন ঘৰৰ মজিয়াখন, য'ত মই মোৰ ধৰণেৰে সহজ অভিনয় কৰাৰ সুবিধা লভোঁ। তেৰ-চৈধ্য বছৰ বয়সৰপৰাই মঞ্চত অভিনয় কৰিছোঁ-- হয়তো সেইবাবেই জীৱনৰ এই সন্ধিয়া পৰলৈকে যিমান বাৰেই মঞ্চত উঠিছোঁ; মই অনুভৱ কৰোঁ, মঞ্চত উঠাৰ লগে লগে মোৰ ষষ্ঠ ইন্দ্ৰিয়ই যেন সাৰ পাই উঠে। চৰিত্ৰৰ সৈতে একাত্ম হৈ অভিনয় কৰি যাওঁতে সেয়ে দৰ্শকৰ মনৰ কথা যেন বুজি পাওঁ, শুনিবলৈ পাওঁ। --সেয়ে মঞ্চই মোৰ অভিনয় পূজাৰ বেদী, সাধনাৰ তীৰ্থ।'*

মাত্ৰ তেৰ বছৰ বয়সতে অভিনয় জীৱন আৰম্ভ কৰা গিৰিশদাই কিছুদিন পিছতে আশীৰ দেওনা গৰকিব। ভাবিলে আচৰিত লাগে, সময়বোৰ যে কেনেকৈ পাৰ হৈ যায়! সৌ সিদিনা যেন লাগে-- আমাৰ ঘৰৰ ওচৰত চুটিং হোৱা ছবি এখনৰ ল'কেচনত দেখা চৌখিন, পৰিপাটি মানুহ এজন, যাক ওচৰ চাপি চাইছিলোঁ। কেইটামান মাহৰ পাছত সেই ছবিখনৰ পোষ্টাৰত পাইপ হুপি থকা এক অভিজাত অভিব্যক্তিৰে সেই মানুহজনৰ এটা ক্লজ-আপ-এ মোক আকৰ্ষণ কৰিছিল। মা-দেউতাৰ সৈতে ঘৰৰ আটায়ে গৈ ছবিখনো চাইছিলোঁ। এটা সময়ত ছবিখন উঠি যোৱাৰ পাছতো স্কুললৈ যোৱা দীঘলীয়া বাটছোৱাত অ'ত ত'ত লাগি থকা পোষ্টাৰবোৰ উৰ্বলি নোযোৱালৈকে বৰ আগ্ৰহেৰে ওৰেটো বাট চাই গৈছিলোঁ। এদিন পোষ্টাৰবোৰ নাইকিয়া হৈ গ'ল। কিয় নাজানোঁ, পোষ্টাৰৰ সেই পাইপ হুপি থকা অভিজাত অভিব্যক্তিৰ মানুহজন মনৰ ফ্ৰেমত বিগ ক্লজ-আপ-ত ৰৈ গ'ল।

কম দিনৰ ব্যৱধানতে কোনো এঠাইত মানুহজনক নিচেই কাষৰপৰাই দেখি উৎসাহৰ আতিশয্যত দেউতাক টান মাৰি 'সৌৱা' বুলি ক'বলৈ লওঁতেই স্বয়ং মানুহজনেই আমাৰ ফালে আগ বাঢ়ি আহি দেউতাৰ সৈতে খুউব ঘনিষ্ঠভাৱে কথা পাতি মোকো গায়ে-মুখে হাত ফুৰাই এফালে আঁতৰি গ'লত মই হতভম্ব হৈ চাই ৰ'লোঁ। তেতিয়া দেউতাই কৈছিল : *চিনি পাইছ? সেয়া গিৰিশ চৌধুৰী। ভাল এক্টৰ। কলেজত একেলগে পঢ়িছিলোঁ।*

*মাটিৰ স্বৰ্গ* ছবিখনৰ পোষ্টাৰৰ সেই মানুহজনৰ নামটো মনত ৰৈ গ'ল।

স্কুলৰ ওপৰ শ্ৰেণী পাওঁতে যেতিয়া ৰেডিঅ'ৰ লগত ঘনিষ্ঠ সম্পৰ্ক এটা গঢ় লৈ উঠিল, এজন শ্ৰোতা হিচাপে-- নাটকৰ শ্ৰোতা হিচাপে- তেতিয়াই এই চিনাকি মানুহজনৰ কণ্ঠটোৰ সৈতেও ভালকৈ সম্বন্ধ হৈছিল। বহু কেইখন সফল অনাতাঁৰ নাটৰ সফলতাৰ আঁৰৰ অভিনেতাসকলৰ অন্যতম গিৰিশদাৰ মাতটোৰেই মানুহজনক চিনি পোৱা হৈছিলোঁ; আৰু এজন শক্তিশালী অনাতাঁৰ অভিনেতাৰূপে তেওঁ মোৰ মনত নিগাজী আসন লৈছিল। তাৰ পাছত, মঞ্চত *চকৰি, ছাহজাহান, বিৱৰ্তন* আদি নাটকত গিৰিশদাক দূৰৰপৰা দেখিছিলোঁ। ওচৰ চপাৰ সুবিধা বিচাৰি আৰু কেইটামান বছৰ ৰ'ব লগা হ'ল।

১৯৭৮ চন। উলুবাৰীৰ শিৱমন্দিৰৰ দুৰ্গাপূজাত *মঞ্চজ্যোতিয়ে* নাটক কৰিব *ৰক্ষকুমাৰ*। বিৰাট আয়োজন। আমিসৱক অভিনয়ৰ বাবে নিৰ্বাচিত কৰা হ'ল। সঙ্গীতৰ দায়িত্ব খগেন মহন্তক দি পৰিচালনাৰেপৰা প্ৰম্পটাৰলৈকে সমুদায় দায়িত্ব ল'লে এইজনা গিৰিশদাই। লগত সহযোগীৰূপে থাকিল সদায় ছাঁৰ দৰে থকা ভায়েক অনিল চৌধুৰী আৰু ভাগিন মাখন দেৱান। সেই যে ওচৰ চাপিলোঁ, তাৰ পাছতে প্ৰফুল্ল শৰ্মা, প্ৰকাশ বৰ্মন, ভাইজান আদিৰ লগত মিলি অনিল চৌধুৰীয়ে অনুবাদ আৰু পৰিচালনা কৰা অগ্নিমিত্ৰৰ *জটায়ু* নাট *কিংশুক* গোষ্ঠীৰ প্ৰযোজনাত তেতিয়াৰ বিখ্যাত চলচ্চিত্ৰ তাৰকা বিজু ফুকন, জৰ্জ বেকাৰ, দিনেশ দাস আদিৰ সৈতে পাঁচ নিশা মঞ্চস্থ কৰি সম্বন্ধটো স্থায়ী কৰি পেলালোঁ। সেয়ে হয়তো *ৰজনীগন্ধা* ছবিৰে অসমীয়া চলচ্চিত্ৰ জগতত প্ৰৱেশ কৰা মই গিৰিশদাই গুৰি ধৰা 'বন্ধু' পৰিচালিত, কলিকতাত শুটিং হোৱা, অসমীয়া

আৰু উড়িয়া ভাষাত নিৰ্মাণ কৰা ৰঙীন ছবি *মেঘমুক্তিৰ* এটি অন্যতম মুখ্য চৰিত্ৰত অভিনয় কৰাৰ সুযোগ পালোঁ। কলিকতাত চুটিং কৰিবলৈ গৈ গিৰিশদাৰ সৈতে এমাহৰো অধিক কাল একেটা কোঠালীতে থকাৰ সৌভাগ্য হৈছিল। সেই সময়ছোৱাতে অভিনেতা গিৰিশদাক এজন অভিভাৱকৰ ৰূপত আৰু ওচৰৰপৰা পাইছিলোঁ আৰু মানুহজনৰ নিয়মানুবৰ্তিতা, শৃংখলাপৰায়ণতা, দায়িত্ববোধ আদি বিশিষ্ট গুণৰ সমাহাৰত উদ্ভাসিত হোৱা বিশাল ব্যক্তিত্বই মোক বান্ধি পেলালে। গিৰিশদাৰ লগত কলিকতাত কটোৱা সেই দিনকেইটাতে দেখিছিলোঁ কলিকতাৰ প্ৰায়বোৰ শিল্পী, কলাকুশলীৰ লগতে গিৰিশদাৰ চিনাকি। চিনাকিয়েই নহয়, অন্তৰঙ্গ সম্বন্ধ। কেমেৰামেন বিমল মুখাৰ্জী, সুবোধ বেনাৰ্জী, চলচ্চিত্ৰকাৰ তপন সিন্‌হা, বিনু বৰ্দ্ধন, অজয় কৰ, সলিল সেন, অভিনেতা ভানু বেনাৰ্জী, নৃপতি চেটাৰ্জী, জহৰ ৰয়, পাহাৰী সান্যাল, পদ্মা দেৱী, অনিল চেটাৰ্জী প্ৰভৃতিৰ লগত গিৰিশদাৰ নিবিড় সম্পৰ্ক মই দেখিছিলোঁ। গিৰিশদাৰ সৈতে নাটক চাবলৈ গৈ *বিশ্বৰূপা, ষ্টাৰ, ৰংমহল* আদি মঞ্চত গ্ৰীণৰুমত সোমোৱাৰো সৌভাগ্য হৈছিল। তাতো দেখিছিলোঁ, বিধায়ক ভট্টাচাৰ্য, তৃপ্তি মিত্ৰ-- শম্ভু মিত্ৰৰ দৰে মঞ্চ-ব্যক্তিত্বৰ সৈতে গিৰিশদাৰ আন্তৰিক আলাপ, মধুৰ সম্পৰ্ক। অসমতেই বেছিভাগ সময় কটোৱা গিৰিশদাই বঙ্গৰ এইসকল স্বনামধন্য ব্যক্তিৰ সৈতে কেনেদৰে নো এনে ঘনিষ্ঠতা ৰক্ষা কৰিছিল, ভাবি মই আচৰিত হৈছিলোঁ। আচলতে বোধহয়, কাষ চাপিব জানিলে-- কাষ চপায়ো লয়।

তাৰ পাছত, গিৰিশদাইঁতৰ ঘৰৰ সুখ-দুখৰ মোকো ভাগ দিয়া হ'ল। মই ইতিমধ্যে নাটক-চলচ্চিত্ৰত অন্যান্য বিভিন্নজনৰ সৈতেও কাম কৰিবলৈ ল'লোঁ। সকলো কামতে গিৰিশদাই সদায় শুভাকাংক্ষীৰ দৰে মোক দিহা-পৰামৰ্শ দি আগবাঢ়ি যোৱাত প্ৰেৰণা দি গ'ল। ঘৰখনে মোক আদৰি লোৱা বাবে এগৰাকী গৃহস্থ হিচাপেও গিৰিশদাক জনাৰ সুবিধা হ'ল। দেউতাক অসুস্থ হৈ পৰাত বাইশ বছৰ বয়সৰপৰাই গিৰিশদাই ঘৰখনৰ পৰিয়ালটিৰ দায়িত্ব গ্ৰহণ কৰিবলৈ বাধ্য হৈছিল। সেই সময়ত কোনো এক অন্তৰঙ্গ মুহূৰ্তত গিৰিশদাই কৈছিল ঃ *কি কৰা নাই হে জীৱনত? মোৰ জীৱন কণ্টকাকীৰ্ণ। ঘৰখন চলাবলৈ অটব্য জংঘলতৈ গৈ ঠিকাৰ কাম কৰিছিলোঁ, বেংকৰ মেনেজাৰীও কৰিছিলোঁ। আৰু কত কি*

*চাকৰি নকৰিলোঁ। নাটক কৰাৰ সুবিধা সমান্তৰালভাৱে ল'বলৈ গৈ কত যে চাকৰি এৰি দিব লগাত পৰিলোঁ! অন্নচিন্তা চমৎকাৰা, তাতকৈ কোনো চিন্তাই অধিক হ'ব নোৱাৰে। সেই অন্ন-বস্ত্ৰৰ চিন্তাত থাকিও নাটক-ছবি কৰি গ'লোচোন!*

গিৰিশদাৰ সেই যৌথ পৰিয়ালটিৰ পাৰিবাৰিক দায়িত্বখোৰ গিৰিশদাই নিয়াৰিকৈ পালন কৰি যোৱাটো নিজেই দেখি আহিছোঁ। এতিয়াও পৰিয়ালটিৰ শিশু এটিৰ এডমিচনৰ দৰ্খাস্ত লিখাৰেপৰা মাটি-বাৰী, মিউনিচিপালিটি আদি এশ-এবুৰি লেঠা মাৰি শান্ত-সৌম্যভাৱে আদৰ্শ গৃহস্থৰ ভূমিকা গিৰিশদাই অতি সফলতাৰে শুদ্ধ আৰু সুন্দৰভাৱে পালন কৰি গৈছে।

গিৰিশদাৰ সহধৰ্মিনী তুতুবৌৱে ৪৩ বছৰীয়া বৈবাহিক জীৱনৰ অভিজ্ঞতাৰ বিষয়ে জানিবলৈ ওচৰ চাপোঁতে আমাক মূল বিষয়ৰপৰা আঁতৰাই থৈ পাকঘৰলৈ আমাৰ বাবে চাহ আনিবলৈ খোজ লওঁতে-- ময়ো নেৰিলোঁ ঃ *বৌ! মই নিজে দেখি আহিছোঁ, আপোনালোকৰ এই যৌথ পৰিয়ালটি সদায় আলহীৰে ভৰি থাকে। নাটক-চিনেমাৰ সময়ততো কথাই নাই। আপোনাক সদায় পাকঘৰতে পাওঁ। আমনি নালাগেনে? সদায় এনে পৰিবেশ, অস্বস্তিকৰ বিৰক্তিকৰ হৈ নুঠেনে? -- আপোনাৰ নুঠে কিয়??*

*ঃ তোমালোকৰ গিৰিশদাৰ এই পৰিয়ালটিৰ কি অপূৰ্ব মিল, তাক নেদেখাজনক কথাৰে বুজাব নোৱাৰি। ছগৰাকী বায়েকৰ পৰিয়ালকেইটিৰ সৈতে এতিয়াও কি মিঠা, মধুৰ সম্বন্ধ! নাটক-ছবিজগতৰ বহুজনকো পৰিয়ালৰ নিজৰ বুলিয়েই জ্ঞান কৰে। আপোন কৰি ল'ব পৰা, আনৰ আপোন হ'ব জনা পৰিয়ালটিৰ সৈতে মোৰ বৈবাহিক সম্বন্ধ ভাগ্যৰ বলতহে হোৱা বুলি আজিও মই ভগৱানৰ ওচৰত কৃতজ্ঞ। মানুহজনৰ ওচৰত মোৰ কোনো অভিযোগ নাই। ওজৰ-আপত্তিও চোন কৰিব লগা নহ'ল। দুয়ো দুয়োকে আচলতে বুজি বোধকৰোঁ সন্মান আৰু মৰমেৰে চলিছোঁ।*

একমাত্ৰ কন্যা মুনুৱে গিৰিশদাৰ শাসনৰ কথা সোধোঁতে হাঁহি হাঁহি ক'লে ঃ *দেউতাই গালি পাৰিবই নাজানে। মাৰ-ধৰতো দূৰৈৰ কথা! খুউব খং উঠিলে দেউতা আমাৰ আগফালে থকা প্ৰেছটোতেই বহি থাকে। খং কমিলেহে মাতবোল কৰে। পিছে সেইজন দেউতাক আমি আমাৰ প্ৰতিটো*

*ব্যক্তিগত কথা জনাইছিলোঁ। কোনো কথাকে, কোনো কামেই দেউতাকপৰা লুকুৱাবলৈ মন নগৈছিল।*

একমাত্ৰ ল'ৰা গৌতমৰ মতে ঃ আমাৰ এই যৌথ পৰিয়ালৰ মৰমৰ এনাজৰীডাল যে এতিয়াও কট্‌কটীয়া হৈ আছে, তাৰ আঁৰৰ মানুহ দেউতা নহয় জানো? মোৰ খুৰা অনিল চৌধুৰী, দেউতাৰ ভাগিন বৰদা মাখন দেৱান-- এই কেইজন মোৰ দাদা-খুৰা-দেউতা-নে বন্ধু, আজিও সঠিককৈ ধৰিবই নোৱাৰিলোঁ। নিজৰ দেউতা বা খুৰাক বন্ধুৰ দৰে ভাবিবলৈ পোৱাৰ সাহসকণো দেউতাৰপৰাই পাইছোঁ। দেউতাৰ লগত মিলিব জানিলে দেউতাই সঁচাকৈয়ে সকলো মুহূৰ্ততে 'বেষ্ট ফ্ৰেণ্ড'-- শুভাকাংক্ষী হৈ পৰে।

একমাত্ৰ বোৱাৰী মামনিৰ বাবে গিৰিশদা, মামনিৰ ভাষাৰে ঃ *মই ভাগ্যৰ বলতহে এনে এজন মানুহক শহুৰ ৰূপে পাইছোঁ। নিজৰ ঘৰতো এনেকুৱা অকৃত্ৰিম মৰম পোৱা নাছিলোঁ। শহুৰ সম্বন্ধেৰে ক'বলৈ গ'লে ভুল কৰা হ'ব। তেখেত মোৰ এতিয়াৰ এই সঁচা জীৱনৰ সঁচা দেউতাজন। এই যে শহুৰ ভাবটো যে কোনোদিনেই নাহিল মোৰ মনলৈ..... এই মানুহজনৰ মই বোৱাৰী নে আচলতে ছোৱালী??*

গিৰিশদাৰ জীৱনৰ সাংগঠনিক দিশটো উল্লেখ নকৰিলে মোৰ এই লেখাটোৱে পূৰ্ণতা নাপাব। পৰিবহণ নিগম কৰ্মচাৰী সন্থাৰ একৈশ বছৰ কাল উপ-সভাপতি হৈ থাকি তেওঁ শেষৰ ন বছৰ ১৯৮৫ লৈকে সভাপতিৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ কাৰ্যনিৰ্বাহকৰ এগৰাকী সদস্য, চাহ মজদুৰ সংঘৰ উপ-সভাপতি গিৰিশদাই ১৯৮৯ চনৰপৰা *সদৌ অসম বোলছবি কলা-কুশলী সন্থাৰ* সভাপতি ৰূপে আজিলৈকে কাৰ্যনিৰ্বাহ কৰি আছে। *শিল্পী সাহায্য নিধিৰো* তেওঁ উপ-সভাপতিৰূপে বহু পীড়িত শিল্পীক অৰ্থ সাহায্য আগ বঢ়োৱাত সদায়েই আগভাগ লৈ আহিছে।

এইজনা স্বভাৱজাত শিল্পী গিৰিশদাই ১৯৯৩ চনৰপৰা ১৯৯৬ চনলৈকে *জ্যোতি চিত্ৰবন ফিল্ম ষ্টুডিঅ'ৰ* অধ্যক্ষৰূপে সুচাৰুভাৱে কাৰ্যনিৰ্বাহ কৰে। বহুতো ঘাত-প্ৰতিঘাতৰ মাজতো তেওঁ ষ্টুডিঅ'টোৰ উন্নয়নৰ হকে লোৱা আঁচনিবোৰ বাস্তৱায়িত কৰাত যিদৰে আত্মনিয়োগ কৰে, তাৰেই

ফলত আজিৰ অত্যাধুনিক ৰূপত ষ্টুডিঅ'টো গঢ় লৈ উঠিছে। এই ক্ষেত্ৰত উল্লেখযোগ্য ভূমিকা লোৱা বহুতৰে মাজত গিৰিশদাৰ নামটো প্ৰণিধানযোগ্য হৈ ৰ'ব।

একেটা জীৱনতে ইমানবোৰ ডাঙৰ কাম কৰিব পৰা, ইমানবোৰ গুণৰ সমাবেশ হোৱা, বিশাল ব্যক্তিত্বৰ গিৰিশদাৰ আপোনজন হিচাপে কাষত থিয় হোৱাৰ সুযোগ পোৱাটোৱেই মোৰ কাৰণে সঁচাকৈয়ে ডাঙৰ কথা। এই সঁচা *ডাঙৰ মনৰ* গৰাকীজনৰ বহুতো সৰু সৰু স্মৃতিয়ে মোক এই মুহূৰ্তত অকমাণচোন আবেগিক কৰি পেলালে....



# মোৰ চিনাকি গিৰিশ চৌধুৰী

**অৰ্ণৱ জ্ঞান ডেকা**

অসমৰ সাংস্কৃতিক জগতৰ ফৰিংফুটা নাম গিৰিশ চৌধুৰী। শৈশৱৰেপৰা নামটো শুনি আহিছিলোঁ। চলচ্চিত্ৰৰ পৰ্দাত দেখিছিলোঁ। উলুবাৰী হাইস্কুলৰ ছাত্ৰ হৈ তেখেতৰ পুত্ৰ গৌতমদাক পালোঁ আমাতকৈ দুটামান ওপৰৰ শ্ৰেণীত। পিতা-পুত্ৰই একেলগে অভিনয় কৰা *মানসী* ছবিখনৰ কথা বহুদিনলৈ আমাৰ স্কুলত চৰ্চাৰ বিষয় হৈ আছিল। আমাৰ বিদ্যালয়ৰ নিজা আলোচনী *প্ৰগতি*খনৰো দুটা নে এটা সংখ্যা তেওঁলোকৰ ছপাশাল *চৌধুৰী প্ৰিণ্টাৰ্ছত* ছপা কৰা হৈছিল। মোৰ ভাই অঙ্কুৰ ডেকা, যি পাছলৈ মিজো ভাষাত গীতৰ কেছেটত এককভাৱে গীত গাই সমগ্ৰ মিজোৰামৰে জনপ্ৰিয় গায়ক হৈ পৰিছে, সেই সময়ত এটা বছৰৰ বাবে *প্ৰগতি*ৰ সম্পাদক আছিল। স্কুল বা কলেজৰ আলোচনী সম্পাদনা কৰাৰ সুযোগ মোৰ নিমিলিল, কিন্তু সম্পাদনাৰ সৈতে মোৰ সম্পৰ্কটো *প্ৰগতি*ৰ জৰিয়তে স্থাপন হৈছিল। সেই আপাহতে *চৌধুৰী প্ৰিণ্টাৰ্ছ*লৈ অহা-যোৱা আৰম্ভ হৈছিল। তাতেই প্ৰথম লগ পাইছিলোঁ মানুহ গিৰিশ চৌধুৰীক। সেয়া শৈশৱ কৈশোৰৰ স্মৃতিত উজলি উঠা প্ৰথমজন গিৰিশ চৌধুৰী।

সাংস্কৃতিক ক্ষেত্ৰত মানুহজনক লগ পালোঁ বহু পলমকৈ। সেয়া স্বাভাৱিক। সুদীৰ্ঘ এটা প্ৰজন্মৰ ব্যৱধান। *প্ৰিয়জন*খ্যাত চলচ্চিত্ৰ পৰিচালক ৰাইচকুৰ্ণী বৰাই মোকো জড়িত কৰি পেলাইছিল অসমীয়া চলচ্চিত্ৰৰ সমস্যা-আলোচনা প্ৰক্ৰিয়াটোত। মই তেতিয়া ইঞ্জিনিয়াৰিং পঢ়িবলৈ গৈ আছোঁ যোৰহাটত। গুৱাহাটীলৈ আহি থাকোঁ। গুৱাহাটীৰ আমাৰ পূৱ শৰণীয়াস্থিত ঘৰৰপৰা গিৰিশ চৌধুৰীৰ উলুবাৰীস্থিত ঘৰলৈ সঘনাই অহা-যোৱা চলিছিল। তেওঁৰ নেতৃত্বত গঠিত হোৱা *সদৌ অসম চলচ্চিত্ৰ শিল্পী আৰু কলাকুশলী সন্থাৰ* অন্যান্য সদস্যসকলো তাতেই গোট খাইছিল। বিভিন্ন বিষয় আলোচনা হৈছিল। জিলা পুথিভঁৰাল প্ৰেক্ষাগৃহত আয়োজিত হোৱা অধিবেশনত ওতপ্ৰোতভাৱে সক্ৰিয় হৈ লাগিছিলোঁ। ফটিক বৰুৱাৰ নিৰ্দেশনাত হোৱা মঞ্চসজ্জাৰ প্ৰত্যক্ষদৰ্শী হোৱাৰপৰা অধিবেশন শেষ কৰি

প্ৰেক্ষাগৃহৰ মঞ্চতে চকী-মেজ পাৰি বিজুদাইতৰ লগত নিশাৰ ভাতসাজ খাই অহালৈকে বিচিত্ৰ অভিজ্ঞতা হৈছিল। সকলো সময়তে অনুভৱ কৰিছিলোঁ গিৰিশ চৌধুৰীৰ সুবিশাল, যাক ইংৰাজীত ক'ব পাৰি all-encompassing উপস্থিতি। অসমীয়া চলচ্চিত্ৰ জগতৰ শিল্পী-কলাকুশলীসৱে এই বিশাল বটবৃক্ষৰূপী ব্যক্তিত্বৰ ছাঁয়াতে নিজৰ অস্তিত্ব সামূহিকভাৱে প্ৰথমবাৰলৈ সাব্যস্ত কৰা ঐতিহাসিক মুহূৰ্তৰ আমি সাক্ষী হৈ ৰৈছিলোঁ।

তাৰ পাছৰপৰাই চলচ্চিত্ৰ জগতৰ সৈতে আমাৰ সম্পৰ্কটোৰ প্ৰতীকী স্তৰৰপৰা আনুষ্ঠানিক পৰ্যায়লৈ ক্ৰমশঃ উত্তৰণ ঘটিছিল। ১৯৯১ চনত প্ৰথমবাৰলৈ চলচ্চিত্ৰ-সমালোচকৰ পৰিচয়টো লৈ ভাৰতবৰ্ষৰ প্ৰতিনিধি হিচাপে আন্তঃৰাষ্ট্ৰীয় চলচ্চিত্ৰ মহোৎসৱত যোগদান কৰোঁগৈ। তেতিয়াও মই যোৰহাট ইঞ্জিনিয়াৰিং কলেজৰ ছাত্ৰ হৈয়ে আছোঁ। কিন্তু বাতৰিকাকত সমূহে মোৰ চলচ্চিত্ৰ সম্পৰ্কীয় লেখা-ফটো আদি প্ৰকাশ কৰি মোক এক প্ৰকাৰৰ প্ৰতিষ্ঠা দান কৰিয়েই পেলালে। আগতে দূৰৈৰপৰা চোৱা গিৰিশ চৌধুৰীৰ দৰে বিশাল চলচ্চিত্ৰ-ব্যক্তিত্বৰ সৈতে এতিয়া সমানে ভাব-বিনিময় কৰিব পৰাকৈ প্ৰত্যয় আৰু আত্মবিশ্বাসে গঢ় ল'লে। ভাৰতবৰ্ষৰ আৰু বিশ্বৰ শীৰ্ষস্থানীয় গুণী-জ্ঞানী চলচ্চিত্ৰ-ব্যক্তিত্বক লগ পাই শিকি-বুজি অহা কথাবোৰ এই মানুহজনৰ আগতো বেকত কৰিবলৈ ল'লোঁ। পিতৃতুল্য মানুহজনে অতি আন্তৰিকতাৰে আমাৰ কথাবোৰো শুনিছিল, আৰু তেওঁ নিজে কৰি থকা চিন্তা-চৰ্চাবো ভাগ আমাক দিছিল। সেই সময়তে অসম চৰকাৰৰ হৈ তেওঁ *চলচ্চিত্ৰ নীতি* প্ৰস্তুতকৰণত অতিপাত ব্যস্ত হৈ পৰে। অসমীয়া চলচ্চিত্ৰক চৰকাৰী পৃষ্ঠপোষকতা সুনিশ্চিত কৰা এই *চলচ্চিত্ৰ নীতি* গিৰিশ চৌধুৰীৰ জীৱনৰ এক কীৰ্তিস্তম্ভ হৈ ৰ'ব।

১৯৯৩ চনৰ ফেব্ৰুৱাৰী মাহত গিৰিশ চৌধুৰীৰ নেতৃত্বত *শিল্পী সাহায্য নিধি* এটা গঠনৰ কাম আৰম্ভ কৰি পুঁজি সংগ্ৰহৰ বাবে নেহৰু ষ্টেডিয়ামত *কল্যাণজী-আনন্দজী নাইট* আয়োজন কৰা হয়। সেই উপলক্ষ্যে আমন্ত্ৰণ জনাই অনা হৈছিল *ফিল্ম ফেডাৰেচন অব ইণ্ডিয়াৰ* সভাপতি তথা *শ্বোলে*খ্যাত বিখ্যাত চলচ্চিত্ৰ নিৰ্মাতা জি পি ছিপ্পীক। সেই সময়তে মই প্ৰণয়ন কৰা গ্ৰন্থ *অন্য এক যাযাবৰ*ৰ ছপা-বন্ধা চলি আছিল। গিৰিশ চৌধুৰীৰ বাল্যবন্ধু তথা বিশ্বজয়ী শিল্পী ডাঃ ভূপেন হাজৰিকাৰ জীৱনৰ কিছুমান ৰোমাঞ্চকৰ দিশ মনোগ্ৰাহী ৰূপত উপস্থাপনৰ প্ৰয়াসেৰে ৰচনা

কৰা এই গ্ৰন্থখন উক্ত সন্ধিয়াতে ভাৰতীয় চলচ্চিত্ৰ জগতৰ গুৰিয়াল গৰাকীৰ হাতেৰে উন্মোচন কৰাটো ভূপেনদাই বিচাৰিলে। ভূপেনদাৰ ইচ্ছাৰ কথা মই গৈ গিৰিশ চৌধুৰীক কলোঁগৈ। অতি আন্তৰিকতাৰে কোনো আপত্তি নকৰাকৈ তেওঁ ৰাজী হৈ গ'ল। ঠিক হৈ গ'ল। মূল অনুষ্ঠান আৰম্ভ কৰাৰ আগতে এক চমু অনুষ্ঠানত জি পি ছিপ্পীয়ে মোৰ কিতাপখন উন্মোচন কৰিব। সেইমতে ততাতৈয়াকৈ ব্যৱস্থা হৈ গ'ল। এতিয়া অনন্তশয্যাত বিশ্ৰাম লোৱা *ভায়ামামা* খ্যাত সুৰজিত গগৈয়ে গিৰিশ চৌধুৰীৰ নিৰ্দেশত মোক তেওঁৰ গাড়ীত তুলি নি সকলোখিনি দিহা লগাই দিলেগৈ। তেতিয়াৰ উদীয়মান শিল্পী আৰু আজিৰ সফল জনপ্ৰিয় অভিনেত্ৰী নিকুমণি বৰুৱাই *থালি গাৰ্লৰ* দায়িত্ব বহন কৰাৰ বন্দোবস্তও হৈ গ'ল। সেই নিশাটোৰ স্মৃতি অবিস্মৰণীয়।

আমাৰ দৰে উঠি অহা তৰুণৰ এটা আগ্ৰহভৰা কামক যথোচিত সন্মান দিয়াৰ খাটিৰত গিৰিশ চৌধুৰীৰ দৰে বিশিষ্ট ব্যক্তিয়ে যি দায়িত্বশীল ভূমিকাৰে আমাক ধন্য কৰিছিল সেই কথা কাহানিও পাহৰিব নোৱাৰিম।

জ্যোতি চিত্ৰবন ষ্টুডিঅ' (ফিল্ম ছ'চাইটি)ৰ অধ্যক্ষৰ আসনত বহি গিৰিশ চৌধুৰীয়ে কেবাটাও ঐতিহাসিক পদক্ষেপ লৈ যি সমৰসজ্জাৰে আগ বাঢ়ি গ'ল, সেই ইতিহাস অসমৰ চলচ্চিত্ৰ জগতে চিৰকাল মনত ৰাখিব। কেন্দ্ৰীয় চৰকাৰৰপৰা কেবা কোটি টকা আনি ষ্টুডিঅ'টিৰ আধুনিকীকৰণৰ কাম এই মহান শিল্পীজনায়েই আৰম্ভ কৰি থৈ গ'ল। তেওঁ ভিডিঅ' ষ্টুডিঅ', সম্পাদনা কক্ষ আদি নিৰ্মাণ কৰাই ষ্টুডিঅ'টিক আত্মনিৰ্ভৰশীল কৰি তুলিলে। আগেয়ে মাহিলী পাঁচ হেজাৰো আয় নোহোৱা ষ্টুডিঅ'ই এতিয়া মাহিলী ডেৰ লাখৰো অধিক টকা আয় কৰিব পৰাকৈ সক্ৰিয় হৈ উঠাত গিৰিশ চৌধুৰীয়ে এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছে। আজি স্বয়ংসম্পূৰ্ণ হৈ উঠা এই ষ্টুডিঅ'ৰ আধুনিকীকৰণত গিৰিশ চৌধুৰীৰ অৰিহণা কেতিয়াও পাহৰিব নোৱাৰি। আশাকৰোঁ, অসমীয়া চলচ্চিত্ৰৰ সম্পূৰ্ণ ইতিহাস ৰচিত হোৱাৰ সময়ত গিৰিশ চৌধুৰীৰ ভূমিকা যথযোগ্যভাৱে চৰ্চিত হ'ব।

তেওঁ ষ্টুডিঅ'ৰ অধ্যক্ষ হৈ থকা সময়তে বিশ্ব চলচ্চিত্ৰই শতবাৰ্ষিকী উদ্‌যাপন কৰিছিল। তেওঁৰ সৈতে অনানুষ্ঠানিক আলোচনা কৰিয়েই মই বোম্বেলৈ গৈ আন্তঃৰাষ্ট্ৰীয় চলচ্চিত্ৰ সমাৰোহত ভাগ ল'বলৈ যাওঁতে হলীউডৰ বিখ্যাত প্ৰযোজক *ল'নলী ইন আমেৰিকা* খ্যাত ত্ৰিলোক মালিক

আৰু সহ-প্ৰযোজক ৰাজ গ্ৰোভাৰক হলীউডৰ প্ৰতিনিধিৰূপে অসমলৈ আমন্ত্ৰণ কৰি আহোঁ। ১৯৯৫ চনৰ ফেব্ৰুৱাৰী মাহত এই দুগৰাকী চিত্ৰনিৰ্মাতা গুৱাহাটীত উপস্থিত হৈ তেওঁলোকৰ ছবিৰ প্ৰদৰ্শনকালত *অপ্সৰা* হলত উপস্থিত থাকি অসমীয়া চলচ্চিত্ৰ জগতৰ ব্যক্তিসকলৰ সৈতে মত বিনিময় কৰাৰ লগতে অধ্যক্ষ গিৰিশ চৌধুৰীৰ সৈতে *জ্যোতি চিত্ৰবন ষ্টুডিঅ'* লৈ গৈ ষ্টুডিঅ'টি পৰিদৰ্শন কৰাৰ লগতে ষ্টুডিঅ'টিৰ উন্নয়নৰ বাবে হলীউডৰপৰা কাৰিকৰী সাহায্য আগ বঢ়োৱাৰ ক্ষেত্ৰত প্ৰয়োজনীয় সহায় আগ বঢ়োৱাৰো প্ৰস্তাৱ কৰে। হলীউডৰ হৈ অসমৰ চলচ্চিত্ৰৰ জনক ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ প্ৰতিও তেওঁলোকে শ্ৰদ্ধা আৰু স্বীকৃতি জনাই যায়। পাছলৈ ভাৰতবৰ্ষ আৰু পৃথিৱীৰ বিভিন্ন কাকতত এই সংবাদ সবিস্তাৰে প্ৰকাশ পায়। গিৰিশ চৌধুৰীৰ উদাৰ নেতৃত্ব আৰু অভিভাৱকোচিত দায়িত্বশীলতাই এনে অকল্পনীয় অনুষ্ঠান আয়োজনকো সম্ভৱ কৰি তুলিলে।

এনদেৰে বিভিন্ন সময়ত নেতৃত্বৰ গুণেৰে আগ বাঢ়ি অহা এগৰাকী জ্যেষ্ঠ শিল্পী আৰু অভিভাৱকৰ ৰূপতে মই গিৰিশ চৌধুৰীক দেখা পাইছোঁ। যেতিয়াই তেওঁৰ কাষ চাপিছোঁ, সদায় মানুহজনে অতি আগ্ৰহেৰে আমাক ওচৰ চপাই লৈছে। বয়সৰ গাম্ভীৰ্য্য, ব্যক্তিত্ব বজাই ৰাখিও তেওঁ চিন্তাৰ বিস্তৃতি আৰু জ্ঞানৰ গৰিমাৰে নিজকে আমাৰ পৰ্য্যায়ত মিলাই দিব জানে। কোনো অনুজে কোনো বিষয়য়েই তেওঁক মুকলিকৈ ক'বলৈ সংকোচ বোধ কৰিব লগা হোৱা মই কেতিয়াও দেখা নাই। গিৰিশ চৌধুৰীৰপৰা মানুহে যিমান পালে, উলিয়াই ল'বলৈ জনা হ'লে আৰু বহুত কিবা-কিবি পালেহেঁতেন। বিষয় একোটা হাতত লোৱাৰপৰা যুক্তিসম্পন্ন পৰিসমাপ্তিলৈকে টানি নিয়ালৈকে একাণপতীয়াকৈ লাগি থকাৰ সদিচ্ছা আৰু আগ্ৰহ প্ৰদৰ্শন কৰা এনে লোক আজিৰ সমাজত বিৰল হৈ আহিছে। তেনে এগৰাকী ব্যক্তিৰ ঘনিষ্ঠ সান্নিধ্যলৈ আহি সামাজিক দায়বদ্ধতা সম্পৰ্কে নতুন পাঠ আওৰোৱাৰ সুযোগ পাইছোঁ। জীৱনৰ চাৰি কুৰি বছৰ সম্পূৰ্ণ কৰাৰ অৱসৰত এই অসামান্য ব্যক্তিৰ দীৰ্ঘায়ু আৰু সক্ৰিয় জীৱন কামনা কৰিলোঁ।



# সময়ে যাক পাহৰিব নোৱাৰে

**মীৰা বিশ্বাস**

মই মোৰ অভিনয় জীৱন কেবাগৰাকীও মহান শিল্পীৰ সহযোগত আৰম্ভ কৰিছিলোঁ। আজিও মনত পৰে, যেতিয়া *নৱনাট্য সংঘৰ* জৰিয়তে মাননীয় শ্ৰীযুত গিৰিশ চৌধুৰীক লগ পাইছিলোঁ। অৱশ্যে তেওঁলোকৰ নিজা সংঘ আছিল *গুৱাহাটী শিল্পী সংঘ*। সংঘ যদিও দুটা আছিল আমাৰ মিলাপ্ৰীতি আছি ল। তেওঁৰ লগত ভাতৃ অনিল চৌধুৰী আৰু বৰুণা মুখাৰ্জী। শ্ৰীযুত গিৰিশ চৌধুৰী (দাদা)ৰ মৰম সনা অভিভাৱকসুলভ মিঠ মাতৰ কথা আজিও মোৰ মনত পৰে। তেওঁ মোক 'মীৰা' বুলিয়েই মাতিছিল।

গিৰিশদাই যেতিয়া আনোৱাৰ হুছেইনৰ *সৰাপাত* কথাছবিত নায়কৰ অভিনয় কৰে তাত জ্ঞানদা কাকতি আছিল নায়িকা। তছদ্দুক ইউছুফে অভিনয় কৰিছিল এটি জমিদাৰৰ চৰিত্ৰত আৰু সেই জমিদাৰৰ স্ত্ৰীৰ ভূমিকাত মই।

মাননীয় গিৰিশদাই মোক সৰু ভনীৰ দৰে ব্যৱহাৰ কৰিছিল।

যেতিয়া আমি *সৰাপাতৰ* চুটিঙৰ বাবে কলিকতালৈ যাব লগা হৈছিল, প্ৰথমে -আমি পানীজাহাজেৰে গুৱাহাটীৰপৰা ব্ৰহ্মপুত্ৰ পাৰ হৈ ট্ৰেইনেৰে ধুবুৰীলৈ গৈ তাত এৰাতি টাউন হোটেলত থাকোঁ। পিছদিনা এখন চাৰ্টাৰ প্লেনেৰে কলিকতালৈ যাত্ৰা কৰোঁ। মই আছিলোঁ বয়সত সকলোতকৈ সৰু। সেয়ে গিৰিশদাই নিজৰ ভনীয়েকৰ দৰে মোৰ প্ৰতি ব্যৱহাৰ কৰিছিল।

আমাৰ লগত আন যি কেইগৰাকী শিল্পী আছিল সেইসকলৰ মাজৰ অবিনাশ দাস, দুৰ্গেশ্বৰ বৰঠাকুৰ, তছদ্দুক ইউছুফ, অনিল চৌধুৰী আদি স্বনামধন্য অভিনেতাসকল আজি আৰু আমাৰ মাজত নাই।

এই যাত্ৰাত মোৰ নিজৰ দাদা অভিভাৱক হৈ গৈছিল আৰু মোৰ ছোৱালীজনীও আছিল। যেতিয়া প্লেনখন চলিবলৈ আৰম্ভ কৰে তেতিয়া এজনে চিঞৰিবলৈ ধৰিলে ঃ *পাইলট বাবু! ৰুকিয়ে, পেচেঞ্জাৰ আয়া।* দুৰ্গেশ্বৰ বৰঠাকুৰে ৰগৰ কৰি ক'লে ঃ *বাপ্পা হেৰে! এইখন দেখোন ছিটিবাছ বনাই দিলি!!*

এনে ধৰণেৰে আমি আটায়ে স্ফূৰ্তি কৰি গৈ আছিলোঁ। কোচবিহাৰৰপৰা এজন মন্ত্ৰীও আমাৰ সহযাত্ৰী হ'ল। কিছু দূৰ যোৱাৰ পিছত

প্লেনৰ এফালৰ মেচিন প্ৰায় বন্ধ। মোৰ ভীষণ ভয় লাগিছিল। ৰঙা লাইট জ্বলিল। ঘোষিত হ'ল ঃ *কমৰ কা বেল্ট বান্ধিয়ে।* আমি সকলোৱে ভয়ত পেঁপুৱা লাগিলো। তেতিয়া বৰঠাকুৰে মোক ক'লে ঃ *আপোনাৰ কেঁচুৱাটি ৰাখক। নহ'লে কাৰ কোলাত মৰিব ঠিক নাই।* বিমলদাই ক'লে ঃ *মোৰ পেটত বিষ আছে। মৰিলেও কথা নাই।* আমাৰ ধনভঁৰালীজনৰো মাত নোলোৱা অৱস্থা হ'ল। অবিনাশদাই ক'লে, *বিশ্বাস। মই ঘৰৰ ডাঙৰ ল'ৰা। মই মৰিলে ঘৰখন শেষ হৈ যাব।*

গিৰিশদা বহু সময় নীৰৱ হৈ আছিল, হঠাৎ কৈ উঠিল ঃ *মীৰা! দুয়ো ভাই-ককাই যদি মৰি যাওঁ তেনেহ'লে কি হ'ব আমাৰ ঘৰখনৰ?*

যিয়েই নহওক ভয় আৰু অনিশ্চয়তাৰ মাজেৰেই কেনেবা প্ৰকাৰে গৈ কলিকতা বিমানকোঠ পালোঁগৈ। কলিকতাত প্ৰথমে আমি টালিগঞ্জ কলাবাগান লেনত আছিলোঁ। তাত ভাল নলগাৰ বাবে টালিগঞ্জ গোল্ড ক্লাব ৰোডৰ যমুনা দেৱীৰ ঘৰত আমাৰ থকাৰ বন্দোবস্ত কৰা হ'ল। মই, অনুপমা ভট্টাচাৰ্য্য বাইদেউ আৰু ৰুণুমী একেলগে আছিলোঁ। ওচৰৰ পাৰ্টত আছিল ফণী শৰ্মা আৰু গিৰিশ চৌধুৰীদেৱ।

গিৰিশদাৰ যেনে গুৰুগম্ভীৰ কণ্ঠ তেনে সুঠাম শৰীৰ। বহু নাটকত তেওঁক লগ পাইছিলোঁ। তেতিয়া অনাতাঁৰ নাটক বুলিলেও গিৰিশদাৰ কথাই মনলৈ আহে। তেওঁৰ ঘৰৰ ফালে কেনিবা গ'লে গিৰিশদাক লগ পাম বুলি ভাবি যাওঁ। আজি বহুদিন তেওঁক লগ পোৱা নাই। আজি পাঁচ-ছয় বছৰ আগতে পাইছিলোঁ, *গুৱাহাটী শিল্পী সংঘই* আয়োজন কৰা সম্বৰ্ধনা সভালৈ মোক আমন্ত্ৰণ জনাওঁতে। তেওঁ মোৰ বাবে আজিও অতীতৰ গিৰিশদা হৈয়ে আছে। অভিনয়ৰ ক্ষেত্ৰত তেওঁৰপৰা মই বহু উপদেশ পাই আহিছোঁ।

গিৰিশদাৰ বহুমুখী প্ৰতিভাৰ বিষয়ে লিখি বা কৈ শেষ কৰিব নোৱাৰি।

বিগত সময়চোৱাত উল্লেখিত বিভিন্ন এনে অন্তৰঙ্গ কথা আমাৰ অন্তৰত এতিয়াও সজীৱ হৈ আছে যিবোৰ কথা কেতিয়াও পাহৰিব নোৱাৰি।

ৰাইজে বহুদিন আগতে তেওঁলৈ সম্বৰ্দ্ধনা অনুষ্ঠানৰ জৰিয়তে যথাযোগ্য সন্মান জনাব লাগিছিল। তথাপি, দেৰি হ'লেও ৰাইজে যে এইকথা উপলব্ধি কৰিছে এইয়া বৰ আনন্দৰ বিষয়।

মইও ৰাইজৰ লগতে শ্ৰদ্ধাৰে গিৰিশদাৰ দীৰ্ঘায়ু আৰু কৰ্মময় জীৱ কামনা কৰিছোঁ।



# গিৰিশদাৰ কথা

**বীণাদাস মাম্মা**

শ্ৰদ্ধাৰ গিৰিশদালৈ মোৰ আন্তৰিক শুভেচ্ছা জনালোঁ, অভিনয় জীৱনৰ আগতেই অৰ্থাৎ সৰু কালতেই মই লগ পাওঁ গিৰিশদাৰ পৰিয়ালটোক। এসময়ত আমাৰ কুমাৰপাৰাৰে পৰিয়াল আছিলে। তেওঁলোকৰ ঘৰৰ পিছফালে আমি আছিলোঁ। মোৰ এতিয়াও মনত আছে, গিৰিশদাৰ ওপৰৰ বায়েক বুঢ়ী বাইদেউ 'অৰ্চনা মহন্তৰ মাক'ৰ বিয়া মই খাইছিলোঁ। বাকী দুগৰাকী বায়েক আমাৰ কুমাৰপাৰাতে আছিলে। তেওঁলোকৰ দুয়ো গৰাকীৰ দুজনী জীয়ৰীৰ লগত মোৰ বৰ বন্ধুত্ব আছিলে। সৰুতে আমি একেলগে খেলিছিলোঁ। এজনীৰ নাম এমী, আৰু আনজনীৰ নাম লিলি।

মোৰ মঞ্চজীৱনৰ অভিনয় আৰম্ভ হয় ১৯৫১ চনত। কিন্তু ১৯৪৮/৪৯ চনত ভৰলুমুখৰ পুলিচ-পইন্টৰ ওচৰৰ এখন অস্থায়ী মঞ্চ সাজি ভৰলুমুখৰ কেইজনমান ভদ্ৰলোক আৰু মই মিলি তাত *আনাৰকলি* নাটক কৰিছিলোঁ। এই নাটকলৈ গিৰিশদা অহাৰ কথা আছিল কিন্তু নাহিল। নগাওঁৰ তচ্ছদুক ইউচুফদা আহিছিল। এই নাটকখন ভূপেন্দ্ৰ দাস, যদু বৰা, আৰু মৃণাল কটকী আদি আমি আটায়ে মিলি কৰিছিলোঁ। মোৰ জীৱনৰ প্ৰথম বোলছবি *সতী বেউলা* কৰিবলৈ গৈ কলিকতাত লগ পাওঁ গিৰিশদা, অনিলদা আৰু বৰুণা বাইদেউক। তাৰ পিছত গিৰিশদাৰ লগত অভিনয় কৰোঁ লতাশিল বিহুতলীত *ভোগজৰা* নাটকত। মই ৰূপা পাগলীৰ পাৰ্ট কৰিছিলোঁ আৰু দাদাই লক্ষ্মী সিংহৰ পাৰ্ট কৰিছিল। তাৰোপৰি অনাতাঁৰ কেন্দ্ৰতো তেওঁৰ লগত বহু নাটকত অভিনয় কৰা হৈছিল। তাৰ পাছত *মেঘমুক্তি* বোলছবিখনো তেওঁৰ লগত কৰিছিলোঁ। তাৰ পিছত তেওঁৰ লগত অভিনয় কৰা মনত নপৰেচোন!

শেষত আকৌ এবাৰ দাদালৈ মোৰ আন্তৰিক শ্ৰদ্ধা জনালোঁ আৰু দীৰ্ঘায়ু কামনা কৰিলোঁ।



# মিঠা সময়ৰ ৰেশ টানি

অমলা কটকী

নটসূৰ্য্য ফণী শৰ্মাৰ মৃত্যুৰ পিছত *এভাৰগ্ৰীণ ক্লাবে* তেওঁৰ সোঁৱৰণত এখন নাট প্ৰতিযোগিতা পাতিছিল। হঠাতে এদিন এলি আহমেদে আহি ক'লেহি ঃ *বাইদেউ! নাট প্ৰতিযোগিতাত জইন কৰি আহিলোঁ।*

মইতো আচৰিত হ'লোঁ। পাৰিম জানো? যেনে কথা তেনে কাম। পিছদিনাৰপৰা ৰিহাৰ্চেল। এলি আহমেদৰে সামাজিক নাট *বাঁহ খৰি।*

তেতিয়ালৈকে মই গিৰিশদাক লগ পোৱা নাই। চিনেমাত দেখিছোঁ। ৰেডিঅ'ত তেওঁৰ নাটক শুনিছোঁ। দূৰে দূৰে দেখিছোঁ কিন্তু মুখামুখি হোৱা নাই। সেই নাট প্ৰতিযোগিতাত গিৰিশদা অন্যতম বিচাৰক আছিল। খবৰটো পাই মোৰ মনটো আনন্দেৰে ভৰি পৰিল, মানুহজনৰ লগত এই সুযোগতে চিনাকি হ'ম। ভগৱানৰ কি ইচ্ছা, মই সেইবাৰ শ্ৰেষ্ঠ অভিনেত্ৰীৰ সন্মান পালোঁ। দ্বিতীয় বছৰো আমি কৰিলোঁ এলিৰে নাটক, পৰিচালনাও এলিৰেই। সেইবাৰো মই শ্ৰেষ্ঠ অভিনেত্ৰীৰ সন্মান পাওঁ। আৰু তেনেকৈয়ে তেওঁৰ লগত চিনাকি হওঁ। তাৰ কেইবা বছৰৰ পিছত গিৰিশদাইঁতে নাটক এখন কৰিবলৈ লয়, *জটায়ু*। বঙলা নাটকৰ অসমীয়া ৰূপান্তৰ। মাখন দেৱানক পঠিয়াই কৈ পঠিয়ালে, মই এটা চৰিত্ৰত অভিনয় কৰি দিব লাগে। মই হাততে স্বৰ্গ ঢুকি পালোঁ আৰু উলুবাৰীৰ মন্দিৰ চৌহদত ৰিহাৰ্চললৈ যাবলৈ ল'লো। তেতিয়াই মই তেওঁক একেবাৰে ওচৰৰপৰা লগ পাওঁ। নাটখন পৰিচালনা কৰিছিল তেওঁৰ ভায়েক অনিল চৌধুৰীয়ে। সচাঁকৈয়ে মই আপ্লুত হৈছিলোঁ গিৰিশ চৌধুৰীৰ ব্যৱহাৰত। তেওঁৰ ব্যক্তিত্ব, সততা, অমায়িক চৰিত্ৰ দেখি মোৰ এনেহে লাগিছিল মই যেন মোৰ মৃত্যু হোৱা দেউতাক ফিৰাইহে পাইছোঁ। তেওঁৰ অভিনয় দক্ষতাৰ কথা ক'বলৈ মোৰ ভাষা নাই। তেওঁৰপৰা পোৱা অভিনয়-শিক্ষাই মোক নাট্যজগতত প্ৰতিষ্ঠা কৰিলে বুলি মই গৌৰৱ কৰোঁ। তেওঁৰ পৰিচালনাত মই এখন চিনেমাও কৰিছোঁ *মানসী।* সেইয়াও মোৰ বাবে এটি মিঠা সময়। অৱশ্যে তেওঁৰ ভাতৃ প্ৰয়াত অনিলদাও আছিল এই ছবিত। দুয়োজন ভাই-ককাই যেন মণিকাঞ্চন জুতি। সেইখন ছবিত মই আইতাকৰ

চৰিত্ৰ কৰিছিলোঁ। আগতে কেইবাখনো ছবি কৰিছিলোঁ যদিও, গিৰিশদাৰ লগত ছবিখন কৰিহে চিনেমাৰ আওভাওবোৰ বৰ বঢ়িয়াকৈ বুজিছিলোঁ। তেওঁলোকৰ ঘৰখনৰ লগতো মই ওতপ্ৰোতভাৱে জড়িত হৈ পৰিছিলোঁ ঘৰখনলৈ গ'লে যেন মন্দিৰ, মছজিদ, গীৰ্জালৈহে গৈছোঁ, ঠিক তেনে লাগে। এটি যৌথ পৰিয়াল। গোটেই পৰিয়ালটোৱেই অমায়িক। অতিথিপৰায়ণ, সকলোৰে হাঁহিমুখ। মই ভাবোঁ এই আটাইবোৰৰ মূলতে গিৰিশদা। কাৰণ গিৰিশদাৰ খং মই কোনোদিনেই নেদেখিলোঁ। টানকৈ কথা কোৱা নেদেখিলোঁ কাকো কেতিয়াও। কি যে সহ্য গুণ! কি ব্যৱহাৰ! দেখিলেই শ্ৰদ্ধাত মূৰ দোঁ খাই যায়। সেই সময়ৰ সেই চাম পৰিচালক, প্ৰযোজক, নাট্যকাৰ, অভিনেতা-অভিনেত্ৰীৰ যি ব্যক্তিত্ব, যি চৰিত্ৰ, যি কৰ্মনিষ্ঠা আজিৰ চামৰ বহুতৰেই সেইবোৰ একেবাৰেই নাই। গিৰিশদাৰ নিচিনা পৰিচালক-অভিনেতা মই আজিলৈকে লগ পোৱা নাই। মই তেওঁক খু-উ-ব শ্ৰদ্ধা কৰোঁ। ভগৱানৰ ওচৰত সেৱা জনাইছোঁ, আল্লাৰ ওচৰত দোৱা মাগিছোঁ, যীচুৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ, তেওঁক দীৰ্ঘজীৱন দান দিয়ক, সু-স্বাস্থ্যৰে আমাৰ পথ প্ৰদৰ্শক হৈ থাকক তেওঁ চিৰদিন।



# জীৱন-শিল্পী শ্ৰীগিৰিশ চৌধুৰীদেৱৰ বৰ্ণাঢ্য সান্নিধ্যৰ ৰূপৰেখা

সৰ্বেশ্বৰ দত্ত

যাৰ নান্দনিক স্থিতিঃ সু-উচ্চ গিৰি শিখৰৰ দৰে
প্ৰজ্ঞাৰ প্ৰচ্ছদ যাৰ স্বৰ্ণবৰ্ণ আলোৰে উজ্জ্বল
আপোন সত্তা যাৰ ভাৱনাৰ ঋদ্ধিৰে সমৃদ্ধ
সেই জীৱনশিল্পী গিৰীশ চৌধুৰীলৈ' প্ৰাণৰ প্ৰণাম।

সচ্চিদানন্দৰ অনুগামী সৎচিন্তাৰ আনন্দময় সেৱক পৃথিৱীত একেবাৰে শেষ হৈ যোৱা নাই বাবেই পৃথিৱীখন এতিয়াও মানুহৰ প্ৰেয়স্ আৰু শ্ৰেয়স্ হৈয়েই আছে। ধুমুহা- বজ্ৰপাত, সন্ত্ৰাস, আগ্নেয় উৎপাত থাকিবই; তথাপি তাৰ অনস্তিত্বত বিশ্বাসী সংগ্ৰামশীল মানুহে স্বাধিকাৰৰ বাবে সংগ্ৰাম কৰিবই। কৃতজ্ঞ মানুহে আশাব্যঞ্জক অভিধাৰে জীয়াই থকাৰ মানস কৰে বাবেই সমাজৰ এচাম সৃষ্টিশীল প্ৰেৰণাৰে উদ্বুদ্ধ জীৱনশিল্পীৰ, শিল্প-সত্ত্বাৰে সমাজলৈ আগ বঢ়োৱা বৰঙণিৰ বাবে স্বীকৃতি দিবলৈ' বিচাৰে। তেনে এক সৎ উদ্দেশ্য সাৰোগত কৰি কিছু সংখ্যক অনুভূতিশীল সজ লোকৰ সজ প্ৰচেষ্টাত বৰ্ণময় ব্যক্তিত্বৰ অধিকাৰী শ্ৰদ্ধেয় শ্ৰীযুত গিৰিশ চৌধুৰীদেৱলৈ অশীতিপৰ জীৱন-তাণ্ডৰণৰ মধুমৎ উদ্‌যাপন নিশ্চিতভাৱে প্ৰশংসনীয় আৰু ধন্যবাদাৰ্হ।

বিধাতাৰ এক অনুপম দান এই বিনন্দীয়া বিশ্বত মানুহ প্ৰজাতিৰ সৃষ্টি। ৰূপ, ৰস, গন্ধ, শব্দ, স্পৰ্শৰ অভিনৱ সংবেদনে মানুহক কৰিলে ঋদ্ধ আৰু মানুহৰ দুৰ্লভ জীৱন প্ৰয়াসৰ আধাৰত মানুহে লাভ কৰিলে সাংস্কৃতিক চেতনা; আৰু ইয়েই মানুহক অমৰত্বৰ অমৃতদান কৰাৰ বাবেই ঋষিসকলেও মানুহক নাম দিলে *'অমৃতস্য পুত্ৰাঃ'* -- বেদে ক'লে ৰসো বৈ সহ। আচৰিত কথা — সংবেদন সম্পদৰ অনন্য প্ৰভাৱৰ অনিবাৰ্য্যতাৰ

গুৰুত্ব দি ঋক্‌বেদেও কীৰ্তন কৰিলে –

ওঁ ভদ্ৰং কৰ্ণেভিশৃণুয়াম্ দেবাঃ

ভদ্ৰং পশ্যমাখ্যভি যজত্ৰাঃ।

যুগে যুগে এই উদাত্ত আহ্বান শুনি যুগে যুগে পৃথিবীৰ অমৃতপুত্ৰই অনন্ত সৌন্দৰ্য্য-স্পৃহা পূৰণৰ বাবে সংস্কৃতিৰ মাজত নিজক অন্বেষণ কৰিছে। কেৱল ভাত আৰু ৰুটিয়ে এইচাম কলাপিপাসু মানুহৰ ক্ষুধা পূৰণ কৰিব পৰা নাই – তাৰ বাবে বেলেগ আহাৰ লাগে – সিয়ে হ'ল - সংস্কৃতিৰ আহাৰ – বিনন্দীয়া বিশ্বৰ ৰূপসাধনা কৰিবলৈ হ'লে মানুহ কেনে হ'ব লাগিব – মহান মানবতাবাদী মেলিনস্কিয়ে দ্বিধাহীনভাবে জনাই দিছে ঃ 'To be a human being, then is to be cultured, to have some culture to some degree.'

সেই বাবেই নে কি সাংস্কৃতিক চেতনাৰে অশান্ত জীৱনশিল্পী শ্ৰদ্ধেয় গিৰিশ চৌধুৰীয়ে এই ভাত-ৰুটিৰ গণ্ডী অতিক্ৰমি কলা-সংস্কৃতি সাধনাত আজীৱন ব্ৰতী হৈ আহিছে।

*ভাগ্যেনৈতদ সম্ভৱতি*-ভাগ্যৰ অনুকূল অনিবাৰ্য্যতাতহে গিৰিশদাৰ দৰে মহান ব্যক্তিৰ অন্তৰঙ্গ সান্নিধ্যলৈ আহিছিলোঁ। এই প্ৰবন্ধ লিখক এসময়ত গিৰিশদাৰ সমগোত্ৰীয় চৰকাৰী পৰিবহণ বিভাগৰ কৰ্মচাৰী আছিল। প্ৰিয়বন্ধু সমাজপ্ৰাণ যোগীন গোস্বামীৰ আঁকোৰগোঁজ সিদ্ধান্তত এই অভাজনক যোৰহাটৰপৰা গুৱাহাটীলৈ বদলি কৰা হৈছিল। গিৰিশদাও পৰিবহণ বিভাগৰ এজন সৰ্বজন সন্মানিত কৰ্মচাৰী আছিল। সেই সময়ত অৰ্থাৎ ১৯৫৮ চনৰ সময়ত পৰিবহণ বিভাগটো এটা জাতীয় অনুষ্ঠান হিচাবে মানুহৰ মনৰ গভীৰত বিশ্বাস আৰু সভানুভুতিৰে প্ৰোথিত হৈছিল। প্ৰতিটো বিত্তীয় বছৰৰ অন্তত শুনা গৈছিল – কিমান লক্ষ টকা নিশ্চিতভাবে বিভাগটোৰ লাভ হৈছিল। কৰ্মচাৰী বাদেই, সৰ্বসাধাৰণ ৰাইজেও এই লাভজনক সংবাদত নিজেহে যেন লাভবান হৈছে এনে মনোভাবে প্ৰচাৰ লাভ কৰিছিল। চৰকাৰৰপৰা আৰম্ভ কৰি নিম্ন পৰ্য্যায়ৰ কৰ্মচাৰী পৰ্য্যন্ত নিষ্ঠা আৰু সততাৰে সু-পৰিচালনা কৰিবৰ অৰ্থে আত্মনিয়োগ কৰিছিল। এই পৰিবহণ বিভাগৰ দুৰ্দান্ত ফুটবল দলটোৱে এসময়ত

আলোড়নৰ সৃষ্টি কৰিছিল। কিন্তু অতি পৰিতাপৰ কথা চৰকাৰ তথা ৰাইজৰ এই সোণৰ কণী পৰা হাইঁজনীক কালক্ৰমত মন্ত্ৰী প্ৰমুখ্যে বিভাগীয় বৰ বৰ বিষয়া আৰু অন্য কিছু সংখ্যক লোভী কৰ্মচাৰীৰদ্বাৰা টেটু চেপি মৰা হ'ল। উল্লেখনীয় যে তাহানিৰ জয় জয় ময় ময় পৰিবহণ বিভাগটোৰ শক্তিশালী ইউনিয়নখনত গিৰিশ চৌধুৰী উপ-সভাপতি হিচাপে ওতপ্ৰোতভাৱে জড়িত আছিল আৰু এই প্ৰবন্ধ লিখক ইউনিয়নৰ সাংগঠনিক সম্পাদক হিচাপে চৌধুৰীদেৱৰ লগত ঘনিষ্ঠ সান্নিধ্যলৈ আহিছিল। পৰিবহণ বিভাগৰ সেই নামজ্বলা শক্তিশালী ইউনিয়নখনৰ জৰিয়তেই স্ব-স্ব প্ৰতিভাৰে প্ৰোজ্জল ˚ সৰ্বেশ্বৰ বৰদলৈ, ˚ অতুল চন্দ্ৰ শইকীয়া, ˚ প্ৰভাত চন্দ্ৰ বৰুৱা শ্ৰীযোগীন গোস্বামী, শ্ৰীগিৰীশ চন্দ্ৰ চৌধুৰী, নৰেন বৰুৱা প্ৰভৃতি বিশিষ্ট গুণবান ব্যক্তিসকলৰ সংযোগ ঘটিছিল। এইসকল সদাশয় ব্যক্তিসকলে অসমৰ শ্ৰমিক আন্দোলন তথা শ্ৰমিক কল্যাণৰ সন্দৰ্ভত চিন্তা-চৰ্চা কৰাৰ উপৰিও সক্ৰিয়ভাবে জড়িত হৈছিল।

সংস্কৃতিৰ লগতে সাহিত্যৰ প্ৰতিও চৌধুৰীদেৱৰ অনুৰাগ আৰু দখল থকাৰ বাবেই ইউনিয়নৰ মুখপত্ৰ *পৰিবাহিকাৰ* সম্পাদকৰ দায়িত্ব তেওঁৰ ওপৰত সানন্দে ন্যস্ত কৰা হৈছিল আৰু তেৰোঁ উৎসাহ আৰু আনন্দেৰে ইয়াক গ্ৰহণ আৰু বহন কৰিছিল। আলোচনীখনৰ নামকৰণ (পৰিবাহিকা) এই অভাজনৰদ্বাৰা কৰা হৈছিল বাবে প্ৰথম বছৰ প্ৰথম সংখ্যা প্ৰকাশত আলোচনী নামকৰণ কৰা ব্যক্তি হিচাবে এই অভাজনৰ নাম ছপা কৰিছিল। আলোচনীত সাধাৰণতে নামকৰণ কৰা ব্যক্তিৰ নাম নাথাকে বাবে নিজকে অপৰাধী যেন লাগি যেতিয়া গিৰিশদাক মৃদু আপত্তিৰ সুৰেৰে মনোভাৱ প্ৰকাশ কৰা হৈছিল -- তেতিয়া তেওঁ এবাৰ মূল্যবান কথাৰে মোক জব্দ কৰি কৈছিল -- *"কৃতজ্ঞতা আৰু ঋণ স্বীকাৰ কৰা কাৰ্য্য উদ্দীপনাৰ কাৰক।*

এই *পৰিবাহিকা* এটা বিভাগৰ আলোচনী হ'লেও আলোচনীখন সৰ্বপ্ৰকাৰে সাহিত্যগুণসম্পন্ন কৰি তোলাৰ বাবে তেওঁ অহোপুৰুষাৰ্থ কৰিছিল। তেওঁৰ একান্ত নিষ্ঠা আৰু একাগ্ৰতাৰ বাবেই কেইবা বছৰো আলোচনীখন চলি আছিল। অৱশেষত বিভাগটোৰ দৰেই নানান কাৰণত আলোচনীখনৰ প্ৰকাশ বন্ধ হৈ গৈছিল। এই অনাকাঙ্খিত কাৰ্য্যই গিৰিশদাৰ

মনত দুখ দিছিল।

গিৰিশ চৌধুৰীৰ মহৎ হৃদয়ৰ সম্ভেদ যি পাইছে, তেওঁলোক চিৰতৰে চৌধুৰীদেৱৰ গুণমুগ্ধ হৈ ৰ'বলৈ বাধ্য। কোনো লোকৰ যদি প্ৰতিভাৰ লক্ষণ দেখে, চৌধুৰীদেৱে সেই প্ৰতিভাৰ প্ৰকাশ আৰু উন্মেষৰ বাবে সক্ৰিয়ভাৱে উৎসাহিত কৰে। এইটো আচলতে মহৎ লোকৰ লক্ষণ। *পৰিবাহিকাৰ* প্ৰথম সংখ্যাত প্ৰকাশ হোৱা মোৰ *সংবাদ* নামৰ কবিতাটোৰ খেও ধৰি তেওঁৰ নিৰপেক্ষ স-প্ৰসংগ অভিমত মোৰ নিৰামিষী সাহিত্যিক জীৱনৰ অৰিহণাত প্ৰেৰণাৰ মূল্যবান বৰঙণি আছে। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ নাট বিভাগৰ স্বীকৃত শিল্পী হিচাবে সুযোগ লাভ কৰাৰ ক্ষেত্ৰতো চৌধুৰীদেৱৰ প্ৰেৰণা মই স্বীকাৰ কৰিবই লাগিব। গুৱাহাটীত থকা কালছোৱাত তেওঁ ৰূপদান কৰা যি কেইখন নাটৰ অভিনয় দেখিছিলোঁ --- সেই দৃশ্য স্মৃতিত অদ্যাপি অমলিন হৈ আছে। নাট্যপ্ৰভাকৰ শ্ৰদ্ধেয় শ্ৰীযুত সত্যপ্ৰসাদ বৰুৱাদেৱৰ ৰচিত-পৰিচালিত *জ্যোতিৰেখা* নাটত গিৰিশদাই নায়ক জ্যোতিৰ চৰিত্ৰত চিত্তাকৰ্ষক ৰূপদান কৰাৰ স্মৃতিও অমলিন হৈ আছে। তেওঁৰ সংস্পৰ্শৰ পৰিপাৰ্শ্বেদি গৈয়েই উল্লিখিত নাটত মই সাতোলাৰ অভিনয়ত ৰূপদান কৰি বিখ্যাত কলামোদী, অভিনয় শিল্পত দক্ষ ব্যক্তি শ্ৰদ্ধেয় বৰুৱাদেৱ আৰু চৌধুৰীদেৱৰ প্ৰশংসা লভিছিলোঁ।

উল্লেখ কৰা বাঞ্চনীয় পৰিয়ালৰ দায়িত্ব, চাকৰিৰ দায়িত্ব, ইউনিয়নৰ নিৰহনিপানী ব্যস্ততাৰ মাজেদি ছুটী লৈ তেওঁ আজি প্ৰায় দুকুৰি বছৰৰ আগতে অশান্ত শিল্পী সত্ত্বাৰ তাগিদাত অজস্ৰ ব্যক্তিগত অসুবিধা আওকাণ কৰিও বোলছবি নিৰ্মাণৰ দৰে দুষ্কৰ সমস্যাৰে গধুৰ কাৰ্য্য কান্ধপাতি লৈ তাক সম্পূৰ্ণ কৰি তুলিছিল। এই সমস্যাবহুল বোলছবি নিৰ্মাণ কাৰ্য্যত তেওঁৰ সুযোগ্য ভাতৃ শিল্পী-নাট্যকাৰ পৰিচালক অনিল চৌধুৰীদেৱে ছাঁৰ দৰে থাকি সহায় কৰাৰ উপৰিও *মাটিৰ স্বৰ্গ* বোলছবিখন দক্ষতাৰে পৰিচালনাও কৰিছিল। বলিষ্ঠ কাহিনী আৰু উচ্চ মানবিশিষ্ট মনোৰম সঙ্গীতেৰে সমৃদ্ধ আজিৰপৰা চাৰি দশকৰ আগৰ *মাটিৰ স্বৰ্গ* নামৰ কথাছবিখন নিৰ্মোহ কলাত্মক দৃষ্টিভঙ্গীৰে লক্ষ্য কৰি এক যোগাত্মক অৱদান বুলি ক'ব পাৰি। এইখিনিতে এষাৰ কথা নক'লে -- অকৃতজ্ঞতাৰ দোষে

চুব। সংবেদনশীল উদাৰ নাট্যপ্ৰেমী আৰু স্নেহ-পৰায়ণ গিৰিশদাৰ অনুগ্ৰহতে উল্লিখিত কথাছবিখনত এটি ভোগবাদী যুৱকৰ চৰিত্ৰত অৰ্চনা দাসৰ (এতিয়া বিখ্যাত গায়িকা, মহন্ত) বিপৰীতে ৰূপদান কৰাৰ সুযোগ পাইছিলোঁ। তেওঁৰ নেতৃত্বতে চলচ্চিত্ৰ দলটোৰ লগত গৈ তেওঁৰ পৰিয়ালৰ এজন সদস্য হৈ ডেৰমাহ কাল কলিকতাত ইনড'ৰ-আউটড'ৰ চুটিঙত তেওঁৰ তত্বাবধানত যথাশক্তি সক্ৰিয় অংশ গ্ৰহণ কৰিছিলোঁ। কলাজ্ঞানৰ সীমিত অভিজ্ঞতাৰে মই ক'ব খোজোঁ — অভিনয়ত — সংলাপ নিক্ষেপণ-কলাশৈলীত নটসূৰ্য্য ফণী শৰ্মা, সুদক্ষ অভিনেতা তছদ্দুক ইউচুক আৰু গিৰিশ চৌধুৰীৰ অনন্য কলা-কুশলতাৰ মিল দেখা যায়। বাংলা নাটৰ অভিনয়ত গিৰিশ চৌধুৰীক *বাঘা কলাকাৰ* বুলি ক'বলৈহে মন যায়। সেই দিশেৰে চিন্তা কৰি·গিৰিশ চৌধুৰীদেৱৰ ওপৰত আৰোপিত কৰা *নটসম্ৰাট* খিতাপ নিশ্চিতভাৱে যথাৰ্থ বুলি পতিয়ন যাব পাৰি।

আগতে উল্লেখ কৰা হৈছে গিৰিশদাৰ ঘৰখন পাচলৈ মোৰ নিজা ঘৰ হৈ উঠিছিল। অনিলদাৰ বিবাহত, বয়সৰ তাৰতম্য থকা সত্বেও মই কেৱল আত্মীয়তাৰ আধাৰতে ঘটক আৰু সখি হৈ ভূমিকা গ্ৰহণ কৰিছিলোঁ। গিৰিশদা যেতিয়া পিতৃত্বৰ প্ৰথম গৌৰৱৰ অধিকাৰী হৈছিল — তেওঁৰ পুত্ৰ সন্তানৰ নাম পিতৃৰ ৰাশিৰে একে ৰাশি কৰি মই নিৰ্বাচন কৰিছিলোঁ গৌতম। শিল্পপ্ৰাণ মাখন দেৱানৰ লগত বয়সৰ সামান্য তাৰতম্য থাকিলেও ৰাজহুৱা কাম আৰু অনুষ্ঠানৰ সৰ্বক্ষণৰ সঙ্গী আছিলোঁ। ইমান স্নেহ আৰু মহত্বৰ দুয়োজনৰ প্ৰয়াণৰ কালতো উপস্থিত থাকিব নোৱাৰাটো এই দুৰ্ভগীয়াৰ বাবে চিৰদিনীয়া আত্মপীড়নৰ কাৰণ হৈ থাকিব।

চৌধুৰীদেৱৰপৰা নাতিদূৰত ইউনিয়নৰ কাৰ্য্যালয়েই মোৰ আবাস স্থান হোৱাত তেওঁৰ সান্নিধ্যৰ বাবেই তেওঁৰ বৃহৎ পৰিয়ালৰ লগত ঘনিষ্ঠ হৈ উঠিছিলো। গিৰিশদাৰ বুকুখন বহল বাবেই নে কি সকলোকে তাত আশ্ৰয় দিছিল। সম্ভৱ তাৰে প্ৰমাণ কৰি অনেকে গিৰিশদাক 'বুকু মামা', 'বুকু দাদা', 'বুকু খুৰা' আদি মনোৰম সম্বোধনেৰে, স্নেহেৰে বন্ধন কৰিছিল। এইজন গিৰিশ চৌধুৰীৰ বহুবৰ্ণময় জীৱনৰ আলেখ্য লিখি শেষ কৰিব নোৱাৰি।

জীৱনত পৰিপাটি, সুৰুচিপূৰ্ণ কাৰ্য্যক্রমণিকা, মাৰ্জিত আচৰণ, সুশীল আত্মসচেতনতা, স্নেহপৰায়ণ আৰু নন্দনতাত্বিক অভিধাৰে এইজন গিৰিশ চৌধুৰী মধুসংলাপী - অজাতশত্রু এজন মহৎ ব্যক্তি। বহুদিন ধৰি গিৰিশদাৰপৰা নিলগত আছোঁ; কিন্তু প্ৰত্যয়েৰে ক'ব পাৰোঁ পথৰ দূৰত্বই হৃদয়ৰ নৈকট্য নকমায়।

শতেক শৰৎ তেওঁ জীয়াই থাকক......

জীৱেৎ শৰদঃ শতং।......



# শ্ৰদ্ধা জনাইছোঁ গিৰিশদাক...

নিপন গোস্বামী

পুনেৰ ফিল্ম ইনষ্টিটিউটত প্ৰশিক্ষণ লৈ আমি প্ৰথম *সংগ্ৰাম* ছবিখনত অভিনয় কৰোঁতে শ্ৰদ্ধেয় গিৰিশ চৌধুৰীদেৱৰ বিষয়ে গম পাইছিলোঁ। তাৰ আগতে তেজপুৰৰ দৰং কলেজত পঢ়ি থাকোঁতে শ্ৰদ্ধেয় চৌধুৰীৰ বিষয়ে আলোচনী আৰু কাকতৰ মাধ্যমেৰে কিছু জানিবলৈ সুবিধা পাইছিলোঁ। তেওঁৰ সংস্পৰ্শলৈ আহোঁ ১৯৭৩ চনৰপৰা।

মই ভাৰতবৰ্ষৰ বহুতো মানুহক লগ পাইছোঁ, কিন্তু গিৰিশদাক বহুতো মানুহৰ তুলনাত ব্যতিক্ৰম ব্যক্তিত্বৰ মানুহ হিচাবে পাইছোঁ। তেওঁলোকৰ ঘৰখন, মই গুৱাহাটীত স্থায়ীভাৱে থাকিবলৈ লোৱাৰেপৰা ভাতঘৰ আছিল। সেই ঘৰখনৰ সকলোখিনি মানুহ বৰ মৰমীয়াল। মাজে মাজে গিৰিশদাক মোৰ নিজৰ দেউতা বুলিয়েই ভাব হয়। তেওঁৰ পৰিবাৰ, তেওঁৰ ভায়েক অনিলদা, ভাই বোৱাৰী বৰুণা বৌ, ভাগিন মাখনদা, ভাগিন বোৱাৰী অনু সকলোৰে মৰম মোৰ জীৱনত পাহৰিব নোৱাৰা মৰম।

গিৰিশদাৰ লগত মই দুখনমান কথাছবিত জড়িত আছিলোঁ। তেওঁৰ অমায়িক ব্যৱহাৰ, পিতৃসুলভ স্নেহ আজিৰ সময়ত ভাবিব নোৱাৰা কথা।

তেওঁৰ আশী বছৰীয়া জন্মদিনত সম্বৰ্দ্ধনা জনাবলৈ ওলোৱাত মোৰ সমান আনন্দ কোনোৱাই পাইছে যদিও নাজানোঁ। মই বৰ আনন্দিত।

অসমৰ নাট্যজগতত গিৰিশদাৰ অৱদান আপুৰুগীয়া। তেওঁৰ এই ক্ষেত্ৰত ত্যাগ অতুলনীয়। অভিনয়ৰ লগতে তেওঁ আজি প্ৰায় ষাঠিটা বছৰ ওতপ্ৰোতভাৱে জড়িত হৈ আছে। এনে একোগৰাকী লোকৰ বিশিষ্ট অৱদান আৰু জীৱনাদৰ্শই সময়ৰ বালিত বহু কাললৈকে সাঁচ বহুৱাই যায়। সেই সাঁচৰ জ্যোতিয়ে আমাৰ স্মৃতিৰ মণিকোঠা উজ্বল কৰি ৰাখে।

গিৰিশদাই আজিলৈকে অভিনয়ৰ বাবে কৰা ঐকান্তিক প্ৰচেষ্টাৰ মূল্যায়ন কৰাৰ সময় আহিছে। শিল্পী-সাহিত্যিকক উপযুক্ত স্বীকৃতি আৰু

মৰ্য্যাদা দিবলৈ বৰ্তমান আমাৰ সমাজ কাৰ্য্যকৰীভাৱে সচেতন হোৱা উচিৎ।

প্ৰবন্ধ বা ভাষণৰে দিয়া স্বীকৃতিয়েইতো সকলো নহয়। শিল্পীৰ বাবে স্বচ্ছন্দ জীৱনধাৰণৰ ব্যৱস্থাসমূহ সমাজৰ অকৃত্ৰিম স্বীকৃতি আৰু সহজ জনসাধাৰণৰ মৰম নিদৰ্শন— এইবিলাকৰ অভাবে বহু শিল্পীৰ জীৱনলৈ চৰম হতাশা কঢ়িয়াই আনে আৰু অভিমানী শিল্পীসকলে নিজৰ দেহ-মনৰ ওপৰত বহু সময়ত বীতশ্ৰদ্ধ হৈ পৰে। বহু গুণী শিল্পী আমাৰ মাজৰপৰা এনেদৰে অকালতে আঁতৰি যায়। তাৰ ফলত তেওঁলোকৰ ব্যক্তিগত ক্ষতিতকৈ আমাৰ সমাজ-সংস্কৃতিৰ ক্ষেত্ৰত অধিক ক্ষতি হয়। আজিৰ এই সম্বৰ্দ্ধনা অনুষ্ঠানৰ আয়োজন আৰু সদিচ্ছা দেখি বৰ্তমানৰ সমাজ কিছু পৰিমাণে সচেতন হোৱা যেন অনুমান হৈছে।

অভিনয়ক জীৱনৰ সৰ্বস্ব কৰি এই কলাৰ সাধনা, বিকাশ আৰু সংগঠনৰ কামত আজিলৈকে নিজকে উৎসৰ্গ কৰা গিৰিশদাৰ আশী বছৰীয়া জন্মদিনটোলৈ মোৰ শ্ৰদ্ধা জনাইছোঁ। অসমত অভিনয়ৰ বাবে ব্যৱসায়িক ভিত্তি বৰ্তমানে কিছু পৰিমাণে গঢ়ি উঠিছে যদিও যিমান হ'ব লাগিছিল সিমান হোৱাগৈ নাই। গিৰিশদাই অভিনয় আৰম্ভ কৰা সময়ত অভিনয় কৰাটো বেয়া ল'ৰাৰ কাম বুলি বিবেচিত হৈছিল, আৰু অভিনয়ৰ প্ৰতি যি সময়ত অকণো আদৰ নাছিল সেই সময়ত গিৰিশদাই অদ্ভুত প্ৰত্যয় আৰু নিষ্ঠাৰে অভিনয় কৰাটো এক অবিস্মৰণীয় জীৱনাদৰ্শৰ উদাহৰণ।

গিৰিশদাৰ অৱদানলৈ চাই তেওঁ অন্ততঃ *সংগীত নাটক একাডেমীৰ*পৰা সন্মানিত হোৱাটো উচিৎ বুলি মই ভাবোঁ। গিৰিশদাৰ দীৰ্ঘায়ু কামনা কৰিলোঁ আজি আমাৰ সকলোৰে বাবে এই মধুৰ দিনটোত।



# আশীৰ্বাদ বিচাৰি

চেতনা দাস

গিৰিশ খুৰা, অনিল খুৰা আৰু মাখনদা, সৰুৰেপৰা দেউতাৰ মুখৰপৰা শুনি অহা নাম। চাকৰিৰ সংক্ৰান্তত দেউতা-আমি আটাইয়ে এসময়ত ৰিহাবাৰীৰ ভাড়াঘৰত আছিলোঁ। সৰুতে নাটক চাবলৈ দেউতা-মাইঁতে লৈ গৈছিল যদিও ইমান মনত নাছিল। ১৯৭৫ চনত সাংস্কৃতিক সঞ্চালকালয়ৰ নাট বিভাগত শিল্পী হৈ চাকৰিত অংশ গ্ৰহণ কৰিছিলোঁ। সেই সময়ত, এইসকল ব্যক্তিৰ সান্নিধ্য লাভ কৰিছিলোঁ মঞ্চ, অনাতাঁৰ, দূৰদৰ্শনৰ যোগেদি। তাতোকৈ সৌভাগ্যৱতী বুলি অন্তৰৰে অনুভব কৰিছিলোঁ, যেতিয়া মঞ্চত তেওঁলোকৰ অভিনয় চাইছিলোঁ। সেই সময়ত প্ৰায়েই *ৰবীন্দ্ৰ ভৱনত* নাটক হৈ আছিল। *গৃহলক্ষ্মী, জটায়ু, বিবৰ্তন, চকৰী* আদি উলুবাৰীৰ নাটক থিয়েটাৰ কৰা এচাম যুৱকে সঘনে নাটকত আগভাগ লৈছিল। সেই সকলৰ ভিতৰত প্ৰফুল্ল শৰ্মা, প্ৰকাশ বৰ্মন, হিলুদা, অমূল্য কাকতি, খগেন দাস, বিৰাজ দাস, মোৱাজ্জিন, আটোৱাৰ ৰহমান, ইন্দ্ৰ বণিয়াদেৱ আৰু বহুতো। চকৰী নাটকত গিৰিশ খুৰাদেউৰ যি অভিনয় এটি চৰিত্ৰ মদাহীৰ চৰিত্ৰ। বহুতো মদাহী নাটকৰ চৰিত্ৰ মঞ্চৰ যোগে লগ পাইছোঁ। অলপো সুৰাপান নকৰাকৈ মোৰ মনত ৰেখাপাত কৰা অবিস্মৰণীয়, অভূতপূৰ্ব দুৰ্দান্ত অভিনয় যাক মই ভাষাৰে বুজাব নোৱাৰোঁ। তেওঁ ইমান সুন্দৰকৈ চৰিত্ৰটিৰ মাজত সোমাই পৰিছিল যে এতিয়াও দৃশ্যটি মোৰ চকুৰ আগত ভাঁহি উঠে।

আমাৰ সেই সময়ত অফিছৰ নাট বিভাগৰ এটা নিয়ম আছিল যে আমি প্ৰত্যেকখন নাটক চাবই লাগিব আৰু পিছদিনাখন সেই নাটকখনৰ বিষয়ে সম্যক পৰ্য্যালোচনা আৰু নাটকৰ চৰিত্ৰ সমূহৰ বিশ্লেষণ কৰি আমাৰ পৰম শ্ৰদ্ধাৰ দুলালদাৰ ওচৰত দাখিল কৰিব লাগিব। নাটক চাব নোৱাৰাৰ কোনো কাৰণ দৰ্শাব নোৱাৰিছিলোঁ; অৰ্থাৎ নাটকখন নাচালে ক্ষমা নাছিল। খুৰাদেউহঁতে মঞ্চস্থ কৰা নাটক আমাৰ বাবে পাঠ আছিল। নাটক সম্পৰ্কে আলোচনাত— শ্ৰদ্ধেয় ৰুদ্ৰ বৰুৱাদেৱ, কৃষ্ণমূৰ্তি হাজৰিকাদেৱ আদিয়েও ভাগ লৈছিল আমাৰ এনেবোৰ মিঠা, মিঠা মুহূৰ্তবোৰত।

প্ৰকৃততে এই মহান ব্যক্তিসকলৰ জীৱন আছিল নাটক-থিয়েটাৰৰ নামত উৎসৰ্গিত। মোৰ বাবে সদায়েই চানেকী।

গুৱাহাটী দূৰদৰ্শন আৰম্ভ হৈছিল প্ৰথমতে মহেন্দ্ৰ মোহন হস্পিতালৰ কেইটামান কোঠালীত। সেই সময়ত ৰবি, স্বৰ্গাৰোহন, ভূতবাঢ়নী, জুপুৰী ইত্যাদি এই নাট কেইখনৰ ভিতৰত এখন নাটক আছিল-- ড° ভবেন্দ্ৰনাথ শইকীয়াৰ *সোণৰ খাডু।* এই নাটকত মোৰ শহুৰৰ চৰিত্ৰটি ৰূপায়ণ কৰিছিল গিৰিশ খুৰাদেউৰে। খুৰাদেউৰ সংলাপ প্ৰক্ষেপণৰ স্পষ্টতা সঁচাকৈয়ে মন কৰিবলগীয়া। *বোৱাৰী তোমাৰ হাতৰ খাডুযোৰ?* অবাক হৈ মোৰ চকুলৈ চাই ৰৈছিল। কেই চেকেণ্ডমানৰ মৌনতাই মোৰ চকুলৈ লোতক বোৱাই আনিছিল। সেই মুহূৰ্তত মোৰ স্বৰ্গগত শহুৰ দেউতাৰ ছবিখন মনলৈ আহিছিল। অভিনয় কৰাৰ সময়ত সম্পূৰ্ণ সহযোগিতা মনে-প্ৰাণে পাইছিলোঁ। এনে বহুবিলাক মিঠা সোঁৱৰণীৰ কথা ভাবিলে আনন্দত চকুলো ওলায়।

প্ৰায়েই অফিছে পতা অনুষ্ঠান আৰু সভা সমিতিবোৰৰ চিঠি বিলাবলৈ যাওঁ। মোৰো বিশেষ, বিশেষ চিঠি বিলোৱাত আগ্ৰহো নোহোৱা নহয়। কিয়নো এনে সুযোগতে এই মহান ব্যক্তিসকলক লগ পোৱাৰ, সুখৰ দুঃখৰ ভাব বিনিময় কৰাৰ সৌভাগ্য ঘটে। তাৰোপৰি মই নিজে গৈ মাতিলে এওঁলোক কোনো সভালৈ বা নাটক-থিয়েটাৰলৈ নহাকৈ নাথাকে। কেতিয়াবা খুৰাদেউৰ সৈতে অনিল খুৰা অথবা মাখনদা। কোনোবা এগৰাকী নহাকৈ থাকিলে কাষত থিয় হৈ সুধিছিলোঁ গৈ, চেনেহৰ দাবীত অভিমানো কৰিছিলোঁ।

মই আজি ন দি ক'ব পাৰো। কেবল মোৰ বাবেই নহয়, আমাৰ যিসকল সংস্কৃতিৰ পথাৰত কাম কৰা *বনুৱা* আছে সকলোৰে প্ৰতি অকৃপণ ভালপোৱা আশীৰ্বাদ আছে খুৰাদেউৰ।

কৈ শেষ কৰিব নোৱাৰি, লিখিও শেষ কৰিব নোৱাৰি— খুৰাদেউৰ লগত কথা পাতিলে কিমান সময় পাৰ হৈ যায় ক'বকে নোৱাৰো। কাহানিবা বন্ধু-বান্ধৱীৰ লেখিয়াকৈও পাতে কথা।

অকণো অহংকাৰ, মই-বৰ ভাব পোৱা নাই মই এই মানুহজনৰ মাজত। ইমানবোৰ গুণৰ অধিকাৰী ইমান মৰমিয়াল খুৰাদেউ তেওঁৰ ৮০ তম জন্মদিনত আশীৰ্বাদ বিচাৰিহে মই মোৰ অনুভৱেৰে দুআষাৰ লিখিলো।



# মই জনা গিৰিশ মামাজন

ডবিন হাজৰিকা

অসমৰ ছবি আৰু নাট্যজগতৰ এটি চিনাকি নাম গিৰিশ চৌধুৰী। সকলোৰে শ্ৰদ্ধাৰ, মৰমৰ এই ব্যক্তিজনৰ লগত সৰুৰেপৰাই পৰিচিত আছিলোঁ তেওঁৰ সুকীয়া মাতৰ বৈশিষ্ট্যৰে। ৰেডিঅ'ত তেওঁৰ মাত শুনিলেই কৈ দিব পাৰোঁ সেয়া আন কোনো নহয় গিৰিশ চৌধুৰী। তেতিয়া অৱশ্যে মানুহজনৰ লগত মোৰ পৰিচয় হোৱা নাছিল। মাতটো শুনি কল্পনা কৰিছিলোঁ মানুহজন কিজানি খুউব মৰমিয়াল হ'ব। কল্পনা আৰু বাস্তৱৰ মাজত বহুত পাৰ্থক্য থাকে। কল্পনা যেতিয়া বাস্তৱত পৰিণত হয় তেতিয়া যে কি ভাল লাগে সেই কথা বুজাব নোৱাৰি। গিৰিশ চৌধুৰীৰ ক্ষেত্ৰত মোৰো সেয়ে ঘটিছিল। চাকৰি জীৱন আৰম্ভ কৰিছোঁহে মাত্ৰ। তেওঁৰ লগত পৰিচয় হোৱাৰ সৌভাগ্য ঘটিল। তেওঁৰ ভাগিন মাখন দেৱান আৰু ভাগিন বোৱাৰী অনু দেৱানৰ লগত একেলগে একেটা অফিচতে কাম কৰাৰ পাছত, মাখনদা আৰু অনু বাইদেউৰপৰা ভনীয়েকৰ মৰম পাই তেওঁলোকৰ ঘৰখনলৈ আহ-যাহ কৰিবলৈ ল'লো। সৌভাগ্যক্ৰমে গিৰিশ চৌধুৰী, অনিল চৌধুৰী দুয়ো মোৰো মামা হৈ পৰিল, আপোনতকৈও আপোন হৈ পৰিল। এই সংস্কৃতিবান আদৰ্শ পৰিয়ালটোৰ কথা মোৰ সদায় মনত থাকিব। অনু বাইদেউ আৰু মাখনদাক লগ পাবলৈ গ'লেও গিৰিশ মামা, অনিল মামা, ইন্দ্ৰাণী (তুতু) মামী, বৰুণা মামী সকলোৱে ওলাই আহি বহি হেঁপাহেৰে কথা পাতে। গিৰিশ মামাৰ ল'ৰা-ছোৱালী-বোৱাৰীয়ে ওলাই আহি মাত দিয়ে। অনিল চৌধুৰীৰ পত্নী বৰুণা চৌধুৰী, মাখন দেৱানৰ পৰিয়াল এই সকলোবোৰে একেখন ঘৰতে গিৰিশ মামা, ডাঙৰ মামীৰ ছত্ৰছায়াত থাকি একেটা চৰুতে ভাত ৰান্ধি খোৱা দেখি অভিভূত হৈ পৰিছিলোঁ। সময়ে তেওঁলোকক পৰিবৰ্তন কৰিব পৰা নাই। সকলোৰে মিলিত প্ৰচেষ্টাত গুৱাহাটীৰ নিচিনা ঠাইত পুৰণি পৰম্পৰা অটুট ৰাখি এতিয়াও যৌথ পৰিয়াল হিচাবে আছে এই ঘৰখন। এনে দৃষ্টান্ত আজিৰ যুগত অতি বিৰল। মোৰ ভাব হয় গিৰিশ মামাক ঘৰখনৰ সকলোৱে সমানে শ্ৰদ্ধা কৰে আৰু ভাল পায় বাবেই হয়তো তেওঁলোক আজিও এইদৰে মিলাপ্ৰীতিৰে থাকিব পাৰিছে।

এতিয়া সেইখন ঘৰলৈ গ'লে দুজন মানুহৰ অনুপস্থিতি বৰকৈ অনুভৱ কৰোঁ। সেয়া হৈছে আমাৰ সকলোৰে মৰমৰ মাখনদা আৰু শ্ৰদ্ধাৰ অনিল মামা। মাখনদাই মই ৰন্ধা খাই খুউব ভাল পাইছিল। তেওঁ অসুস্থ হোৱাৰ কেইদিনমান আগতে এদিন অফিচলৈ আহিছিল। মোক কৈছিল ঃ *ডৰিন! তোমাৰ ওচৰলৈকে আহিলোঁ অনুৰোধ এটা লৈ।* মই কি বুলি সোধোঁতে কৈছিল ঃ *অহা কাইলৈ অনু পুনাৰপৰা আহি পাব। তুমি আমাৰ ঘৰলৈ গৈ তোমাৰ হাতেৰে পোলাও আৰু হালুৱা অলপ ৰান্ধি দিব লাগে। অনুক অলপ চাৰপ্ৰাইজ দিব খুজিছোঁ।* পিছদিনা মই গৈ পোলাও আৰু হালোৱা ৰান্ধি দিছিলোঁ। মাখনদাৰ অনু বাইদেউৰ প্ৰতি থকা মৰম দেখি অবাক হৈছিলোঁ। আমাৰ এওঁলৈ বুলি হালধি পাতত বান্ধি সৰু মাছৰ পিটিকা বনাই মোৰ হাতত মাখনদাই দি পঠাইছিল আৰু কৈছিল ঃ *অনু আহিলে আমাৰ ঘৰতে একেলগে এসাজ খাম দিয়া। ডৰিন তুমি মাংস ৰান্ধিবা মই মাছ ৰান্ধিম।*

হঠাতে মাখনদা অসুস্থ হৈ পৰা বুলি শুনি দৌৰ মাৰিছিলোঁ হস্পিতাললৈ। অনু বাইদেৱে কৈছিল ঃ *হেৰা! ডৰিন আহিছে।* মাখনদাই এখন হাতেৰে মোৰ হাতত ধৰি বৰ কষ্টেৰে কৈছিল ঃ *বৰ যন্ত্ৰণা!* মাখনদাৰ মুখৰ সেই শেষ কথা শুনিলো।

মাখনদাৰ জৰিয়তে বিভিন্ন অনুষ্ঠানৰ লগত জড়িত হোৱাৰ সুযোগ পাইছিলোঁ, *গুৱাহাটী শিল্পী সংঘৰ* সভ্য হৈছিলোঁ। *ভাৰতীয় গণনাট্য সংঘৰ* সভ্য হৈছিলো। গিৰিশ মামাৰ দৰে এজন মহান ব্যক্তিৰ সান্নিধ্যলৈ অহাৰ সুযোগ পাইছিলোঁ। সাংস্কৃতিক জীৱনত গিৰিশ মামাৰ লগত একেলগে অভিনয় কৰাৰ সৌভাগ্য ঘটা নাই যদিও একেখন ছবিত *আই মোৰ জনমে জনমেত* অভিনয় কৰাৰ সুযোগ এটা পাইছিলোঁ।

এই মহান শিল্পীজনৰ আশী বছৰীয়া জন্মদিন উপলক্ষে দুষাৰ লিখিবলৈ পাই নিজকে ধন্য মানিছোঁ। প্ৰাৰ্থনা কৰিছোঁ, তেওঁ দীৰ্ঘায়ু হওক, তেওঁৰ মৰম যেন সদায় এনেদৰেই পাই থাকোঁ। বিয়াৰ পিছত আমাক দৰা-কইনাক ভাত খাবলৈ মাতি তেওঁ যিদৰে আশীৰ্বাদ দিছিল ঠিক সেইদৰে মোৰ পাঁচবছৰীয়া ছোৱালীজনীকো তাইৰ বিয়াৰ পাছত যাতে আশীৰ্বাদ দিবলৈ পায়,-তাকেই ভগৱানৰ ওচৰত কামনা কৰিলোঁ।

✤✤✤✤

# গিৰিশ চৌধুৰীৰ আশী বছৰীয়া জন্মদিবসত

# একাঁজলি শ্ৰদ্ধা

**দীপালী দাস ভূঞা**

১৯৭২ চন মানৰ কথা। সেই সময়ত মই অসম চৰকাৰৰ সাংস্কৃতিক বিভাগৰ এগৰাকী নৃত্যশিল্পী। ৰবীন্দ্ৰভৱন আমাৰ কৰ্মস্থল। সত্যপ্ৰসাদ বৰুৱাদেৱ সঞ্চালক। অসমৰ ইমূৰৰপৰা সিমূৰলৈ নৃত্য-গীত আদি পৰিবেশন কৰাৰ উপৰি ভাৰতৰ বিভিন্ন প্ৰান্তত আমি নৃত্যগীত আদি পৰিবেশন কৰোঁ। এদিন আজৰি সময়ত আমি সকলো শিল্পীয়ে বহি থকাৰ পৰতে সত্যপ্ৰসাদ্ বৰুৱাদেৱে (টমিদা) আমাক যশস্বী নাট্যকাৰ প্ৰবীণ ফুকন ৰচিত নাট *চকৰী* মঞ্চস্থ কৰাৰ কথা ক'লে। ভাবিলোঁ নাচি নাচি আমনি লাগিছে, নাটক এখন কৰিব পালে ভালেই লাগিব। আমাৰ বিভাগীয় শিল্পীৰ উপৰিও কেইবাগৰাকী বিশিষ্ট নাটশিল্পীক আমন্ত্ৰণ জনোৱা হ'ল। তাৰ ভিতৰত গিৰিশ চৌধুৰী, দিনেশ দাস, চাকিৰ হাজৰিকা আদি আছিল অন্যতম।

গিৰিশ চৌধুৰী সু-অভিনেতা; লগতে সুপৰিচালনাতো বিশিষ্ট ধাৰাৰ আগৰণুৱা বাটকটীয়া।

দাদাক অৱশ্যে মই অনাতাঁৰ নাটকত প্ৰথমে লগ পাওঁ। মই তেতিয়া কম বয়সৰ। বয়োজ্যেষ্ঠ শিল্পীগৰাকীক লগ পাওঁতে তেওঁৰ আকৰ্ষণীয় ব্যক্তিত্বই মোক উৎসাহ দান কৰিছিল। তেওঁৰ প্ৰতি মোৰ সম্ভ্ৰম অগ্ৰজৰ প্ৰতি অনুজৰ।

ৰবীন্দ্ৰ ভৱনত প্ৰবীণ ফুকনৰ নাট *চকৰি* বাৰটা প্ৰদৰ্শনী সাংস্কৃতিক শাখাই প্ৰযোজনা কৰিছিল। কম কথা নহয়— একেৰাহে বাৰ নিশা অভিনয় চলাই যোৱা। *চকৰি* নাটত দাদাৰ চৰিত্ৰটি বসন্ত কেৰাণী। মই তেওঁৰ পত্নী তৰুলতা। বলিষ্ঠ অভিনয়েৰে দৰ্শকক মুগ্ধ কৰি ৰখা এই অভিনেতাগৰাকীৰ লগত অভিনয় কৰিবলৈ প্ৰথমে অলপ সংকোচ লাগিছিল যদিও তেখেতৰ সুমিষ্ট ব্যৱহাৰ তদুপৰি সহশিল্পীক মঞ্চত কৰা সহায়ৰ বাবে মোৰ বাবে সকলো সহজ হৈ পৰিছিল। ভাবিলে আচৰিত লাগে মঞ্চত মদপীৰূপী বসন্ত কেৰাণী-- গিৰিশ চৌধুৰী অন্য এজন মানুহ। সঁচাকৈয়ে যেন ডিঙিলৈকে পানীটুপী ধৰিহে আছিছে— ইমানেই জীৱন্ত তেওঁৰ অভিনয়।

মোৰ অনুষ্টুপীয়া অভিজ্ঞতাৰে স্বনামধন্য অভিনেতা শ্ৰীযুত গিৰিশ চৌধুৰীৰ লগত কৰা সেই অভিনয় আজিলৈকে মোৰ উৎকৃষ্ট অভিনয়।

ইয়াৰ পিছত *গুৱাহাটী শিল্পী সংঘৰ* তৰফৰপৰা পুনৰবাৰ (১৪-৯-৮৯) চনত এই *চকৰী* নাটক অনিল চৌধুৰীদেৱৰ পৰিচালনাত মঞ্চস্থ কৰোঁ। সেইবাৰো এই নাটকে দৰ্শকৰ পূৰ্ণ সমৰ্থন লাভ কৰে। দুই ককাই-ভাইৰ কি অপূৰ্ব মিলন। আমাৰ বাবে ইও এক আদৰ্শ। দুখৰ কথা অনিলদাক আমি অকালতে হেৰুৱালোঁ, নাটকৰ জৰিয়তে দাদাৰ গোটেই পৰিয়ালৰ সৈতে বৌ, বৰুণাবৌ, মাখনদা আদি সকলোৰে লগত মোৰ এটা ভাল সম্বন্ধ গঢ়ি উঠিল।

সুপুৰুষ গিৰিশ চৌধুৰী এক বিৰাট কলেৱৰৰ ব্যক্তিত্ব। সম্ভ্ৰান্ত আৰু উচ্চ তেওঁৰ শিল্পীভাবাপন্ন উদাৰ ব্যক্তিত্ব। সঁচাকৈয়ে এই প্ৰতিভাশালী লগতে প্ৰভাৱশালী অভিনেতাগৰাকীৰ লগত অভিনয় কৰিবলৈ পাই মই সঁচাকৈয়ে গৌৰৱান্বিত আৰু চিৰকৃতজ্ঞ।

লগতে মই দাদাৰ এজন পৰম গুণগ্ৰাহীও।

এই মহান শিল্পীজনক যেন দীৰ্ঘায়ু কৰে— ভগৱানৰ ওচৰত মোৰ এয়ে কামনা।



# কলা সংস্কৃতিৰ প্ৰভাতী সূৰুয

আলহাজ আতাউৰ ৰহমান

এই বৈচিত্ৰময় পৃথিৱীত মানুহ এটি বিচিত্ৰ প্ৰাণী। এই মানুহ জাতিৰ মাজতেই কিছুমান মানুহৰ মাজত বিশেষ বিশেষ বিচিত্ৰতা দেখা পোৱা যায়। সাংসাৰিক, ৰাজনৈতিক অথবা কলা-সাংস্কৃতিক জগততেই হওক, কিছুমান মানুহৰ মাজত বিভিন্ন ৰূপত এই বিচিত্ৰতা প্ৰকাশ পায়। তেনে এজন বিশেষ ব্যক্তি শ্ৰীগিৰিশ চৌধুৰী মুঠতে আমাৰ সকলোৰে অতি মৰমৰ, অতি শ্ৰদ্ধাৰ গিৰিশদাৰ মাজত এই বিচিত্ৰতা দেখা পাওঁ বিশেষকৈ কলা-সাংস্কৃতিক জগতত। আমি শৈশৱৰেপৰাই দেখি আহিছোঁ এই কলা-সাংস্কৃতিক জগতৰ দোকমোকালিত প্ৰভাতী সূৰুযৰ দৰে উজ্জ্বল পোহৰ বিলাই কলা-সাংস্কৃতিক জগতত প্ৰবেশ কৰা আৰু বিশেষকৈ নাট্য মঞ্চৰ লগত ওতপ্ৰোতভাবে জড়িত হৈ থকা।

মোৰ নিজাববীয়াকৈ কোনো জ্যেষ্ঠ ভাতৃ অৰ্থাৎ দাদা নাই। কিন্তু তিনিজনকৈ সহোদৰ ভাই আছে। তথাপিতো মোৰ নিজা দাদা নথকাৰ যি খেদ আছিল সেইটো পূৰণ কৰিলে মোৰ শ্ৰদ্ধাৰ দাদা শ্ৰীযুত গিৰিশ চৌধুৰীদেৱে। তেওঁৱেই মোক বহু কথা ক'লে, বহু শিকালে। তদুপৰি মোৰ সীমিত জ্ঞানেৰে সাংস্কৃতিক জগৎখনত ভুমুকি মাৰিবলৈ সক্ষম হ'লোঁ গিৰিশদাৰ অনুপ্ৰেৰণাতে। সেয়ে এই ক্ষেত্ৰত তেওঁক মোৰ সাংস্কৃতিক জগতৰ পথপদৰ্শক হিচাপে মানি লৈ স্বীকাৰ কৰি লৈছোঁ মোৰ গুৰু হিচাবে।

গিৰিশদাৰ কলা-সাংস্কৃতিক জগতত প্ৰথম পদক্ষেপ ১৩ বছৰ বয়সত এটি নাৰী চৰিত্ৰৰ যোগেদিয়েই। ১৯৪০ চনত মাছখোৱা ময়দানত *গুলেনাৰ* নাটকত চেলিমৰ ভাৱত অভিনয় কৰি সুনাম অৰ্জন কৰাৰ লগতে মোৰ খুৰা গোলাম হুছবি চাহেবে বাতৰিকাকতত লিখি তেওঁক এজন প্ৰতিষ্ঠিত অভিনেতা হিচাবে ভূয়সী প্ৰশংসা কৰে। সেই মাছখোৱাতে আবুল খয়াৰ চাহাবৰ খোলা ঠাইডোখৰত মঞ্চ সাজি ১৯৪৫ চনত তেওঁ *চিৰাজুদ্দৌলা* নাটকত চিৰাজুদ্দৌলাৰ চৰিত্ৰত অভিনয় কৰিছিল। লগতে সহোদৰ ভাতৃ অনিল চৌধুৰীয়ে *আলেয়াৰ* চৰিত্ৰত নাৰীৰ অভিনয় কৰিছিল। ১৯৪৫,৪৬ চনৰেপৰা আজি কিছুদিন আগলৈকে বিৰামহীনভাবে

স্থায়ী মঞ্চত তেওঁ অভিনয় কৰি যায়। অবিভক্ত অসমৰ ৰাজধানী চিলঙত অসমীয়া আৰু বাংলা ভাষাত নাটকত অভিনয় কৰা নাটকৰ ভিতৰত বিশেষকৈ *ৰাষ্ট্ৰবিপ্লৱ, কৰ্ণাৰ্জুন, নতুন ইহুদী, মায়ামৃগ, মিছৰ কুমাৰী, টোঘ্লক* আদিয়েই প্ৰধান। ১৯৪৯ চনত ভাতৃ অনিল চৌধুৰীৰ স'তে পূৰ্ণাঙ্গ নাট *ছাহজাহানেৰে* ৰাজহুৱা মঞ্চত প্ৰথম সহ-অভিনয়ৰ পাতনি মেলে। *ছাহজাহান* নাটকখন ৰাইজৰ অনুৰোধত গুৱাহাটী আৰু চিলঙত ১৫/১৬ বাৰ মঞ্চস্থ হয়। *ছাহজাহানৰ* নাৰী চৰিত্ৰত অভিনয় কৰে তেতিয়াৰ উৰ্বশী দাস, কমলা শৰ্মা, ৰেণু দাস, জয়া দাস আদি শিল্পীসকলে। তেতিয়া অসমীয়া সমাজব্যৱস্থাত নাৰী চৰিত্ৰত অভিনয় কৰিবলৈ ছোৱালী বা মহিলা যোগাৰ কৰাটো বৰ কঠিন আছিল। তথাপিতো বহু লাঞ্ছনা সহ্য কৰিও, তেওঁলোকে অসমত প্ৰথম বাৰৰ বাবে চৌখিন গোষ্ঠীৰ পূৰ্ণাঙ্গ নাটকত ৰাজহুৱা মঞ্চত সহ- অভিনয়ৰ সূচনা কৰে। ইয়াৰ আগতে অৱশ্যে ব্ৰজনাথ শৰ্মাই ছোৱালীৰ লগতে ল'ৰাক ছোৱালী সজাই ব্যৱসায়িক মঞ্চত সহ-অভিনয়ৰে নাটক কৰিছিল। ১৯৪৯ চনত *ছাহজাহান* আৰু ১৯৫০ চনত অনিল চৌধুৰীৰ লিখিত *প্ৰতিবাদ* নাটকত গিৰিশদাই মঞ্চত অভিনয় কৰে। সেই নাটকত নাৰী চৰিত্ৰত অভিনয় কৰে বলিষ্ঠ অভিনেত্ৰী বৰুণা মুখাৰ্জ্জী (চৌধুৰী; অনিল চৌধুৰীৰ সহধৰ্মিণী), গিৰিজা হাজৰিকা, কৌশল্যা দাস অদিয়ে। ১৯৫০ চনত ভাস্কৰ নাট্য মন্দিৰত *প্ৰতিবাদ* নাটকখন মঞ্চস্থ হয় আৰু তেতিয়াৰ মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈ ডাঙৰীয়াই সেই নিশা এইখন নাটক উপভোগ কৰে। দুৰ্ভাগ্য আমাৰ, সেই নিশা ৪ আগষ্টত নিশা ২ বজাত তেওঁ ইহসংসাৰ ত্যাগ কৰে। সেই বাবেই ৫ আগষ্টৰ নিশাৰ অভিনয় স্থগিত ৰখা হয়। ১৯৫১ চনত নিজে লিখা *মিনা বজাৰ* নাটক ঈদ মজলিছত মঞ্চস্থ কৰি অভিনয় কৰে। ঈদ উৎসৱ উপলক্ষ্যে এইখন নাটক মঞ্চস্থ কৰি তেওঁ বহুতো সুনাম অৰ্জন কৰে। পিছলৈ এইখনৰেই আধাৰত *মাটিৰ স্বৰ্গ* নামেৰে ১৯৬২ চনত তেওঁ বোলছবি এখন কৰে। সেই বোলছবিতেই এই অধমক প্ৰথম বাৰৰ বাবে এটি সৰু চৰিত্ৰত অভিনয় কৰিবলৈ গিৰিশদাই সুযোগ দিয়ে। কলিকতালৈ চিনেমা কৰিবলৈ যাওঁতে গিৰিশদাৰ পৰিয়ালৰ সাতজন মানুহৰ লগতে মোক চিনেমাৰ সহকাৰী হিচাবে লগতে লৈ যায়। মোক চলচ্চিত্ৰৰ বিষয়ে বহুতো কাম শিকায়। মোৰ ওপৰত আস্থা ৰাখিয়েই কলিকতাৰ বেঙ্কৰপৰা টকা-পইছা অনাৰ ভাৰ মোকেই দিয়ে। তেওঁ মোক নিজৰ ভাইৰ দৰে মৰমো কৰে আৰু বিশ্বাসো কৰে। সেয়েই আজিও গিৰিশদাৰ ঘৰখনৰ লগত মোৰ নিবিড় সম্বন্ধ আছে।

১৯৭৭ চনৰপৰা ১৯৯৪ চনলৈকে *জটায়ু* নাটকত ডক্টৰ চৰিত্ৰত

তেওঁ কেইবাবাৰো অভিনয় কৰে। এইখন নাটকত জৰ্জ্জ বেকাৰ, বিজু ফুকন, মলয়া গোস্বামী আদিয়েও অভিনয় কৰে। নাট্যকাৰ প্ৰবীণ ফুকনৰ *চকৰী* নাটকখন গুৱাহাটী আৰু চিলঙতো ২০/২৫ বাৰ মান অভিনয় কৰে। মদাহীৰ চৰিত্ৰ নিখুঁটভাৱে ফুটাই তোলাত দৰ্শকৰ বহুতেই তেওঁক সচাঁকৈয়ে মদাহী বুলিয়েই ভাবিছিল। প্ৰকৃততে তেওঁ কোনোদিনেই মদৰ পিয়লাত মুখ দিয়া নাই। ফণী শৰ্মাৰ লগত গিৰিশদাই কেইবাখনো নাটক আৰু বোলছবিত অভিনয় কৰিছে। ১৯৫৪ চনত দিল্লী মহানগৰীত ফণী শৰ্মাৰ লগত *শোণিত কুঁৱৰী* নাটকত অভিনয় কৰি যশস্যা অৰ্জন কৰিছিল। এই নাটকৰ সঙ্গীত পৰিচালনাৰ দায়িত্বত আছিল বিষ্ণু ৰাভা। অনিল চৌধুৰীক বিষ্ণু ৰাভাই নৃত্য শিকোৱাৰ বাবে গিৰিশদা আৰু তেওঁলোকৰ ঘৰখন বিষ্ণু ৰাভাৰ অতি আপোন আছিল।

গিৰিশদাই মঞ্চৰ উপৰিও ৰেডিঅ' আৰু দূৰদৰ্শনত বহুতো নাটক কৰে। *গুৱাহাটী শিল্পী সংঘই* ৰাজহুৱা সভা পাতি তেওঁক *নট সম্ৰাট* উপাধিৰে বিভূষিত কৰে। ইয়াৰ উপৰিও সমগ্ৰ অসমৰপৰাই অভিনয় প্ৰতিভাৰ বাবে বহুতেই সম্বৰ্দ্ধনা মানপত্ৰ, শৰাই আদি আগ বঢ়াই তেওঁৰ জীৱন্ত অভিনয়ৰ অনবদ্য ভূমিকাৰ বাবেই তেওঁক জীৱিত কিংবদন্তি বুলিও কৈছিল। অসম চৰকাৰৰ সাংস্কৃতিক বিভাগৰদ্বাৰা ১৯৮৪ চনত সম্বৰ্দ্ধিত হোৱাৰ উপৰিও তেতিয়াৰপৰাই তেওঁক শিল্পী-সাহিত্যিক পেঞ্চন দিয়ে।

গিৰিশদাই নাট্য জগতৰ লগত নিবিড়ভাবে জড়িত থকাৰ উপৰিও সাহিত্য চৰ্চাও কৰে। ৰাজনীতিতো তেওঁৰ অৱদান যথেষ্ট। ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ অন্তৰ্ভূক্ত শ্ৰমিক সংগঠন পৰিবহণ কৰ্মচাৰী সন্থাৰ তেওঁ ২১ বছৰ কাল উপসভাপতি আৰু ৯ বছৰ কাল সভাপতিৰ পদ অলংকৃত কৰিছিল। শ্ৰমিক সংগঠনৰ কামতে গোটেই অসম ভ্ৰমণ কৰাৰ লগতে দিল্লী আদি ঠাইতো শ্ৰমিকৰ প্ৰতিনিধি হিচাবে অংশ গ্ৰহণ কৰিছিল।

এইখিনিতে এটা কথা উনুকিয়াব খুজিছোঁ যে গিৰিশদা কুমাৰপাৰাৰ বাসস্থানত থকাৰপৰাই বিশেষকৈ কুমাৰপাৰা, মাছখোৱা, লাখটকীয়াৰ বহু মুছলিম পৰিয়ালৰ লগত সম্পৰ্ক আছিল হেতুকেই *মিনাবজাৰ* নাটকখন মুছলিম সমাজৰ পটভূমিতেই লিখি ঈদ-উপলক্ষে মঞ্চত অভিনয় কৰিছিল। অসমৰ জনপ্ৰিয় কৌতুক অভিনেতা মোবাজ্জিন আলী চাহেব আৰু অভিনেতা ইছা হক চাহেবৰ লগত তেওঁৰ গভীৰ বন্ধুত্ব আছিল। আফতাব হুছেইন, জামালুদ্দিন গাইন, মুজিবুদ্দিন আহমদ, মোছলেহদ্দিন আহমদ (ভোকন, বৰ্ত্তমান বাংলাদেশত) লগতো ঘনিষ্ঠতা থকাৰ উপৰিও একেলগে অভিনয় কৰিছিল। ঈদৰ দিনাখন ইছা হক চাহেবৰ ঘৰত সুদীৰ্ঘ ৩০ বছৰ

ধৰি দুয়ো একেলগে ভাত খাইছিল। কুমাৰপাৰা, মাছখোৱা, লাখটকীয়াৰ বহুতো পৰিয়ালৰ মাজত গিৰিশদা এটি মিঠা নাম আৰু সকলোৰে অতি মৰমৰ, তেওঁ অতি আপোন।

যোৱা সাতোটা দশক জুৰি যিদৰে তেওঁ অভিনয়ৰ স'তে শিল্পী জগতৰ লগত জড়িত হৈ আছিল ঠিক তেনেদৰেই আজিও এই পৰিণত বয়সতো এই শিল্প জগতৰ সতে ওতপ্ৰোতভাৱে জড়িত হৈ আছে। তেওঁৰ সৌহাৰ্দস্বৰূপ, শিল্পচৰ্চাৰ ক্ষেত্ৰত আজীৱন সহচৰ ভাতৃ অনিল চৌধুৰী আৰু ভাগিন মাখন দেৱানক হেৰুৱাই নিজকে ৰিক্ত অনুভৱ কৰিও আমাৰ শিল্পী সমাজক তেওঁৰ প্ৰেৰণা, উৎসাহ, উদ্দীপনা যোগাবলৈ সচেষ্ট হৈ আছে। তাৰেই ফলস্বৰূপে মই আৰু বহুতেই আজিও তেওঁৰপৰা শিল্পচৰ্চাৰ অনুপ্ৰেৰণা পাই আহিছোঁ।

সদৌ শেষত আজি গিৰিশদাৰ আশী বছৰীয়া জন্মদিনত মোৰ অন্তৰৰপৰা হিয়া ভৰা ওলগ জনাইছোঁ আৰু তেওঁৰ দীৰ্ঘ জীৱন আৰু সুস্বাস্থ্য কামনা কৰি মহান আল্লাৰ ওচৰত মোনাজাত কৰি প্ৰাৰ্থনা জনাইছোঁ। মহান আল্লাই তেওঁক সুস্থ শৰীৰে দীৰ্ঘায়ু কৰক এই কামনাৰে।

*"প্ৰভাতী সূৰুযৰ পোহৰ চতিয়াই*
*স্বাক্ষৰ ৰখা কলা জগতত,*
*কিংবদন্তীত পৰিণত হোৱা*
*হে! নটসম্ৰাট*
*প্ৰণাম জনালোঁ, জনালোঁ প্ৰণাম"।*



# আমাৰ গিৰিশ মামা

সুচিত্ৰা কাকতী

অতিমানব নহ'লেও মই এজন মানবৰ কথাকে ক'ব বিচাৰিছোঁ। মানুহৰ সুচিন্তিত উন্নত ভাবধাৰাৰে, বিশাল উদাৰতা-বদান্যতাৰ সংবেদনশীলভাৱে মানুহৰ মাজত, শিল্পীৰ অন্তৰত সোমাই পৰা আৰু সাহিত্য তথা অভিনয় জগতত বলিষ্ঠ পদক্ষেপ পেলোৱা আমাৰ সকলোৰে সুপৰিচিত সুন্দৰ ব্যক্তিত্বৰ অধিকাৰী আমাৰ মৰমৰ, শ্ৰদ্ধাৰ শ্ৰীগিৰিশ চন্দ্ৰ চৌধুৰী।

আমাৰ আদৰৰ গিৰিশ মামা!!

অনেক গুণেৰে পৰিস্ফুট হোৱা গিৰিশ মামাৰ গুণ দোহাৰিবৰ প্ৰয়োজন নাই। যিসকল তেওঁৰ সান্নিধ্যলৈ আহিছে, তেওঁলোকে নিশ্চয় উপলব্ধি কৰিব পাৰিছে এক কলুষতাহীন, অতি সৰল মনৰ গিৰিশ মামাৰ গুণৰাজিৰ কথা। মানৱতাবাদ তেওঁৰ জীৱন দৰ্শন। মই উপলব্ধি কৰিছিলোঁ গিৰিশ মামাৰ অন্তৰ প্ৰদেশ জুৰি থকা মহানত্বৰ মহানুভৱতা। সেয়ে হয়তো মামাহঁতৰ পৰিয়ালতেই সেই মহানুভৱতাৰ সম্প্ৰসাৰণ যাৰ ফলত এক সমাজমুখী প্ৰক্ৰিয়াই গোটেই পৰিয়ালকে জনগণৰ মাজত বিলাই দিছে। পৰিয়ালৰ প্ৰতিজন ব্যক্তিতে মামাৰ মহানুভবতাৰ প্ৰতিফলন। প্ৰত্যেকেই প্ৰত্যেকৰ বন্ধু। *'দেউতাৰ লগত মোৰ ইমান বন্ধুত্ব যে বহুতেই প্ৰশ্ন কৰে সেইয়া মোৰ প্ৰকৃততে দেউতা হয়নে নহয়....?'* পুত্ৰ গৌতমৰ উক্তি। গিৰিশ মামাৰ একেবাৰে কাষত বহি ভজা-বুট-চানা খাই খাই টিভি চাই থকা মামণিয়েও হেনো পাহৰি যায় সেইয়া তেওঁৰ শহুৰ, নে দেউতা, নে বন্ধু! আৰু বৰুণা মামীৰ কথা নকলোঁৱেই বা। মঞ্চত গিৰিশ মামাৰ লগত স্বামী-স্ত্ৰীৰ ভূমিকা লৈ ঘৰলৈ উভতি আহে ভাই শহুৰ হিচাবে নহয়, দাদা বা বন্ধু হিচাবে। সেইখন ঘৰলৈ গৈ বিমল আনন্দ পোৱা যায়।

গিৰিশ মামা মোৰ প্ৰেৰণাৰো উৎস। ১৯৬৯ চনত মোৰ এখন নাটক *আকাশবাণী* যোগে প্ৰচাৰিত হৈছিল। সাংসাৰিক লেঠাত পৰি সাহিত্যচৰ্চা কৰিবলৈ সময় পোৱা নাছিলোঁ প্ৰায় চাৰি বছৰমান ধৰি। কিন্তু মামাই এদিন

মোক পুনৰ নাটক লিখিবলৈ উদগনি দিলে। মই নাটক লিখিলোঁ। কেবাখনো নাটক ইতিমধ্যে *আকাশবাণীৰ* যোগে প্ৰচাৰ হ'ল। মই মামাৰ ওচৰত কৃতজ্ঞ। মামাৰপৰা প্ৰেৰণা নোপোৱা হ'লে হয়তো কলম মোৰ হাতত নুঠিলহেঁতেন। হয়তো পুনৰ যান্ত্ৰিক জীৱনত সোমাই পৰিলোহেঁতেন। মানুহৰ একো একোটা শব্দ, এটা বাক্যই কিমান উদ্দীপনা আৰু প্ৰেৰণাৰ সৃষ্টি কৰে তাক বুজাই হে বুজে।

গিৰিশ মামাৰ তথা পৰিয়ালৰ সান্নিধ্যলৈ আহি অনুভৱ কৰিছিলোঁ মানৱীয় গুণৰ অধিকাৰী গিৰিশ মামা জনতাৰ প্ৰতিনিধি। সম্পৰ্কত প্ৰয়াত মাখন দেৱান শ্ৰীকাকতীৰ মহাক। মাখনদাৰ মামা। সেয়ে গিৰিশ মামা আমাৰো মামা। কৰ্ম আৰু ভাবনাত অভিন্ন হৈ থকা অনিল মামা আৰু গিৰিশ মামাক সকলোৱে ৰাম আৰু লক্ষ্মণ বুলিয়ে কয়। বন্ধুত্বলৈ ৰূপান্তৰিত হোৱা ভাতৃপ্ৰেমৰ এনে নিদৰ্শন অতি বিৰল। ঘৰখনৰ প্ৰত্যেকজন ব্যক্তি পৰস্পৰৰ বন্ধু। সেইখন ঘৰত বিভিন্ন জনগোষ্ঠীৰ সমাবেশ। বিশ্বভাতৃত্বৰ প্ৰতিফলন হোৱা সেইখন ঘৰত বহু সময় কটাই আলাপ-আলোচনাৰে নিজকে অভিজ্ঞতাপূৰ্ণ কৰাৰো সুবিধা পাইছিলোঁ। দেশ-বিদেশৰ অনেক প্ৰান্তৰপৰা আহি মিলিত হোৱা জনগণৰ সমাবেশ দেখিলে এনে ভাব হয় যে গিৰিশ মামা, অনিল মামা আৰু মাখনদাৰ সমাজমুখী তথা আনন্দদায়ক ব্যক্তিত্বই একমাত্ৰ কাৰণ যেন লাগে। সেইখন ঘৰত কোনোদিন পৰচৰ্চা নহয়, সেইখন ঘৰত কোনোদিন দুখৰ ছাঁ নপৰে আৰু সেইখন ঘৰত কিছু সময় বহি কথা পাতিলে মনৰ ক্লান্তি দূৰ হয়। ঘৰৰ মুৰব্বী গিৰিশ মামাৰেই জানো সেইয়া অৱদান নহয়?

আশীটা বসন্ত পাৰ হৈ যোৱা গিৰিশ মামাৰ জীৱনত যেন বসন্তৰ বা আৰু দীঘলীয়াকৈ পৰে, তাৰবাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ।

আমাৰ গিৰিশ মামা সুস্বাস্থ্যৰে দীৰ্ঘজীৱী হওক।



## উঠি অহা চামে শিল্পকলাক সুন্দৰ সুস্থভাৱে আগুৱাই নিয়ক
## গিৰিশ চৌধুৰীৰ সৈতে সাক্ষাৎকাৰ

**সাক্ষাৎ গ্ৰহণ ঃ মছন্দৰ হুছেইন**

গিৰিশদা সকলোৰে গিৰিশদা শ্ৰদ্ধেয় ৰামগোস্বামী দেৱৰো, শ্যামাদাৰো। অমূল্যদাৰো গিৰিশদা, মোৰো গিৰিশদা। ইয়েই কিন্তু গিৰিশদাৰ ব্যক্তিত্বৰ এটা দিশ দাঙি ধৰিছে, গিৰিশদা সকলোৰে সহজলভ্য, ব্যৱহাৰপাতিৰ দিশৰপৰা বন্ধুসুলভ,। এজন শিল্পীৰ প্ৰকৃত গুণৰাজিৰ সমন্বয় গিৰিশদা।

১৯৬২ চনতে সঁজা অসম আৰ্হিৰ ঘৰ, এটা ট্ৰেডেল ছপাশাল। প্ৰেছৰ ঘৰটো বাঁহৰ বেৰৰ। কেইখনমান চেয়াৰ বিশ দশকৰ আচবাব শিল্পৰ নিদৰ্শন। তাতেই সাক্ষাৎকাৰ সমাপন কৰা হ'ল। দুই এবাৰ পাকঘৰৰ চকীতো বহিবলগীয়া হৈছিল। সাক্ষাৎকাৰ গ্ৰহণৰ সময়ত গিৰিশদা বাৰে বাৰে নষ্টালজিয়াৰ জগৎখনলৈ সোমাই যায়, তেতিয়া টানি বাহিৰলৈ লৈ আনিব লাগে।

সাক্ষাৎকাৰ গ্ৰহণৰ মাজেদি গিৰিশদাৰ অমায়িকতাৰ আৰু এটা দিশ মোৰ মনত ভাস্বৰ হৈ উঠিল।

*? আপোনাৰ পূৰ্বপুৰুষৰ বিষয়ে অলপ জনাবনে?*

ঃ বাবাৰ পূৰ্বপুৰুষ আছিল কামাখ্যাত। মোৰ জন্মৰ আগতেই ১৯১২-১৩ চন মানত কুমাৰপাৰালৈ নামি আহে। মাতুল গৃহও কুমাৰপাৰাতেই আছিল।

*? নাটকৰ প্ৰতি আপুনি আকৰ্ষিত হ'ল কেনেকৈ?*

ঃ আমাৰ সৰুকালত গুৱাহাটীত বঙলা যাত্ৰাভিনয় হৈছিল, সেইবোৰ চাই বৰ ভাল পাইছিলোঁ। যাত্ৰাপাৰ্টিবোৰ কলিকতাৰপৰা

আহিছিল। কামাখ্যাতো এটা যাত্ৰাপাৰ্টি আছিল। কামাখ্যাত সৰুকৈ এখন মঞ্চও আছিল। কলিকতাৰ যাত্ৰাপাৰ্টিবোৰ বৰ উচ্চখাপৰ আছিল। সাধাৰণতে দুৰ্গাপূজাৰ সময়ত যাত্ৰাবোৰ অনুষ্ঠিত হৈছিল। যাত্ৰাবোৰ বুৰঞ্জী আৰু ধৰ্মমূলক আছিল। বহু ৰাতিলৈকে যাত্ৰাবোৰ চলিছিল। যাত্ৰা চাই থাকোঁতে টোপনি ধৰি আহে আৰু যাত্ৰাৰ শেষত ত্ৰিপালৰ ওপৰতে লগৰীয়াৰ লগত শুই থাকোঁ আৰু ৰাতিপুৱা ঘৰলৈ গ'লে গালি খাইছিলোঁ। বন্ধুবৰ্গ গাইন, বাগেশ্বৰহঁতেও এনেদৰে ঘৰত গালিশপনি খাইছিল। এইবোৰ ১৯৩৫-৩৬ চন মানৰ কথা। এনেদৰেই নাটকৰ প্ৰতি আমাৰ স্পৃহা বাঢ়ে আৰু অভিনেতা হোৱাৰ সপোন দেখোঁ।

*? কলিকতাৰ বঙলা নাটক যে চাইছিল, অসমীয়া নাটক নাছিল নেকি?*

ঃ অসমীয়া নাটক আছিল যদিও বৰ কম আছিল। উজনি অসমত আৰু সত্ৰবোৰত ভাওনাৰ প্ৰচলন আছিল। চহৰবোৰত বিশেষকৈ গুৱাহাটীত যাত্ৰাভিনয়ৰ প্ৰাধান্য আছিল। শান্তিপুৰৰ দৈৱ তালুকদাৰে কিছু অসমীয়া নাটক ৰচনা কৰিছিল। আনহাতে অতুলচন্দ্ৰ হাজৰিকাৰ নাটক মঞ্চস্থ হৈছিল কুমাৰ ভাস্কৰ নাট্যমন্দিৰত।

*? নিজে নাটক কৰা কেতিয়াৰপৰা আৰম্ভ কৰিলে?*

ঃ ১৯৩৫ চনতে, তেতিয়া আমাৰ বয়স ১৪-১৫ বছৰ, অষ্টম শ্ৰেণীৰ ছাত্ৰ। প্ৰথম নাটক দৈৱ তালুকদাৰৰ *'অসম প্ৰতিভাত'* মই এটা নাৰীচৰিত্ৰত অভিনয় কৰিছিলোঁ। পৰিচালনা দলবদ্ধভাৱে আমি নিজে কৰিছিলোঁ। ১৯৪১ চনৰ মাছখোৱাত *'গুলেনাৰ'* নাটক কৰোঁতে প্ৰথমবাৰৰ বাবে পুৰুষ চৰিত্ৰত অভিনয় কৰোঁ। ডাঙৰকৈ মঞ্চ সাজি নাটক কৰিছিলোঁ ১৯৪৫ চনত মাছখোৱাত আবুল খেইৰৰ ঘৰৰ চৌহদত। নাটক আছিল *চিৰাজদ্দৌলা*। মই চিৰাজদ্দৌলাৰ চৰিত্ৰত অভিনয় কৰিছিলোঁ। এই নাটকখনে সমগ্ৰ গুৱাহাটীতে চাঞ্চল্যৰ সৃষ্টি কৰিছিল?

*? নাটকৰ বাবে ধনৰ যোগাৰ কেনেকৈ কৰিছিল?*

ঃ চান্দা সংগ্ৰহ হৈছিল। নিজৰ জমা পইছা, জেপধন সকলো ঢালি দিছিলোঁ। এখন নাটক কৰি আমি নিঃস্ব হৈ গৈছিলোঁ।

*? ঘৰৰপৰা নিশ্চয় বাধা পাইছিল?*

ঃ ঘৰৰ পৰা আমি কোনো বাধা পোৱা নাছিলো। বাবা শাস্ত্ৰীয় সংগীতৰ অনুৰাগী আছিল, ভায়োলিন বজাইছিল, ধ্ৰুপদ গাইছিল। পঢ়া-শুনা ভালদৰে কৰিবলৈ সকীয়নি দিয়াৰ বাহিৰে আমাক উৎসাহহে যোগাইছিল। সৰু মামা ভৱানী বৰকাকতি অভিনেতা আছিল আৰু আমাৰ লগতে অভিনয় কৰিছিল।

*? অভিনেতা হিচাপে কেতিয়া প্ৰতিষ্ঠা লাভ কৰিলে বুলি ভাবে?*

ঃ ইতিমধ্যে মানুহে আমাৰ বিষয়ে জনা হৈছিল। ১৯৪৭ চনত প্ৰথম প্ৰেক্ষাগৃহত নাটক কৰোঁ। প্ৰতিষ্ঠিত হোৱাৰ পাচত সৰ্বেশ্বৰ চক্ৰবৰ্তীয়ে উজান বজাৰত অভিনয় কৰিবলৈ আমন্ত্ৰণ জনায়।

*? ৰাজহুৱা মঞ্চত প্ৰথম পূৰ্ণাঙ্গ সহ-অভিনয়ৰ ধাৰা আৰম্ভ কৰা সেই ৰোমাঞ্চকৰ ইতিহাসৰ বিষয়ে জনাব নে?*

ঃ ৰক্ষণশীল সমাজৰ বাধাৰ বাবে অসমৰ ৰাজহুৱা মঞ্চত সহঅভিনয়ে প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হোৱা নাছিল। কলাৰ এটি মহৎ দিশ, বিকৃতভাৱে পুৰুষক নাৰী সজাই অস্বাভাৱিকভাৱেই চলি আছিল। অনিলে এই কথা বৰকৈ অনুভৱ কৰিছিল আৰু সিয়েই প্ৰথম মোক প্ৰস্তাৱ দিছিল ৰাজহুৱা মঞ্চতো পূৰ্ণাঙ্গ সহ-অভিনয়ৰ ধাৰা এটা আৰম্ভ কৰিবলৈ। *গুৱাহাটী শিল্পী সংঘ* স্থাপন কৰাৰ অন্যতম কাৰণ এটা ইয়ো আছিল। ৰক্ষণশীল সমাজে সেই সময়ত আমাক যথেষ্ট ককৰ্থনা কৰিছিল। আনহাতে ৰক্ষণশীলতাৰ বিপৰীতে প্ৰগতিশীল চিন্তাচৰ্চায়ো অঙ্কুৰ মেলিছিল তেতিয়াই। শিল্পানুৰাগী কালিচৰণ দাস আগ বাঢ়ি আহিল আমাক হাতেকামে সহায় কৰিবলৈ। তেওঁৰ বৰজীয়ৰী উৰ্বশী দাসক জাহানাৰাৰ ভাওত অভিনয় কৰিবলৈ অনুমতি দি ইতিহাস ৰচিলে। ইয়াৰ আগতে একেটা ভাওত অভিনয় কৰিবলৈ নিৰুপমা দেৱীও আগ বাঢ়ি আহিছিল। কেইদিনমান ৰিহাৰ্চেলও কৰিছিল। কিন্তু পাচলৈ বিভিন্ন অসুবিধাৰ বাবে আহিব নোৱাৰা হ'ল। ৰক্ষণশীল সমাজে সৃষ্টি কৰা বাধা-বিঘিনিবোৰৰ মাজতো সহ-অভিনয়ৰ ধাৰাবাহিকতা প্ৰদান কৰাৰ স্বাৰ্থত অনিলে নিজে অভিনয় কৰা বাদ দিলে আৰু সাংগঠনিক কামতে নিজকে উচৰ্গা কৰিলে। এজন শিল্পী অভিনেতাই অভিনয় জীৱন ত্যাগ

কৰাটো কেনে ধৰণৰ মনোকষ্টকৰ হ'ব পাৰে সেয়া এজন শিল্পীয়েহে অনুভৱ কৰিব পাৰিব। অনিলৰ এই ত্যাগৰ ফলত আজি সহ-অভিনয় এটা ধাৰা হিচাপে প্ৰতিষ্ঠা লাভ কৰিলে-- এই কথা আমি স্বীকাৰ কৰিবই লাগিব। অনিলৰ লগত থাকি সেই সময়ত যিসকলে একাণপতীয়াকৈ সহায় কৰি গ'ল, তেওঁলোক আছিল মোৰ বন্ধু উমেশ দত্ত, বন্ধু মোবাজ্জিন আলি, গোবিন্দ দাস, অবিনাশ দাস, আজাদ তৈয়বুল্লাহ (ৰাণা, মন্ত্ৰী তৈয়বুল্লাহৰ পুত্ৰ), হেমেন দাস, ইছা হক (বাপকণ), হৰেন্দ্ৰলাল দাস, ৰঞ্জিত পাত্ৰ, ৰেবা দাস ইত্যাদি। দ্বিতীয় সহাভিনয় *'প্ৰতিবাদ'* নাটকৰ বাবে কেবাগৰাকী অভিনেত্ৰী ওলাই আহিছিল। তেওঁলোকৰ ভিতৰত আচিয়া খাতুন, বৰুণা মুখাৰ্জী, গিৰিজা হাজৰিকা, মীৰা দত্ত, ৰেবা দত্ত অন্যতম। অনিল আৰু মোৰ লগত অনবৰত ছাঁৰ দৰে লাগি থাকি সহায় কৰিছিল ভাগিন মাখনে। যিসকল অভিভাৱকে তেওঁলোকৰ ছোৱালীক আমাক সহায় কৰিবলৈ আগ বঢ়াই দিছিল, তেওঁলোকক সংস্কৃতিৰ পূজাৰী হিচাপে আজীৱন সন্মান কৰি আহিছোঁ। আনহাতে যিসকল অভিনেত্ৰীয়ে সোঁতৰ বিপৰীতে সংগ্ৰাম কৰি সহ-অভিনয়ৰ বাবে ওলাই আহিছিল তেওঁলোককো মই মহীয়সী নাৰীৰ সন্মান দিওঁ।

*? আগতে যে গুৱাহাটীত বাংলা যাত্ৰাভিনয়ৰ প্ৰাধান্য আছিল, এতিয়া সেইবোৰৰ কি হ'ল?*

ঃ অসমীয়া নাটকৰ সংখ্যা বঢ়াৰ লগে লগে স্বাভাৱিকতে মনোৰঞ্জনৰ এই দিশৰ প্ৰতি অসমীয়া মানুহৰ ধাউতি বাঢ়িবলৈ আৰম্ভ কৰিলে। ফলত বাংলা যাত্ৰাভিনয় কমি আহিল; অৱশ্যে বাংলা যাত্ৰাভিনয় নোহোৱা হোৱাৰ কাৰণ অসমীয়া নাটকৰ প্ৰচলন হোৱাটোকে বুলি ক'ব নোৱাৰি। কলিকতাকে ধৰি দেশৰ সৰ্বত্ৰ নাটকৰ ক্ৰমবিকাশ আৰু ইউৰোপীয় পৰম্পৰাৰ নাটক প্ৰচলনৰ কাৰণেই যাত্ৰাভিনয়ৰ আগৰ আকৰ্ষণ নোহোৱা হৈ আহিল। তাৰোপৰি নাটকসমূহ অকল বুৰঞ্জী আৰু ধৰ্মমূলক হোৱাৰ বিপৰীতে আধুনিক অসমীয়া নাটকসমূহৰ বিষয়বস্তু সামাজিক আছিল। নাটকত মানুহে নিজকে চাবলৈ ভাল পায়। সেয়ে আধুনিক নাটকে সামাজিক সুখ-দুখসমূহ দাঙি ধৰাৰ লগে লগে, মানুহে এনে নাটকৰ প্ৰতি আকৰ্ষণ অনুভৱ কৰিবলৈ ধৰিলে। বঙালী নাটকো মই বহুত কৰিছোঁ, গুৱাহাটীৰ নিউ ফিল্ডৰ অস্থায়ীমঞ্চত, আৰ্য্য নাট্য

মন্দিৰত। *নতুন ইহুদি, মায়ামৃগ, ৰাষ্ট্ৰবিপ্লৱ* ইত্যাদি। চিলঙৰ অপেৰা হলতো বহু বঙালী নাটক কৰিছিলোঁ, *মিছৰ কুমাৰী, তোগলক, মাটিৰ ঘৰ* ইত্যাদি।

*? কলিকতাৰ নাট্য জগতৰ লগত হেনো আপোনাৰ সম্পৰ্ক গভীৰ আছিল?*

ঃ কলিকতাৰ প্ৰখ্যাত নাট্যকাৰ বিধায়ক ভট্টচাৰ্য্য মোৰ গুৰু সদৃশ, পথপ্ৰদৰ্শক আছিল। তেওঁৰ সংলাপ ইমানেই মধুৰ আছিল যে তেওঁৰ নামেই হৈ পৰিছিল *মধু সংলাপী*। চিনেমাৰ লগত জড়িত হোৱাত কলিকতাৰ লগত সম্পৰ্ক স্থাপন হ'ল। পাছলৈ সম্পৰ্কটো গভীৰ হয় আৰু কলিকতালৈ গ'লে ৬-৭ মাহ থকা হয়। প্ৰতিটো গধূলি থিয়েটাৰ হল আৰু ষ্টুডিঅ' মহলত শিল্পী-কলা-কুশলীসকলৰ মাজতে থাকোঁ। থিয়েটাৰৰ নিচাই মোক এনেদৰে আগুৰি ধৰিছিল যে এসময়ত মই সিদ্ধান্ত লৈছিলোঁ যে মই কলিকতাতে থাকি যাম। যিহেতু মই বাংলা ভাষা ভালকৈ ক'ব পাৰোঁ আৰু এই ভাষাত নাটক কৰি পাইছোঁ— সেয়ে কলিকতাত নাট্যভিনয় কৰিয়েই জীৱিকাৰ পথ মুকলি কৰিম। নাটক-থিয়েটাৰ আদিত কলিকতা ভাৰতৰ ভিতৰতে আগৰেপৰা অগ্ৰণী আছিল যদিও শিল্পীসকলৰ জীৱনসংগ্ৰাম সকলো সময়তে কঠিন আছিল। মোৰ ইচ্ছাৰ কথা বিধায়ক ভট্টাচাৰ্য্যক অৱগত কৰোঁতে তেওঁ মোক বাৰণ কৰিলে। মোক বুজালে-- *'নাটকত অভিনয় কৰি প্ৰথম কেইবছৰমান হয়তো ভালদৰে চলিব পাৰিবা; কিন্তু পৰিস্থিতি সদায় একে নাথাকিব। তেতিয়া জীৱিকাৰ অন্য উপায় গ্ৰহণ কৰিবলৈ তোমাৰ কোনো পথেই নাথাকিব।'* মোক বুজাই-বঢ়াই অসমলৈ ঘূৰাই পঠালে।

*? প্ৰতিষ্ঠা লাভ কৰাৰ পাছত নাটক কৰি আৰ্থিকভাৱে লাভৱান হৈছিল নে?*

ঃ ব্যক্তিগত লাভৰ কথা চিন্তা কৰি কোনোদিনেই নাটক কৰা নাই-- সদায় অবৈতনিক হিচাপেই নাটক কৰি আহিছোঁ। আনকি ভ্ৰাম্যমাণৰ মোটা অংকৰ ধনৰ প্ৰলোভনকো নেওচি মঞ্চৰ নাটককে খামুচি ধৰি থাকিলোঁ। কেবাজনো বন্ধুস্থানীয় লোকে ভ্ৰাম্যমাণত যোগদান কৰিবলৈ আমন্ত্ৰণ জনাইছিল।

? তাৰ মানে ভ্ৰাম্যমাণ থিয়েটাৰৰ প্ৰতি আপোনাৰ ভাল ভাৱ নাই নেকি?

ঃ ভ্ৰাম্যমাণৰ প্ৰতি মোৰ অত্যন্ত ভাল ধাৰণাই আছে; কাৰণ তেওঁলোকে অসমৰ নাট্য আন্দোলনক জীয়াই ৰাখিছে, বহু শিল্পীক অন্নসংস্থান দিছে, বহু অনামী শিল্পীকো মঞ্চলৈ আনি, ৰাইজৰ মাজলৈ আনি তেওঁলোকৰ প্ৰতিভাক সন্মান জন্মাইছে।

*? মঞ্চৰ নাটক আৰু ভ্ৰাম্যমাণৰ নাটকৰ মাজৰ পাৰ্থক্য কি বুলি ভাবে?*

ঃ ভ্ৰাম্যমাণৰ নাটকত সকলো ধৰণৰ দৰ্শকে ভালপোৱা কিছু উপাদান ৰাখিবই লাগিব। দৰ্শকে গ্ৰহণ নকৰা নাটক লৈ মাথোঁ পৰীক্ষা-নিৰীক্ষা কৰিয়েই তেওঁলোক তিষ্ঠি থাকিব নোৱাৰে। সেয়ে মই ভাবোঁ এইবোৰৰ মাজেদি অসমৰ নাট্যকলালৈ তেওঁলোকে অমূল্য অৱদান আগ বঢ়াইছে আৰু তেওঁলোকৰ মহান প্ৰচেষ্টাৰ প্ৰতি মোৰ শ্ৰদ্ধা আছে।

*? অসমীয়া মৌলিক নাটক যথেষ্ট পৰিমাণে আছে বুলি ভাবে নে?*

ঃ প্ৰয়োজন কোনোদিনেই পূৰণ নহয়। কিন্তু বৰ্তমান যি অৱস্থাত আছে, তাতকৈ আগ বাঢ়িব লাগিব। আৰম্ভণিতে মৌলিক নাটকৰ বৰ অভাৱ আছিল। সেই অভাৱ পূৰণ কৰিবলৈ অনুবাদ নাটকৰ সহায় লোৱা হৈছিল। পাছলৈ মৌলিক নাটক অসমীয়া ভাষাত যথেষ্ট পৰিমাণে ৰচনা হ'বলৈ ধৰিলে। এই ক্ষেত্ৰত অগ্ৰণী ভূমিকা লৈছিল আন বহুতৰ ভিতৰত অতুলচন্দ্ৰ হাজৰিকা, প্ৰবীণ ফুকন, সাৰদা বৰদলৈ আদিয়ে।

*? গুৱাহাটীত নাটক মঞ্চস্থ কৰিবলৈ যেনে ধৰণৰ আন্তঃগাঁথনিৰ প্ৰয়োজন? তেনে ধৰণৰ আন্তঃগাঁথনি আছে বুলি ভাবে নে?*

ঃ আন্তঃগাঁথনিৰ অভাৱ আজিও অনুভৱ কৰি আছোঁ। মঞ্চৰ সংখ্যা কম। পুথিঘৰৰ মঞ্চত থিয়েটাৰ কৰোঁ। ৰবীন্দ্ৰ ভৱনত অনিশ্চয়তাৰ মাজত নাটক কৰিবলগীয়া হয়। কুমাৰ ভাস্কৰ নাট্য মন্দিৰ পুনৰ মুকলি হোৱাটো এটা সুখবৰ, কিন্তু যথেষ্ট সৰু। আৰ্য্য নাট্য মন্দিৰ চৰকাৰে কেতিয়া কাঢ়ি লৈ গ'ল আমি গমকে নাপালোঁ। গুৱাহাটীৰ মধ্য অঞ্চলৰ বাহিৰে

বৃহৎ মহানগৰীৰ পূব, পশ্চিম, উত্তৰ, দক্ষিণত ক'তো এটি মঞ্চ নাই। তদুপৰি যাতায়াত ব্যৱস্থা ইমানেই বেয়া যে নিশা আঠ বজাৰ পাছত অভিনয় চাই ঘৰলৈ উভতি যোৱাৰ কোনো ব্যৱস্থা নাথাকে। চিটিবাছ, ৰিক্সা সকলো বন্ধ হৈ যায়।

*? আৰ্য্য নাট্য মন্দিৰ বন্ধ হৈ থকা সম্পৰ্কে আপোনাৰ মন্তব্য?*

ঃ আৰ্য্য নাট্যমন্দিৰৰ এক ঐতিহাসিক মূল্য আছে। নাটক আদিৰ বাহিৰেও অসমৰ সামাজিক, ৰাজনৈতিক জীৱনক প্ৰভাৱিত কৰা বিভিন্ন অনুষ্ঠান আদিও ইয়াত অনুষ্ঠিত হৈছিল। এই নাটঘৰতে এদিন পূজ্যপদ গড়মূৰ সত্ৰাধিকাৰ, কৰ্মবীৰ নবীন বৰদলৈ, কবিগুৰু ৰবীন্দ্ৰ নাথ ঠাকুৰ, স্বামী বিবেকানন্দ, সাহিত্যসম্ৰাট শৰৎ চন্দ্ৰ, বিজ্ঞানী মেঘনাদ সাহা, ডাঃ সুনীতিকুমাৰ চেটাৰ্জী, অধ্যাপক হুমায়ুন কবীৰ, নেতাজী সুভাষ চন্দ্ৰ বসু আদি মনীষীসকলৰ পদধূলি পৰিছিল। ৰাজহুৱা মঞ্চ হিচাপে এই মঞ্চতে প্ৰথম সহ-অভিনয়ে পাতনি মেলে। কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভাই তাণ্ডৱ নৃত্য কৰি এই নাটঘৰতে এদিন দৰ্শকক মোহিত কৰি ৰাখিছিল। গুৱাহাটী তথা অসমৰ সমাজ আৰু নাট্যজগতৰ ইতিহাসৰ লগত জড়িত এই নাট্য মন্দিৰটো চৰকাৰে চিকিৎসক সন্থাৰ কাৰ্যালয় কৰি ৰাখিবলৈ দিয়াটো কিমান দূৰ যুক্তিসংগত হৈছে মই নাজানোঁ। চিকিৎসক সন্থাক তাতোকৈ ডাঙৰ আৰু ভাল ঠাই অইন ঠাইত দিব পাৰিলেহেঁতেন। এই নাট্য মন্দিৰটো পুনৰ মুকলি কৰিলে গুৱাহাটীৰ নাট্যজগতৰ বিশেষ উপকাৰ হ'ব। প্ৰয়োজন যিমানেই নাথাকক, এটা মঞ্চ বন্ধ কৰি দিয়া, মঞ্চৰ কাষেৰে নৈৰ পাৰলৈ আহিব পৰা এটা ৰাস্তা বন্ধ কৰাটো মোৰ মনে নামানে। অসম নহৈ অইন ৰাজ্য হোৱা হ'লে এনে ধৰণৰ ঐতিহাসিক মূল্য থকা নাট্যমন্দিৰ কেতিয়াও বন্ধ হ'বলৈ নিদিলেহেঁতেন।

*? মাছখোৱাৰ নিৰ্মীয়মান সাংস্কৃতিক প্ৰকল্পটোৰ লগতো আপুনি জড়িত। এই প্ৰকল্পই গুৱাহাটীৰ সাংস্কৃতিক জগতৰ অভাৱ কেনে ধৰণে পূৰণ কৰিব?*

ঃ সাংস্কৃতিক প্ৰকল্পটো অতি সোনকালে মুকলি হ'ব বুলি আশা কৰিছোঁ। সাংস্কৃতিক প্ৰকল্প নিৰ্মাণ সমিতিৰ নেতৃত্বত মাছখোৱা, কুমাৰপাৰা, ভৰলুমুখৰ স্থানীয় ৰাইজৰ আৰু গুৱাহাটীৰ শিল্পীসকল আৰু কলাপ্ৰেমী

ৰাইজৰ বাৰ বছৰ জোৰা আশাশুধীয়া প্ৰচেষ্টাৰ ফলত বহু আকাংক্ষিত প্ৰকল্পটো গঢ়ি উঠিছে। বৰ্তমান ইয়েই গুৱাহাটী তথা উত্তৰপূব ভাৰতৰ আটাইতকৈ ডাঙৰ আধুনিক মঞ্চ। এই মঞ্চ আৰু ইয়াৰ লগত থকা সভাঘৰ আৰু কলাবীথিকাই অসমৰ এটা ডাঙৰ অভাৱ পূৰণ কৰিব। অৱশ্যে ইয়াৰ ভাড়া যাতে অত্যধিক নহয় তাৰ বাবে সচেষ্ট হ'ব লাগিব। এমেচাৰ গ্ৰুপবোৰৰ বাবে এই মঞ্চ সুলভ নহ'লে নাট্যজগতৰ বিশেষ লাভ নহ'ব। ইয়াৰ ব্যৱস্থাপনাৰ খৰচৰ বাবে অইন উপায়েৰে অৰ্থৰ যোগাৰ কৰিব লাগিব। আনহাতে ইয়াৰ পৰিচালনাৰ ভাৰ সম্পূৰ্ণভাৱে ৰাইজৰ হাতত থাকে তাৰ প্ৰতি সদাসচেষ্ট থাকিব লাগিব। ই যাতে দ্বিতীয় ৰবীন্দ্ৰ ভৱন নহয়।

*? চিনেমাৰ জগৎখনত প্ৰৱেশ ঘটিল কেতিয়া?*

ঃ ১৯৫৩ চনত দ্বিভাষিক (অসমীয়া আৰু বাংলা) ছবি ***সতী বেউলাৰ*** জৰিয়তে চিনেমা জগৎখনত প্ৰৱেশ ঘটে। প্ৰযোজক আছিল ৰামনিকলাল চুনীলাল। পৰিচালক আছিল সুনীল গঙ্গোপাধ্যায়। বেউলাৰ মেৰঘৰ সজোৱা কাৰিকৰ তাৰাপতিৰ ভূমিকাত মই অভিনয় কৰিছিলোঁ। আনোৱাৰ হুছেইনৰ *'সৰাপাত'* কৰিবলৈ যাওঁতেই কলিকতাৰ নাটক আৰু চিনেমা জগতৰ লগত চিনাকি হওঁ। মই নায়ক আৰু জ্ঞানদা কাকতি আছিল নায়িকা। ফণী শৰ্মা, মীৰা বিশ্বাস, অনিল চৌধুৰী, তচদ্দুক ইউচুফ'এ *সৰাপাতত* অভিনয় কৰিছিল। *'মাটিৰ স্বৰ্গ'* খন পৰিচালনা কৰিছিল অনিলে। তাৰ পাছত বহু কেইখন চিনেমাত অভিনয় কৰিছিলোঁ।

*? জীৱনৰ স্মৰণীয় ঘটনা?*

ঃ ১৯৫৩ চনত *চিৰন্তন* নাটক কৰোঁতে কেবাটাও স্মৰণীয় ঘটনা ঘটিছিল। ইয়াৰ ঠিক আগে আগে অসম চৰকাৰে আমোদকৰ আইন পাচ কৰিছিল। নাটক চলি থকা অৱস্থাত কৰ অধীক্ষক এগৰাকীয়ে নাটকৰ টিকট আদি আটক কৰে। গ্ৰীণৰুমৰ ভিতৰলৈ অবৈধভাৱে সোমাই আহে। সেই সময়ত মই খলনায়কৰ ভূমিকাত মঞ্চত আছিলোঁ। মোৰ প্ৰস্থানৰ সময়ত গ্ৰীণৰুমলৈ আহি কৰ অধীক্ষকৰ কাৰ্যকলাপ শুনি খঙত অগ্নিশৰ্মা হৈ পৰোঁ। কৰ অধীক্ষক পলাই পত্ৰং দিলে, কিন্তু পাছত মোৰ, অনিল আৰু *গুৱাহাটী শিল্পী সংঘৰ* যুটীয়া সম্পাদক আফতাব হুছেইনৰ নামত

কোৱোকীৰ নাটিচ আহিছিল— তাৰ পাছৰ ঘটনা এক ইতিহাস।

*চিৰন্তন* নাটকৰ সময়তে মা ভীষণ অসুস্থ আছিল আৰু মৰফিন বেজী লৈ বিচনাত পৰি আছিল। নাটক দুনিশা চলিছিল আৰু দুয়ো নিশা তিলকদা (প্ৰমথ দাস)ই প্ৰতি ২৫-৩০ মিনিটৰ অন্তৰে অন্তৰে তেওঁৰ গাড়ীৰে ঘৰ আৰু কুমাৰ ভাস্কৰ নাট্য মন্দিৰলৈ অহা-যোৱা কৰি দাঁৰৰ বাতৰি দাঁৰে দিছিল।

১৯৫০ চনত ৫ আগষ্ট তাৰিখে সহ-অভিনয়ৰ দ্বিতীয় পাতনি *'প্ৰতিবাদ'* নাটক মঞ্চস্থ কৰোঁতে দৰ্শকৰ আগ শাৰীত আছিল সেই সময়ৰ অসমৰ প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈ, পত্নী সুৰবালা বৰদলৈ, কনিষ্ঠ জীয়ৰী লিলি বৰদলৈ, লোকবন্ধু ভুবনেশ্বৰ বৰুৱাদেৱ, তিলক দাস, প্ৰবীণ ফুকন। অভিনয়ৰ শেষত গোপীনাথ বৰদলৈ মঞ্চলৈ আহি শিল্পীসকলক আশীৰ্বাদ দি পিছদিনা পুৱালৈ আটাইকে তেওঁৰ ঘৰলৈ যাবলৈ নিমন্ত্ৰণ জনাই গৈছিল। কিন্তু নিয়তিৰ পৰিহাস, ৰাতি আৰু নুপুৱালে, সেই নিশাই দুই বাজি বিশ মিনিটত অসমবাসীক কন্দুৱাই তেওঁ ইহলীলা ত্যাগ কৰিলে। মঞ্চ ভালপোৱা, শিল্পী ভালপোৱা প্ৰধানমন্ত্ৰী বৰদলৈৰ সেই নিশাটোৱেই আছিল শিল্পীৰ লগত কটোৱা শেষ নিশা। লক্ষ্যদাৰ ভাষাত সেয়াই আছিল তেখেতৰ জীৱনৰ শেষ আমোদ।

*? আপুনি হেনো অসমৰ শ্ৰমিক আন্দোলনৰ লগতো জড়িত আছিল?*

ঃ সাত হাজাৰ শ্ৰমিকৰ সংগঠন ৰাজ্যিক পৰিবহণ কৰ্মচাৰী সন্থাৰ মই সক্ৰিয় কৰ্মী আছিলোঁ। প্ৰায় একৈশ বছৰ কাল শ্ৰমিক নেতা সৰ্বেশ্বৰ বৰদলৈ আৰু অতুল শইকীয়াৰ লগত কাম কৰাৰ সুযোগ পাইছিলোঁ। মই প্ৰায় একৈশ বছৰ কাল এই সন্থাৰ উপসভাপতি আৰু ন বছৰ সভাপতিৰ দায়িত্ব বহন কৰিছিলোঁ। ইয়াৰোপৰি ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছ (Congress)ৰ অসম ৰাজ্যিক কমিটিৰ মই কাৰ্য্যকৰী সদস্য আছিলোঁ প্ৰায় সাত-আঠ বছৰ। কামৰূপ চাহ মজদুৰ সংঘৰ উপসভাপতিৰূপে প্ৰায় চাৰি বছৰ কাল কাৰ্য্যনিৰ্বাহ কৰিছিলোঁ। শ্ৰমিকৰ হৈ কাম কৰি মই সন্তোষ লভিছিলোঁ।

*? আপুনি বহু বছৰ ধৰি নাটক আৰু চিনেমা জগতৰ লগত*

*জড়িত আছে। আপুনি নিশ্চয় লক্ষ্য কৰিছে যে বহুকেইজন প্ৰতিভাৱান শিল্পী মাদক দ্ৰব্যৰ কৱলত পৰি অতি কম বয়সতে চিৰবিদায় ল'বলগীয়া হৈছে। আপুনি ভাবে নেকি যে শিল্পীসকলৰ বাবে মাদক দ্ৰব্য অত্যন্ত প্ৰয়োজনীয়?*

ঃ সেই কথা মই কেতিয়াও নাভাবোঁ। বৰং ক্ষতিকাৰক বুলিহে কওঁ। মই নিজে কাহানিও এইবোৰ বস্তু মুখত দি পোৱা নাই। মদ্যপান দূৰৰে কথা, এসময়ত মই যদিও ধূমপান কৰিছিলোঁ, সেয়াও ১৯৭২ চনৰপৰা আৰু মুখত দিয়া নাই।

*? আশীৰ দুৱাৰ দলিত ভৰি দি পিছলৈ উভতি চাই কেনে অনুভৱ হৈছে? কিবা অপূৰ্ণ আশা ৰৈ গ'ল নেকি?*

ঃ আৰু যেন বহুত কৰিবলগীয়া আছিল! অভিনয়ৰ দিশত মোৰ যেন আৰু বহুতো চৰিত্ৰ ৰূপায়ণ কৰিবলৈ থাকি গ'ল। মোৰ তেনেকুৱা ভাব হয়।

*? আপোনাৰ প্ৰিয় চৰিত্ৰ?*

ঃমোৰ প্ৰিয় চৰিত্ৰ বুলি ক'বলৈ হ'লে *জটায়ু* নাটকৰ সেই অপোনভোলা, ত্যাগী ডাক্তৰজন আৰু ৰুগ্ন বন্দী ছাহজাহানৰ সেই অসহায় চৰিত্ৰৰ কথাই ক'ব লাগিব। ইয়াৰোপৰি আৰু বহুতো চৰিত্ৰ আছে যিবোৰ ৰূপায়িত কৰি মই ভাল পাইছিলোঁ।

*? উঠি অহা চাম শিল্পীৰ প্ৰতি আপোনাৰ বিশেষ মেছেজ?*

ঃ শিল্পকলা, নাট্যকলা সাধনাৰ বস্তু। প্ৰতিজন শিল্পীয়ে মঞ্চক, শিল্পস্থানক এক সাধনাৰ বেদী হিচাপেই গণ্য কৰিব লাগে বুলি মই ভাবোঁ। আশা কৰোঁ উঠি অহা চামে এই শিল্পকলাক সুন্দৰ সুস্থভাৱে আগুৱাই নিব।



নটসম্ৰাট

গিৰিশ চৌধুৰী অভিনন্দন গ্ৰন্থ



ফ্লেচবেক প্ৰি ঃ

পৰিয়াল-পৰিজনৰ হিয়াৰ লেন্সেৰে.....

# শিল্পী জগতত মোৰ সংসাৰখন

তুতু চৌধুৰী

মোক লিখিবলৈ কৈছে। কিন্তু মই কি লিখিম? ক'ৰপৰা আৰম্ভ কৰিম? বিশেষকৈ যিজন মানুহৰ স'তে যোৱা বিয়াল্লিচটা বছৰ কটাইছোঁ তেওঁৰ বিষয়ে লিখাটো মোৰ বাবে টান। তাৰ উপৰি মই লিখিকাও নহয় সাহিত্যিকো নহওঁ। ভাই, বন্ধু, বাইদেউ, দেউতাইঁতলৈ এসময়ত চিঠি লিখিছিলোঁ; কিন্তু এতিয়া টেলিফোনৰ যুগ। এতিয়া চিঠি লিখাটো বাদেই পৰিল। আগেয়ে হ'লে যোৰহাট-তিতাবৰৰ ঘৰৰপৰা আহি পাইয়েই দেউতালৈ, বাইদেউলৈ চিঠি লিখিছিলোঁ। নতুবা মাদ্রাজ, কলিকতালৈ গ'লে চিঠিতেই নিজৰ খবৰৰ উপৰিও চহৰখনৰ বিষয়ে লিখিলোহেঁতেন। এতিয়া সেইবোৰো বাদ পৰিল। তথাপি দুআষাৰ লিখিবলৈ ল'লোঁ-- ভুল-ভ্ৰান্তি বহুতো নিশ্চয় হৈ যাব। সেয়ে আগতীয়াকৈ ক্ষমা খুজি থ'লোঁ।

মই এইখন ঘৰলৈ আহিছিলোঁ ১৯৫৮ চনৰ ফেব্ৰুৱাৰী মাহৰ ১৩ তাৰিখে, অৰ্থাৎ ১১ ফেব্ৰুৱাৰীত তিতাবৰত বিয়া হৈ যোৱাৰ পিছত। আহিয়েই আন দহগৰাকী ন-ছোৱালীৰ দৰে পাইছিলোঁ নতুন পৰিবেশ। এই ঘৰখন যেন এখন 'মেছঘৰ'। পুৰুষ মানুহৰ ভিতৰত দেবৰ আছিল অনিল, ভাগিন মাখন আৰু এওঁৰ প্ৰায় ৮২ বছৰীয়া দেউতাক। আনপিনে মহিলাৰ ভিতৰত মাখনৰ মাক বাইদেউ। তেওঁ তেতিয়া অসুস্থ। মেছৰ দৰে এইখন ঘৰত কাম কৰা ল'ৰাই ভাত ৰান্ধিছিল। কাম কৰা ল'ৰা গুচি গ'লে মাখনে চৌকা জ্বলাবলৈ আগ বাঢ়ি যায়। মাখনে ৰন্ধাবঢ়া কৰি ভাল পাইছিল। কেওজনৰ ভিতৰতে সৰু বাবে তেওঁৰ ওপৰতে দায়িত্ব পৰিছিল। দেখিলোঁ এই লৈ এওঁলোকৰ কোনো আপত্তি-বিপত্তি নাছিল। সুন্দৰ আৰু নিয়াৰিকৈ সকলো কাম হৈ গৈছিল। মইও এওঁলোকৰ মাজলৈ আহি এজন মেচ মেম্বাৰ হোৱাৰ দৰে হ'লোঁ। পাগঘৰৰ দায়িত্ব মাখনে মোক 'চমজাই' দি, হাঁহি হাঁহি মোৰ লগতে কামত লাগি গৈছিল। মাখনে সিদিনালৈকে জোকাই জোকাই মোক কোৱা কথা মনত পৰে ঃ *মামী পাগঘৰৰ দায়িত্ব কিন্তু মইয়েই দিছিলোঁ, পিছত আৰু আপুনি মোক মেচ দায়িত্বৰপৰা*

*সম্পূৰ্ণ বঞ্চিত কৰিলে।*

ব্যতিক্ৰম পাইছিলোঁ-- এইখন ঘৰত প্ৰায় সকলো সময়তে অভিনয়ৰ কথা, নাটকৰ কথা, মঞ্চৰ কথা, সাহিত্যৰ কথা, --এইবোৰ আলোচনা। সকলো ক্ষেত্ৰতে ভাগ লোৱা মোৰ বাবে সম্ভৱ নাছিল। টমিদা (সত্যপ্ৰসাদ বৰুৱা) প্ৰায় প্ৰতিদিনেই এবাৰ নহয় এবাৰ আহিছিল। মই নতুনতে টমিদাৰ ঘৰ আমাৰ ঘৰৰ কাষতে বুলি ভাবিছিলোঁ। টমিদাই পুৱাই অহা দেখি তেনেদৰেই ভাবিছিলোঁ। উজান বজাৰৰপৰা অহা বুলি ভৱাই নাছিলোঁ। সকলো ক্ষেত্ৰতে এওঁলোকৰ পৰামৰ্শদাতা, বিশেষকৈ নাট্যাভিনয়ৰ ক্ষেত্ৰত বিশদ আলোচনা কৰা দেখিছিলোঁ। টমিদাক মই মোৰ বিয়াৰ পোন্ধৰ-বিশ দিন পাছৰপৰাই নিজৰ 'বৰজনাৰ' দৰেই পাইছিলোঁ। আৰু এজনক পাইছিলোঁ তেওঁ হৈছে কমলদা (কমলনাৰায়ণ চৌধুৰী)। এওঁলোক নিজা অগ্ৰজৰদৰে আৰু মোৰ নিজৰ বৰজনাৰ দৰে। এইখন ঘৰলৈ আৰু আহিছিল মেদিনী চৌধুৰী। তেওঁকো মই সদায়েই মোৰ নিজৰ দেৱৰৰ দৰেই পাইছিলোঁ। আজিও পাই আছোঁ। প্ৰবীণদা, লক্ষ্যদাকো পাইছিলোঁ মোৰ অভিভাবকৰ দৰে।

এনেদৰেই মই এইখন ঘৰলৈ আহি অভিনয় আৰু নাট্যজগৎখনক আপোন কৰি লোৱাৰ সৌভাগ্য মোৰ হৈছিল। শুনিছোঁ বাবাই হেনো এসময়ত শাস্ত্ৰীয় সঙ্গীত গাইছিল। মোৰ শহুৰ ঁজানকী নাথ চৌধুৰীক এওঁলোকে বাবা বুলি মাতিছিল। পাইছিলোঁ মাখনৰ মাক বাইদেউ সৰোজা চৌধুৰী দেৱানক। তেওঁ স্বাধীনতা যুদ্ধৰ এগৰাকী ক্লান্ত সেনানী। তেওঁ প্ৰায়েই অসুস্থ অৱস্থাত আছিল। তথাপিও মোৰ সৌভাগ্য যে মই বাবা আৰু বাইদেউ, ভাগিন, ভাগিনীসকলৰ পৰাও অকৃত্ৰিম স্নেহ, ভালপোৱা আৰু শ্ৰদ্ধা পাইছিলোঁ আৰু এতিয়াও পাই আছোঁ। তাৰ উপৰিও এইখন ঘৰতে মোৰ দেৱৰ অনিল চৌধুৰী, ভাগিন মাখন দেৱান এওঁৰ লগতে আছিল নাট্যভিনয়ৰ সহযোগী। নাট্যসাহিত্যৰ, নাট্যকৰ্মৰ একনিষ্ঠ সেৱক। ঘৰ সংসাৰৰ প্ৰতি অথবা অৰ্থবান হোৱাৰ প্ৰচেষ্টা এওঁলোকৰ খুউব কমেই আছিল। মই আহি পোৱাৰপৰাই দেখি আহিছোঁ নিত্য নিতুন নাটক অল্প দিনৰ মূৰে মূৰে এওঁলোকে অভিনয় কৰা। আৰ্য্য নাট্য মঞ্চ, কুমাৰ ভাস্কৰ নাট্য মন্দিৰ, জিলা পুথিভড়ালৰ মঞ্চত আমাৰ এওঁ অভিনয় কৰা নাট *ছাহজাহান, শিখা, জ্যোতিৰেখা, প্ৰতিবাদ, চিৰন্তন* অসংখ্য নাট যোৱা ৪২ বছৰে দেখিলোঁ। এওঁ অভিনয় কৰে। অনিলে নাটক লিখে। পৰিচালনা কৰে। আন আন ব্যৱস্থাবোৰ কৰে। মাখনে অভিনয়ও কৰে যা-যোগাৰবোৰো

কৰে। মুঠতে তিনিওজনে এই লৈয়েই ব্যস্ত থাকে।

আনপিনে মোৰ জা-অনিল চৌধুৰীৰ পৰিবাৰ বৰুণা চৌধুৰীও সকলো সময়তে এওঁলোকৰ স'তে অভিনয় লৈ ব্যস্ত হৈ আছিল। এওঁলোকক সকলো প্ৰকাৰে সহায় কৰিছিল। অভিনয়ৰ উপৰিও মোক ঘৰুৱা কামতো বৰুণাই সদায় সহায় কৰিছিল। অনিলৰ স'তে বৰুণাৰ বিয়া হৈছিল ১৯৬১ চনত। বৰুণাক মই বিয়াৰ আগৰপৰাই পাইছিলোঁ।

এওঁলোকৰ ঘৰ-সংসাৰৰ প্ৰতিও খুউব এটা দৃষ্টি নাছিল। সেইবুলি মই মোৰ স্বামীৰপৰা অথবা আন সকলোৰেপৰা কেতিয়াও অনাদৰ পোৱা নাই। হয়তো এওঁলোকেও অস্বীকাৰ কৰিব নোৱাৰিব যে মই মোৰ তৰফৰপৰা সদায় সাধ্য অনুযায়ী সহযোগ আগ বঢ়াইছোঁ। মই অভিনয় নকৰোঁ। সেয়ে অভিনয়ৰ বাহিৰে আন সকলো কাম কৰি আহিছোঁ এতিয়ালৈকে।

এওঁৰ অভিনয় দক্ষতাৰ কথা মানুহে আহি যেতিয়া মোৰ আগত কয়-- নিশ্চয় মোৰ ভাল লাগে। কিন্তু সেই লৈ গৰ্ব কৰিবলগীয়া কিবা আছে বুলি মই কেতিয়াও ভবা নাই। মাথোঁ মোৰ কৰ্তব্য এওঁলোকক যিমানখিনি পাৰোঁ সিমানখিনি সহায় কৰি যোৱাটোহে। যেতিয়া চিনেমাৰ কামত তিনি মাহ চাৰি মাহ সময়ৰ বাবে কলিকতা, মাদ্ৰাজলৈ গুচি যায় তেতিয়া আমি কেইজনেই অৰ্থাৎ বৰুণা, ভাগিন বোৱাৰী অনুৰ স'তে একেলগে থাকি ঘৰখন চলাই যাওঁ আৰু তেওঁলোকক জনাওঁ যে আমাৰ বাবে চিন্তা কৰিবলগীয়া একো নাই।

এই বিয়াল্লিচ বছৰে মই এই পৰিয়ালৰপৰা বহুতো মৰম স্নেহ পাইছোঁ। মোৰ স্বামীৰপৰাও কিবা কষ্ট পাইছোঁ বুলি ক'ব নোৱাৰোঁ। মই অভিনেত্ৰী নহওঁ। মই অভিনয় ভাল পাওঁ। মোৰ দেউতাই অভিনয় চাই ভাল পাইছিল। নাট্যজগৎখনক বৰ সমাদৰ কৰিছিল। ১৯৬০ চনত দেউতাই এওঁ অভিনয় কৰা *ছাহজাহান* চাইছিল। লগত টমিদাই ঔৰংজেবৰ চৰিত্ৰ কৰা চাই বৰ আনন্দ পাইছিলোঁ।

আজিও মই আছোঁ এওঁৰ শিল্পজগৎখনৰ সৈতেই। নিপন, বিজু, ব্ৰজেন, দীনেশ, দিলীপ, শ্যামাপ্ৰসাদ, ইন্দ্ৰ, অমূল্য, প্ৰাঞ্জল, মিৰেল, আটাউৰ, মৃণাল, অৰূপ, মৃদুলা, মঞ্জুলা, চেতনা, বিদ্যা, পূৰ্ণিমা, ৰিম্‌জিম্‌, বাদল দাস, গিৰিজা দাস আৰু বহুতো যিসকলৰ নাম উল্লেখ কৰা নাই তেওঁলোকে বেয়া নাপাই যেন। সকলোৰেপৰাই মই অকৃত্ৰিম মৰম-চেনেহ

শ্ৰদ্ধা পাই আহিছোঁ এই বিয়াল্লিচ বছৰে। এওঁলোকৰ কাৰোবাৰ মই মামী, কাৰোবাৰ বৌ। মইও মোৰ মৰম-চেনেহ দিবলৈ চেষ্টা কৰি আহিছোঁ। বিপদে-সম্পদে সকলো ক্ষেত্ৰতে এওঁলোকক আমাৰ ওচৰত পাই আহিছোঁ। বহুত বিপদৰ দিন আমাৰ পাৰ হৈ গৈছে। সেই দুৰ্দিনবিলাকত তেওঁলোকে আমাৰ ওচৰলৈ আহি সান্ত্বনাৰে সহায় কৰিছে। আজি আমাৰপৰা বহুজন আঁতৰি গৈছে। অনিল, মাখন, তেনেদৰে অকালতে গৈছে, দুৰ্গেশ্বৰ বৰঠাকুৰ, ধীৰু আৰু বহুতো। তেওঁলোক মোৰ আপোন দেৱৰৰ দৰেই আছিল।

১৯৯৯ আৰু ২০০০ চনৰ সময় চোৱা আমাৰ বাবে বৰ দুৰ্ভাগ্যজনক। ১৯৯৯ নবেম্বৰৰ ৭ তাৰিখে হেৰুৱালোঁ আমাৰ স্নেহৰ ভাগিন মাখন দেৱানক আৰু ২০০০ চনত ১৬ অক্টোবৰত মোৰ দেৱৰ অনিলক। মাখনক হেৰুৱাই এওঁ এখন হাত হেৰুৱা বুলি কৈছিল। তাক হেৰুৱাই যেন ময়ো নিঃস্ব হৈ পৰিলো। আৰু লক্ষ্মণসদৃশ ভাই অনিলক হেৰুৱাই তেওঁ সম্পূৰ্ণ ৰিক্ত হৈ পৰা বুলি সকলো সময়তে কয়। তেওঁ কয় ঃ *মোৰ যিখিনি কৰ্মশক্তি আছিল, অনিল নোহোৱাই সেই সকলোখিনি যেন শেষ হৈ গ'ল।* তথাপিও তাৰ মাজতে ধৈৰ্য্য ধৰি, বন্ধু-বান্ধৱ, আত্মীয়-স্বজনৰ, মৰম-স্নেহ ভালপোৱা আশীৰ্বাদ লৈয়ে জীৱনত আগুৱাই গৈ আছোঁ আৰু ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ, এই মহাশোক যেন আমি জয় কৰিব পাৰোঁ।

এওঁৰ চৌদিশে থকা ভাতৃময়, ভগ্নীময় শিল্পীসকলক মইও ভাল পাই পেলাইছো। আঠ বছৰ বয়সতে মাতৃহীনা মই। দেউতাৰ স্নেহ ছাঁয়াতেই ডাঙৰ হৈছিলো। বিয়াৰ সময়ত দেউতাই কৈছিল ঃ *যিখন ঘৰলৈ তই আহিছ সেইখন ঘৰৰ সকলোকে ভাল পাবলৈ শিকিবি।* দেউতাৰ সেই উপদেশ শিৰত লৈ মই ভাল পাই আহিছোঁ, এইখন ঘৰক। মই সুখী। এয়া যেন মোৰ প্ৰয়াত দেউতাৰ আশীৰ্বাদ।



# মোৰ অভিনেতা দেউতা

গীতাঞ্জলি পাটোৱাৰী (মুনমুন)

মোৰ দেউতাৰ কথা লিখিবলৈ ল'লেই ভাবোঁ দেউতাৰ কথা লিখি জানো মই শেষ কৰিব পাৰিম? কাৰণ মোৰ দেউতাই মোৰ সকলো। এটা শব্দত ক'বলৈ গ'লে তেৱেঁই মোৰ 'প্ৰিয় বন্ধু' 'বেষ্ট ফ্ৰেইণ্ড'! মই দেউতাৰ লগত সকলো কথাকেই পাতোঁ— ঋত্বিক ৰোচনৰ পৰা ৰাজকাপুৰলৈকে, নাৰ্গিছৰপৰা কৰিশ্মা কাপুৰলৈকে।

তেওঁৰ বিষয়ে ক'বলৈ হ'লে প্ৰথমেই ক'ব লাগিব যে তেওঁ আমাক বা আনকো কোনোদিনাই খং কৰি পোৱা নাই। এইটো এটা তেওঁৰ আচৰিত গুণ যে তেওঁ কেতিয়াও খং কৰি কথা নকয়।

মোৰ দেউতা, মোৰ অৰ্লপতে স্বৰ্গগামী হোৱা খুৰা অনিল চৌধুৰী, মোৰ বৰদা মাখন দেৱান— এই তিনিও জনৰপৰা সৰুৰেপৰা এটা কথাই শিকিলোঁ— 'নাটক, চিনেমা, অভিনয়ক কিমান ভাল পাব লাগে।' কাৰণ, মই সৰুৰেপৰাই দেখিছিলোঁ, তেওঁলোকে নাটক, অভিনয়, চিনেমাৰ বাহিৰে যেন একোকে ভাল নাপায়,— সেয়া যেন তেওঁলোকৰ জীৱনৰ সাধনা।

দেউতাৰ অভিনয়ৰ কথা ক'বলৈ হ'লে মই বিশেষকৈ ক'ম— *ছাহজাহান* নাটকখনৰ অভিনয়ৰ কথা। *ছাহজাহানৰ* অভিনয় দেউতাই যেতিয়া কৰিছিল— তেতিয়া যদিও মই সৰু আছিলোঁ— তথাপিও *ছাহজাহান* নাটক চোৱাৰ কথা আজিও মোৰ মনত আছে। আৰু সেইখন নাটকৰ কথা মনত পৰিলে আজিও মনটো ভাল লাগি যায়। স্কুলত যেতিয়া বুৰঞ্জী পঢ়োঁ, বুৰঞ্জীৰ পাতত যেতিয়া ছাহজাহানৰ কথা পাওঁ মোৰ চকুৰ আগত যেন দেউতা ভাঁহি উঠে। মোৰ জন্মৰ আগৰপৰাই দেউতাই অভিনয় কৰিছিল— দেউতাই অভিনয় কৰা সকলো নাটক চোৱাৰ সৌভাগ্য মোৰ হোৱা নাই— কিন্তু মানুহৰ মুখে দেউতাৰ

অভিনয়ৰ কথা বহুত শুনিছিলোঁ; শুনি শুনি মনটো ভাল লাগি গৈছিল। যি হওক মোৰ জ্ঞান হোৱাৰেপৰা দেউতাই অভিনয় কৰা বহুত নাটক, প্ৰায় সকলোবোৰ নাটকেই মই চাইছোঁ আৰু চাই অভিভূত হৈছোঁ। দেউতাই অভিনয় কৰা নাটক *চকৰি, জটায়ু, ছাহজাহানে* মন চুই গৈছিল। আৰু এনে ধৰণৰ কেইবাখনো নাটকৰ কথা, দেউতাৰ অভিনয়ৰ কথা আজিও পাহৰিব পৰা নাই। মনে মনে সদায় ভাবিছিলোঁ, মানুহৰ মুখে মুখে দেউতাৰ অভিনয়ৰ কথা শুনি শুনি ভাবিছিলোঁ— 'আমাৰ দেউতা বাৰু বৰ ডাঙৰ অভিনেতা নেকি?' দেউতাই অভিনয় কৰা কেইবাখনো কথাছবি মই চাইছোঁ— তাৰে ভিতৰত *মেঘমুক্তি* আৰু *মানসী* মোৰ বৰ ভাল লাগিছিল।

দেউতাৰ বাবেহে চিনেমা শিল্পৰ বহুতো শিল্পী কলাকুশলীৰপৰা মই নিজা ভনীৰ দৰে মৰম পাইছোঁ। নিপনদা, বিজুদা, মৃদুলা (মামনি) বাইদেউ, দীনেশদা, প্ৰাঞ্জলদা, মিৰেলদা, অমূল্যদা, বিদ্যা বাইদেউ, মঞ্জুলা বাইদেউ, ইলা বাইদেউ আদি বহুতৰপৰাই মই বহুতো চেনেহ, বহুতো মৰম পাইছোঁ। তেওঁলোকৰ বহুতেই মোৰ অভিভাৱক-অভিভাৱিকাৰ দৰে। কলিকতাৰ ষ্টুডিঅ'তো বহুজনৰপৰা মই সৰুৰেপৰা বহুতো আদৰ-চেনেহ পাইছিলোঁ— তেওঁলোকৰ বহুতেই নিজৰ ঘৰৰ মানুহৰ দৰে হৈ গৈছিল।

শেষত সামৰাৰ আগতে ক'ব খোজোঁ যে সকলোৱেই নিজৰ দেউতাকক ভাল পায়েই, ভাল বুলি ভাবেই— সেইটো একো নতুন কথা নহয়। কিন্তু মই ভাবোঁ— বহুতো ভাগ্যৰ ফলতহে মই মোৰ দেউতাক পাইছোঁ, ঈশ্বৰৰ ওচৰত সদায় প্ৰাৰ্থনা কৰোঁ মোৰ দেউতা যেন সদায় মোৰ লগতে থাকে আৰু দেউতাৰ জন্মদিন যেন আমি সদায়েই পালন কৰিব পাৰোঁ।



# অনন্য নাট্য ব্যক্তিত্ব

**অপৰাজিতা ৰায়**

অগ্ৰজপ্ৰতিম শ্ৰীগিৰিশ চৌধুৰীয়ে আয়ুৰ অষ্টম দশক অতিক্ৰম কৰিবলৈ ওলাইছে। এই আনন্দ মই সকলোৰে লগত ভগাই লৈ উপভোগ কৰিছোঁ। তেওঁৰ জীৱনৰ হীৰকজয়ন্তীৰ দ্যুতি বিস্তৃত হৈ আহি এই আশী বছৰৰ জন্ম প্ৰভাতক উজ্জ্বল কৰিছে। ইয়াৰ পোহৰে তেওঁৰ শতবৰ্ষ অতিক্ৰান্ত জন্মদিনকো উজ্জ্বলতৰ কৰিব বুলি আশা কৰিছোঁ।

যেতিয়াৰপৰাই মই তেওঁক জানিছোঁ আৰু দেখিছো মই তেওঁক এজন অসাধাৰণ ব্যক্তি বুলিয়েই অনুভৱ কৰিছোঁ। পৰিশীলিত জীৱনচৰ্য্যা, সংস্কৃতি, মৰ্য্যাদাবোধে তেওঁক এটা বেলেগ পৰিক্ৰমাত বেষ্টিত কৰি ৰাখিছে। মই মোৰ সৰু কালৰপৰাই এইটো উপলব্ধি কৰিছিলোঁ। তেওঁৰ ঘৰৰ ওচৰতেই আমাৰ ঘৰ। কৈশোৰৰপৰাই দেখিছোঁ, মাৰ্জিত বুদ্ধিদীপ্ত আচৰণে অতি সহজেই তেওঁক অগ্ৰগামীৰ ভূমিকাত প্ৰতিষ্ঠা কৰিছে। এনে এটা সম্ভ্ৰমবোধে তেওঁক আবৃত কৰি ৰাখিছিল যে সদায় এটা দূৰত্ব সৃষ্টি হৈ আছিল স্বাভাবিকভাৱেই।

শ্ৰীযুত গিৰিশ চৌধুৰীৰ অনুজ অনিল চৌধুৰী মোৰ আৰু মোৰ সৰু ভনী বৰুণাৰ লগৰীয়া বন্ধু আছিল। অনিলে গিৰিশ চৌধুৰীক দাদা বুলি মাতিছিল। মই আৰু বৰুণাইও সেই কাৰণে তেওঁক দাদা বুলি মাতিছিলোঁ আৰু সকলো ক্ষেত্ৰতে সকলো প্ৰকাৰে তেওঁক অগ্ৰজৰ স্থান দিছিলোঁ। যি কোনো সমস্যাৰ সমাধান, যি কোনো প্ৰশ্নৰ উত্তৰ গিৰিশদাৰ পৰা পোৱা যাব, এই বিশ্বাস আমাৰ বদ্ধমূল আছিল।মনত পৰিছে এবাৰ অনিল, বৰুণা আৰু মই একেলগে ইতিহাস গৱেষক ভিনচেন্ট স্মিথৰ *'দি ওমেন'* কিতাপখন আলোচনা-বিলোচনা কৰি পঢ়ি আছিলোঁ। সমাজৰ অত্যাচাৰ, বঞ্চনাৰদ্বাৰা নিপীড়িত নাৰীজাতিৰ প্ৰতি অনিল অত্যন্ত সহানুভূতিশীল আছিল। অনিলৰ নাটক *প্ৰতিবাদ* ইয়াৰেই নিদৰ্শন। ভিন্নচেন্ট স্মিথৰ গ্ৰন্থই গোটেই পৃথিৱীৰ বিভিন্ন স্থানৰ নাৰীনিগ্ৰহৰ ঘটনাবোৰ দাঙি ধৰিছিল। মধ্যপ্ৰাচ্যৰ অকথ্য অমানবিক নাৰী চিত্ৰ দেখি

আমি শিয়ঁৰি উঠিছিলোঁ। কিবা এটা প্ৰশ্ন, এটা কথা ধৰিব পৰা নাছিলোঁ। অনিলে কৈ উঠিলে, *দাদাই ক'ব পাৰিব*। পাৰিছিল তেওঁ। তেতিয়াৰপৰাই গিৰিশদা আমাৰ ওচৰত জীৱন্ত অভিধান-স্বৰূপ আছিল।

আমাৰ এই ঘৰুৱা পৰিচিতিৰ বাহিৰতো গিৰিশদাৰ এখন বিস্তৃত স্বতন্ত্ৰ জগৎ আছিল, তেওঁৰ নাট্য প্ৰতিভাৰ উজ্জ্বল স্বাক্ষৰ। অনিলৰো সেই প্ৰতিভা আছিল। স্বকীয় অৱদান অনিলৰো কম নাছিল।

বিভিন্ন ভাষা-সাহিত্যৰ ইতিহাস বিশ্লেষণ কৰিলে দেখা যায়, নাটক সৃষ্টি হৈছে পিছত। কবিতা, চুটি গল্প আদিৰ লগে লগেই নাটকে নিজৰ মসৃণ গতিপথ নিৰ্ণয় কৰিব নোৱাৰে। নাটক ৰচনা দৃশ্য, শ্ৰাব্য আৰু পাঠ্য, এই বিভিন্ন মাত্ৰাৰ সমন্বয়ৰ ওপৰত নিৰ্ভৰ কৰে। সঁচাকৈয়ে অতি দৃঢ় কাম এইটো। সমাজ-গঠনৰ পৰিণত অৱস্থাৰ উপাদান হ'ল নাটক। অসমীয়া সাহিত্যত দেখা গৈছে প্ৰাচীন ধৰ্মীয় কাহিনীৰ গতানুগতিকতা ভাঙি প্ৰথম সামাজিক নাটক সৃষ্টি হৈছিল ১৮৫৭ চনত গুণাভিৰাম বৰুৱাৰ *ৰাম নৱমী*। তেতিয়া উনৈশ শতিকাৰ মাজ ভাগত অসমীয়া কবিতা, চুটি গল্প আদি পিছে তুলনামূলকভাৱে যথেষ্ট আগ বঢ়া আছিল।

*ৰাম নৱমী* বাটকটীয়া হোৱা সত্বেও কিন্তু সামাজিক নাট্যসৃষ্টিৰ কোনো প্ৰাণবন্ত, সজীৱ ধাৰা সৃষ্টি কৰিব নোৱাৰিলে। ঐতিহাসিক আৰু পৌৰাণিক বিষয়ত আকৌ নাট্যধাৰা নিমজ্জিত হৈ গ'ল। ১৮৯৩ চনত পূৰ্ণকান্ত দেবশৰ্মাৰ *হৰধনু ভঙ্গ, হৰিশ্চন্দ্ৰ,* অম্বিকাগিৰী ৰায়চৌধুৰীৰ *জয়দ্ৰথ বধ* (১৯১১), ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, *শ্ৰীবৎস চিন্তা* (১৯১২) দুৰ্গেশ্বৰ শৰ্মাৰ *বালীবধ* (১৯১২) জ্যোতিপ্ৰসাদ আগৰৱালাৰ *শোণিত কুঁৱৰী* (১৯২৫) ইয়াৰ উদাহৰণ বুলি ক'ব পাৰি।

কুৰি শতিকাত আহি অসমীয়া নাট্য ধাৰাই এটা পৰিবৰ্তনৰ পথ লোৱাৰ চেষ্টা কৰিছিল। অৱশ্যে উল্লেখযোগ্য সামাজিক নাটক তেতিয়াও সৃষ্টি হোৱা নাছিল।

আধুনিক অসমীয়া নাটকৰ দ্বিতীয় পৰ্ব আৰম্ভ হ'ল স্বাধীনতা লাভৰ পাছত। আমাৰ ধ্যান-ধাৰণা, চিন্তা-চেতনাৰ এটা পৰিবৰ্তন আহিল স্বাধীনতা লাভৰ লগে লগে। নাটকৰ মাজেদি যে সমসাময়িক বাস্তৱ জীৱন প্ৰতিফলিত হ'ব লাগে এই কথা এই যুগৰ লেখকসকলে উপলব্ধি

কৰিলে। আগৰ ঐতিহাসিক আৰু পৌৰাণিক বহু চৰ্চিত বিষয়বোৰ আঁতৰাই পেলাই সমকালৰ বস্তুনিৰ্ভৰ সামাজিক ঘটনা উপস্থাপনৰ আগ্ৰহ দেখা গ'ল। প্ৰবীণ ফুকন, সত্যপ্ৰসাদ বৰুৱা, লক্ষ্যধৰ চৌধুৰী, ফণী শৰ্মা প্ৰমুখ লেখকবৃন্দৰ নাটকৰ মাজেদিয়েই ইয়াৰ প্ৰকাশ হৈছিল। তেতিয়াই গিৰিশ চৌধুৰীৰ *মীনা বজাৰ* আৰু অনিল চৌধুৰীৰ *প্ৰতিবাদ* নাটক দুখন নাট্য ইতিহাসত এটা বিশেষ স্থান গ্ৰহণ কৰিলে।

নাটকৰ সাৰ্থকতা অভিনয়ৰ মাজেদি। গুৱাহাটীত তেতিয়া (১৯৪৮/১৯৪৯) উপযুক্ত মঞ্চগৃহ বেছি নাছিল। আৰ্য্য নাট্য সমাজমঞ্চ আৰু কুমাৰ ভাস্কৰ নাট্য মন্দিৰ মাত্ৰ দুটাই থিয়েটাৰ হল আছিল। সহ-অভিনয় প্ৰচলিত নাছিল। সহ-অভিনয়ক মানুহে সমালোচনাৰ দৃষ্টিৰে চাইছিল। গিৰিশ চৌধুৰী আৰু অনিল চৌধুৰীৰ এটা সুদূৰপ্ৰসাৰী মহৎ অৱদান সহ-অভিনয় প্ৰথাৰ প্ৰবৰ্ত্তন কৰাটো। সেই সময়ৰ ৰক্ষণশীল সমাজত ইয়াকে লৈ তেওঁলোক যে প্ৰচণ্ড প্ৰতিবন্ধকতা আৰু প্ৰত্যাহ্বানৰ সন্মুখীন হ'বলগীয়া হৈছিল, আজি একৈশ শতিকাৰ তুলনামূলকভাৱে উন্নত পৰিবেশত বহি আমি সেই কথা ধাৰণাই কৰিব নোৱাৰোঁ।

শ্ৰীযুত গিৰিশ চৌধুৰীয়ে ১৯৪৯ চনত লিখিছিল *তিনি অধ্যায়* নামৰ নাটক। *ছাহজাহান, পলাশী* আৰু *আলেকজেণ্ডাৰ-পুৰু* স্বৰচিত তেখেতৰ এই তিনিখন নাটকৰ সংকলন আছিল। প্ৰথম নাটক ছাহজাহান সহ-অভিনয়ৰ ভিত্তিত অভিনীত হৈছিল। ছাহজাহানৰ ভূমিকাত অভিনয় কৰিছল শ্ৰীগিৰিশ চৌধুৰীয়ে। শ্ৰীমতী উৰ্বশী দাসে লৈছিল জাহানাৰাৰ ভূমিকা। নাৰী-পুৰুষৰ এই মিলিত অভিনয় প্ৰবৰ্তন কৰাৰ সাহসী ভূমিকা গ্ৰহণ কৰিছিল নাট্যকাৰ আৰু পৰিচালক গিৰিশ চৌধুৰীয়ে। লগতে অনিল চৌধুৰীৰ অক্লান্ত চেষ্টাৰ কথাও আমি পাহৰিব নোৱাৰোঁ। বহু সামাজিক বাধা-নিন্দা, সমালোচনা উপেক্ষা কৰি গিৰিশ-অনিল দুয়ো ভাই-ককায়ে সহ অভিনয়ৰ মাধ্যমেৰে নতুন ধাৰাৰ প্ৰচলন কৰিলে। তাৰদ্বাৰাই নাট্য জগতত সহ অভিনয়ৰ ৰুদ্ধ পথ মুকলি হৈ পৰিল। অৱশ্যে প্ৰগতিশীল দৰ্শকমণ্ডলী আৰু নব্যচিন্তাৰ ব্যক্তিবৰ্গই তেওঁলোকক সাধুবাদ দিছিল। আজি আমি নাটকৰ বৰ্তমান বিকাশৰ ইতিহাস আৰু অতীত বিশ্লেষণ কৰিবলৈ বহিলে সিদিনাৰ চৌধুৰী ভ্ৰাতৃদ্বয়ৰ অৱদান পাহৰিব নোৱাৰোঁ।

অনিল চৌধুৰীয়ে *প্ৰতিবাদ* নাটক ৰচনা কৰিছিল বোধকৰোঁ

১৯৪১ চনত ১৬ বছৰ বয়সত। সহ-অভিনয়ৰ মাধ্যমত সামাজিক কুসংস্কাৰ আৰু বাধা নিষেধে নাৰীজীৱনত যে বিপৰ্য্যয়ৰ সৃষ্টি কৰে তাকে অনিলে এই নাটকখনত দেখুৱাবলৈ চেষ্টা কৰিছিল। নায়িকাই ভণ্ড নৈতিকতাৰ দোহাই দি যন্ত্ৰণাময় অসুখী জীৱন মানি লোৱাৰ বিৰোধিতা কৰিছে, আৰু স্বামীৰ ঘৰৰপৰা ওলাই গৈ নতুনকৈ সংসাৰ পাতিবলৈ ইচ্ছা প্ৰকাশ কৰিছে। এই বিষয়টোৱেই তৎকালীন সমাজ-মানসিকতা আৰু পৰিবেশৰ বিচাৰেৰে দুৰ্দান্ত বৈপ্লৱিকতাৰ পৰিচয় দিছিল; প্ৰচণ্ড সাহসিকতাৰো দৃষ্টান্ত সেইটো। উল্লেখযোগ্য যে চল্লিশ-পঞ্চাশৰ দশকত এনেকুৱা ঘটনাৰ প্ৰত্যক্ষ সমৰ্থন কৰা মানুহ খুব কমেই আছিল। যদিও নাৰীনিৰ্য্যাতনৰ বিৰুদ্ধে মৌখিক সহানুভূতি জনোৱাটো প্ৰগতিশীল ব্যক্তিসকলে কৰ্ত্তব্য বুলি ভাবিছিল, কিন্তু প্ৰকৃত ক্ষেত্ৰত এই সমস্যাৰ সমাধানৰ পথ দেখুৱাবলৈ তেওঁলোক আগ বাঢ়ি অহা নাছিল। তেতিয়া হিন্দু মহিলাৰ বিবাহবিচ্ছেদৰ অধিকাৰো নাছিল। স্বামীৰ অত্যাচাৰ-নিপীড়ণ নীৰবে মানি লৈ চকুৰ পানী সম্বল কৰি বহু তিৰোতাই দিন যাপন কৰিবলৈ বাধ্য হৈছিল। নাৰী-পুৰুষৰ সমানাধিকাৰ ঘোষণা কৰি সংবিধান গৃহীত হৈছে তেতিয়া; কিন্তু হিন্দুমতে বিবাহ-বিচ্ছেদ মঞ্জুৰ কৰি ১৯৫৬ চনৰ হিন্দু কোড্ বিল পাচ হোৱাত পলম হৈছিল। পুৰুষে যিমান ইচ্ছা সিমান গৰাকী বিয়া কৰাব পাৰিছিল, কিন্তু নাৰীৰ বন্ধন-মুক্তিৰ কোনো দুৱাৰেই মুকলি নাছিল। সেই অৱস্থাত *প্ৰতিবাদ* নাটকখন অকল লিখাই নহয়, তাক মঞ্চস্থ কৰি সমাজৰ চকুৰ আগত দাঙি ধৰাটো অসীম সাহসৰ কাম আছিল,— তাকে আকৌ সহ-অভিনয়ৰ মাজেদি। এই নাটকৰ নায়িকাৰ ভূমিকাত নামিছিল মোৰ সৰু ভনী বৰুণা মুখাৰ্জী। সহ-অভিনয়ৰ সমৰ্থন আমাৰ পিতৃ পৰিয়ালতো নাছিল। গতিকে বৰুণাই নিজৰ নাম গোপন কৰি সুজাতা দেৱী নামেৰে মঞ্চত অৱতীৰ্ণ হৈছিল। ইয়াৰদ্বাৰাই অসমত নাট্য আন্দোলনক তেওঁলোকে কমেও পঞ্চাশ বছৰ আগুৱাই নিছিল। নাটক, অভিনয়, নাট্য ৰচনা ইত্যাদি ক্ষেত্ৰত সেইটো নিশ্চয় এটা বিৰাট সংযোজন। পৰিচালনা আৰু নেতৃত্বত আছিল শ্ৰী গিৰিশ চৌধুৰী।

ইয়াৰ আগতে নাটকবিলাকৰ স্ত্ৰীচৰিত্ৰত অভিনয় কৰিছিল পুৰুষে। কম বয়সৰ কিশোৰক আনি স্ত্ৰীচৰিত্ৰত অভিনয় কৰোৱা হৈছিল। ধুনীয়া চেহেৰা আৰু অভিনয় প্ৰতিভাৰ কাৰণে গিৰিশদাই ক্লাছ চেভেনত

থাকোঁতেই স্ত্রীভূমিকাত অভিনয় কৰিছিল। অনিলেও কৰিছিল। গিৰিশদাৰ কথা যিমানখিনি জানোঁ, ১৯৪০ চনৰপৰাহে তেওঁ পুৰুষৰ ভূমিকাত অৱতীৰ্ণ হৈছিল। সেই ১৯৪০ চনৰপৰা ১৯৯৭ চন পৰ্য্যন্ত শ্ৰীযুত গিৰীশ চৌধুৰীয়ে একে লেথাৰীয়ে মূল চৰিত্ৰত অভিনয় কৰি আহিছে সমান আকৰ্ষণীয়ভাৱে। মঞ্চাভিনয়ৰ বাহিৰে চলচ্চিত্ৰ, দূৰদৰ্শন, আকাশবাণী মাধ্যমতো তেওঁৰ অভিনয়, নাট্য পৰিচালনা অৰু নাট সম্পৰ্কীয় চিন্তা-চৰ্চাই অসমৰ সংস্কৃতিক সমৃদ্ধ কৰি আহিছে। *মীনা বজাৰ* নাটকখন গিৰিশ চৌধুৰীয়ে ৰচনা কৰিছিল ১৯৪৮-৪৯ চনত। এটি মধ্যবিত্ত মুচলিম পৰিয়ালৰ অভাৱ-অনাটনৰ যোগেদি আমাৰ সমাজৰ বৈষম্যমূলক অৰ্থনৈতিক ব্যৱস্থাৰ কথা তেওঁ ইয়াত তুলি ধৰিছে। ইয়াত তেওঁৰ প্ৰগতিশীল বাস্তৱ চিন্তাধাৰা পৰিস্ফুটিত হৈছে। *আচাম ট্ৰিবিউনত* ১৯৫৮ চনৰ ১৪ চেপ্টেম্বৰ তাৰিখে এই নাটকখনিৰ যি প্ৰশংসাসূচক সমালোচনা প্ৰকাশিত হৈছিল এনে ধৰণে ঃ

"The writer evidently knows a great deal about our Muslim society. His knowledge about the artistic details that may constitute an outstanding drama, is convincing and like all true dramatists, he leaves the solution of the problem, he depicts to our imagination. As a stage artist of repute, he keeps a sharp eye on the stage when he writes his play and paints the characters with a profound sympathy and human understanding.

সেই ১৯৫৮ চনতে চিন্তাশীল সংস্কৃতিবান মানুহে গিৰিশ চৌধুৰীৰ নাট্য প্ৰতিভাক সমাদৰ কৰিছিল অকৃত্ৰিমভাৱে। *মীনা বজাৰ* পৰবৰ্তী কালত (১৯৬২) *মাটিৰ স্বৰ্গ* নামেৰে চলচ্চিত্ৰত ৰূপায়িত হয়। ইয়াৰ চিত্ৰনাট্য ৰচনা কৰিছিল গিৰিশ চৌধুৰীয়ে নিজে আৰু চলচ্চিত্ৰখনৰ পৰিচালক আছিল অনিল চৌধুৰী। অভিনয়ত প্ৰধান ভূমিকাত গিৰিশ চৌধুৰী স্বয়ং, অৰু বৰুণা চৌধুৰী নায়িকা ৰূপত। এইদৰে গোটেই পৰিয়ালটোই নাট্য সংস্কৃতিক আগ বঢ়াই আনিছিল, আৰু সেইটো হৈছিল গিৰিশ চৌধুৰীৰ নেতৃত্বত। ১৯৫৩ চনত গিৰিশ চৌধুৰীয়ে চলচ্চিত্ৰত অংশগ্ৰহণ কৰিছিল। *সতী বেউলা* চলচ্চিত্ৰখনত তেওঁ তাৰাপতি কৰ্মকাৰৰ ভূমিকাত অভিনয় কৰিছিল। তাৰাপতি কৰ্মকাৰ এক জটিল আৰু গুৰুত্বপূৰ্ণ চৰিত্ৰ। বেউলা লক্ষ্মীন্দৰৰ মেৰঘৰ নিৰ্মাণ আৰু চাঁন্দ সদাগৰৰ অলক্ষিতে তাতে ছিদ্ৰ থৈ দিয়া, এই কূট-কৌশল তেওঁৰ অভিনয়ৰ

মাজেদি ইমান সাৰ্থকভৱে প্ৰকাশিত হৈছিল যে বঙ্গৰ প্ৰখ্যাত চিত্ৰাভিনেতা ছবি বিশ্বাস আৰু পদ্মা দেবীয়ে তাৰ উচ্চ প্ৰশংসা কৰিছিল। এই *সতী বেউলাত* চান্দ সদাগৰৰ ভূমিকাত আছিল প্ৰখ্যাত অভিনেতা ফণী শৰ্মা অৰু চাঁন্দসদাগৰৰ পত্নী সনেকাৰ ভূমিকাত আছিল বৰুণা মুখাৰ্জী।

বহু তথ্যচিত্ৰ গিৰিশ চৌধুৰীয়ে পৰিচালনা কৰিছিল। অসম চৰকাৰৰ ব্যৱস্থাপনাত চলা জ্যোতি চিত্ৰবন ষ্টুডিঅৰ অধ্যক্ষ পদো তেওঁ গুৱনি কৰিছিল। দূৰদৰ্শনত বিভিন্ন ধাৰাবাহিক চিত্ৰকাহিনী আৰু অনাঁতাৰত প্ৰায় চাৰিশ অনুষ্ঠানত তেওঁ অংশগ্ৰহণ কৰিছিল। ৰেডিঅ'ত তেওঁ ১৯৪৮ চনৰপৰা এতিয়ালৈকে ২০০০ চন পৰ্য্যন্ত বিভিন্ন অভিনয়ত অংশগ্ৰহণ কৰি আহিছে। ১৯৭৪ চনত তেওঁক তেওঁৰ নাট্যকৰ্মৰ বাবে *নটসম্ৰাট* উপাধিৰে ভূষিত কৰি সন্মানিত কৰিছিল *গুৱাহাটী শিল্পী সংঘ* আৰু কেইটামান সংস্থাই। ইয়াৰ লগতে উল্লেখযোগ্য, নতুন দিল্লীৰ প্ৰখ্যাত সংস্থা *ক্ৰিটিক চাৰ্কল অব ইণ্ডিয়াই* গিৰিশ চৌধুৰীক ১৯৭৮ চনত বিশেষ পুৰস্কাৰেৰে ভূষিত কৰিছিল। অকল অসমীয়া ভাষাতেই নহয়, বাংলা ভাষাতো তেওঁৰ সমান পাৰদৰ্শিতা আছে। বাংলা সাহিত্য, সাহিত্য-ইতিহাস অদিৰ বিষয়ে থকা তেওঁৰ গভীৰ জ্ঞান তেওঁ আমাক প্ৰায়েই বিনিময় কৰি থাকে। বাংলা নাটক *নতুন ইহুদি, মায়ামৃগ, ৰাষ্ট্ৰ বিপ্লব* আদি আঠ-দহখন নাটকত তেওঁ অভিনয় কৰিছিল সুদক্ষভাবে বাংলা সংলাপ ব্যবহাৰ কৰি। বিভিন্ন দিশত থকা তেওঁৰ প্ৰতিভাই যোৱা আশী বছৰ ধৰি নাট্যজগতক আলোকিত কৰি আহিছে। গিৰিশ চৌধুৰীদেৱৰ অনুগামী যোগ্য অনুজ অনিল চৌধুৰীয়ে *প্ৰতিবাদ* লিখি আৰু মঞ্চস্থ কৰি যি আলোড়ন সৃষ্টি কৰিছিল তাৰ ধাৰা বৈ আছিল তেওঁৰ পৰবৰ্ত্তী নাটকবোৰৰ মাজেৰে। *চিৰন্তন* নাটক লিখা হৈছিল ১৯৫২ চনত, মঞ্চস্থ হৈছিল কুমাৰ ভাস্কৰ নাট্য মন্দিৰত ১৯৫৩ চনৰ ১১আৰু ১২ মে তাৰিখে। গ্ৰন্থ হিচাপে মুদ্ৰিত হৈছিল ১৯৬২ চনত। তেতিয়া পাণ্ডুলিপিৰপৰাই নাটক মঞ্চস্থ হৈছিল। তেতিয়া নাট্যকাৰসকল কি যে কঠিন সংগ্ৰামৰ মাজেৰে চলিব লগীয়া হৈছিল, এইটোৱেই তাৰ প্ৰমাণ। মুদ্ৰিত এই *চিৰন্তন* নাটকখন অনিলে দিছিল মোক। আজিও সেইখন কিতাপ মোৰ লগত আছে। চকুৰ পানী মচি মচি কিতাপখন আজিও চাওঁ, পঢ়োঁ। অসম সাহিত্যসভাৰ তৎকালীন সম্পাদক গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক ডঃ মহেশ্বৰ নেওগে *চিৰন্তনৰ* পাতনিত অনিলৰ

চৌধুৰীৰ নাট্য কৌশল আৰু বিষয়বস্তু উপস্থাপনাৰ উচ্চ প্ৰশংসা কৰিছিল। প্ৰখ্যাত সাহিত্যিক অধ্যক্ষ হেম বৰুৱাই *আচাম ট্ৰিবিউনত* (১৫/৩/১৯৫৩) এই নাটকখনৰ আলোচনা কৰি ইয়াক বিশেষ স্থান দিছিল। নাৰীৰ অসহায় অৱস্থাৰ প্ৰতি অনিলৰ সংবেদনশীলতা ইয়াত ফুটি উঠিছে নায়িকা জেউতীৰ সংলাপত ঃ *বিলাসিতা নকৰি সাধাৰণক লৈ শান্তি পাব বিচৰাটোৱেই নাৰীৰ ধৰ্ম। অথচ প্ৰকৃতিৰ দানৰ সুযোগ লৈ গাৰ বলেৰে তোমালোকে আমাক টানি লৈ ফুৰিছা, আপোন স্বাৰ্থত আমাক নৰকৰ দ্বাৰ বুলিছা, কেতিয়াবা আকৌ দেৱী আখ্যা দিছা"*। [*চিৰন্তন* পৃষ্ঠা ১০] আজিৰপৰা পঞ্চাশ বছৰ আগতে সাধাৰণ এজন নাৰীৰ মুখত এই বলিষ্ঠ ঘোষণা নাট্যকাৰৰ সাহসিকতাৰ পৰিচয়। অনিল চৌধুৰীয়ে চলচ্চিত্ৰতো অংশগ্ৰহণ কৰিছিল। তথ্যচিত্ৰ নিৰ্মাণত তেওঁ গিৰিশ চৌধুৰীৰ সহযোগী আছিল। নাটক আৰু অভিনয় জগতৰ বিভিন্ন ক্ষেত্ৰত অনিলে যি যোগ্যতাৰ পৰিচয় দিছিল শাৰীৰিক অসুস্থতাই তাক বহু ফালৰপৰাই সীমাবদ্ধ কৰি পেলাইছিল।

আকৌ ক'ব খোজোঁ, বাৰে বাৰে ক'ব খোজোঁ, গুৱাহাটীৰ এই চৌধুৰী পৰিয়ালৰ প্ৰায় সকলো সদস্যই অসমৰ সংস্কৃতিক যিদৰে আগ বঢ়াই নিছে তাৰ সূচনা শ্ৰীগিৰিশ চৌধুৰীৰ আৰু ইয়াৰ দিকনিৰ্দেশকো তেওঁৱেই। গিৰিশদাৰ আশী বছৰীয়া জন্ম দিনত ৰবীন্দ্ৰ নাথক অনুকৰণ কৰি মোৰ নিজৰ ভাবেৰে কবলৈ মন যায়ঃ

*আজ তব জন্মদিন, সদ্য ই প্ৰাণেৰ প্ৰান্তে পথে*
*ডুব দিয়ে উঠেছ যে অমৃতেৰ মন্দাকিনী হতে,*
*যেথা এই মন্ত্ৰ বাণী অনাহত বাজে,*
*সব ক্ষতি মিথ্যা কৰি অনন্তেৰ আনন্দ বিৰাজে।*



# নাট্য-জগতত নটসম্রাট শ্ৰীগিৰিশ চৌধুৰীৰ সান্নিধ্য

**বিপুল বৰা**

সৰু কালত মোৰ এটা ধাৰণা আছিল— যে বুক মামা শ্ৰীযুত গিৰিশ চৌধুৰীয়ে মাথোঁ থিয়েটাৰ আৰু অভিনয়কে কৰে, আন কাম একো নকৰে। তেনে ধাৰণা হোৱাৰ কাৰণ আছিল এয়ে যে জনা-বুজা হোৱাৰেপৰা মই বুক মামা আৰু সৰু মামাক থিয়েটাৰ লৈয়ে ব্যস্ত থকা দেখিছিলোঁ। আমিও আমাৰ ভাই-ককাই সকলোৱে লগ-লাগি নাটক লিখিছিলোঁ আৰু ঘৰৰ চুকে-কোণে থিয়েটাৰৰ মঞ্চ পাতিছিলোঁ। সেইবাবে বুক মামাৰ খোজ কাটল, কথা-বতৰা, সাজ-পোছাকলৈ বৰ লক্ষ্য ৰাখিছিলোঁ। বুক মামা সকলো ক্ষেত্ৰতে বৰ পৰিপাটি আছিল। সদায় বিৰ্তক এৰাই চলিছিল। খং-ৰাগ কৰা দেখা নাই। মধুসংলাপী হোৱা হেতুকে আজিও তেওঁৰ সঙ্গ বৰ ভাল পাওঁ।

*গুৱাহাটী শিল্পী সংঘ* প্ৰতিষ্ঠা হোৱাৰ আগৰ ছোৱাত মাৰ আঁচলত ধৰি মামাহঁতৰ থিয়েটাৰ চাবলৈ গৈছিলোঁ। বুক মামাক এজন আচৰিত মানুহ যেন লাগিছিল। কি দেখিছিলোঁ একো মনত নাই। ১৯৪৮ চনত আমি পৰিয়ালটো চিলঙলৈ গলোঁ। তেতিয়া বুক মামাই কৰা অনাঁতাৰ কেন্দ্ৰৰদ্বাৰা প্ৰচাৰিত নাটকবোৰ, মাহঁতৰ লগতে বহি শুনিছিলোঁ।

১৯৫১ চনত চিলঙৰ *দেৱ কুমাৰ মেমৰিয়েল* প্ৰেক্ষাগৃহত ছাহজাহান নাটক মঞ্চস্থ হৈছিল। বুক মামাই *ছাহজাহান* আৰু সত্যপ্ৰসাদ বৰুৱাই ঔৰংজেৱৰ ভূমিকাত অভিনয় কৰিছিল। প্ৰথম বাৰৰ বাবে মইও অভিনয় কৰাৰ সুযোগ পাইছিলোঁ, দাৰাৰ পুত্ৰ চিপাৰৰ ভূমিকাত। বুক মামাক মই প্ৰথমবাৰ মঞ্চত দেখিছিলোঁ। মোক খুব মৰমকৈ কি কৰিব লাগিব, কেনেকৈ সংলাপ ক'ব লাগিব, বুক মামা আৰু সৰু মামাই শিকাই দিছিল। মই বুজিছিলোঁ যে মোৰ অভিনয় বৰ ভাল হোৱা নাছিল; কিন্তু তথাপি মামাহঁতে প্ৰশংসা কৰি উৎসাহ দিছিল। ১৯৫৩ চনত বুক মামাহঁতে *১৮ শতিকাৰ অসম* নাটক মঞ্চস্থ কৰিবলৈ ঠিক কৰি আখৰা আৰম্ভ কৰে। চিলঙৰ অপেৰা হলত দুদিন আখৰা কৰাৰ

পিছত আৰু মই আগ বাঢ়িব নোৱাৰিলোঁ। কাৰণ মোৰ দেউতাৰ আকস্মিক মৃত্যু হৈছিল। অভিনয় আৰু কৰা ন'হ'ল। মই শাস্ত্রীয় সঙ্গীত বেছি ভাল পাইছিলোঁ। সেইবাবে তবলা শিকিবলৈ ললোঁ। বুক মামাই বাংলা নাটক কৰিছিল চিলঙৰ অপেৰা হলত (১৯৫১-৫৩)। নাটক কেইখন আছিল *টোগলক, ৰাষ্ট্ৰবিপ্লব* আৰু *নতুন ইহুদী*। বাংলা ভাষাত তেওঁৰ দখল দেখি চিলঙৰ বাংলা সমাজখন আচৰিত হৈছিল। ১৯৫৪ চনত চিলঙৰ *দেৱ কুমাৰ মেমৰিয়েল* প্ৰেক্ষাগৃহত মঞ্চস্থ হৈছিল *শোণিত কুঁৱৰী* নাটকখন। মই বুক মামাক চিলঙত মঞ্চস্থ হোৱা নাটবোৰৰদ্বাৰাই তেওঁৰ অভিনেতাৰ ৰূপটো দেখিবলৈ পাইছিলোঁ।

১৯৫৪ চনৰপৰা ১৯৫৮ চনলৈ মই বুক মামাৰ কোনো নাটক চোৱা মনত নপৰে। অনাতাঁৰ কেন্দ্ৰৰ যোগেদি প্ৰচাৰিত নাটকসমূহ কিন্তু নিয়মিতভাৱে শুনিছিলোঁ। এই কেইবছৰতে মই তবলা সাধনত ব্ৰতী হৈ হাত তৈয়াৰ কৰি লৈছিলোঁ। ১৯৫৮ চনত আমি গুৱাহাটীলৈ নিগাজীকৈ থাকিবলৈ আহিলোঁ। তেতিয়াৰপৰাই বুক মামা, সৰু মামা আৰু মাখনদাৰ সান্নিধ্যত থাকি *গুৱাহাটী শিল্পী সংঘৰ* সক্রিয় সদস্য হৈ পৰিছিলোঁ।

সৰু মামা অনিল চৌধুৰী ৰচিত *চিৰন্তন* আৰু *প্ৰতিবাদ* মোৰ চোৱাৰ সৌভাগ্য হোৱা নাছিল। বুক মামাই কৰা খলনায়কৰ অভিনয় আৰু সৰু মামী শ্ৰীযুতা বৰুণা চৌধুৰীয়ে কৰা অনবদ্য অভিনয়ৰ কথা শুনিছিলোঁ। সেয়ে ১৯৬০ চনত আমি *প্ৰতিবাদ* নাটক পুনৰ মঞ্চস্থ কৰিছিলোঁ। বুক মামাৰ খলনায়কৰ ৰূপটো দেখি তবধ মানিছিলোঁ। ইমান ধীৰ, স্থিৰ, সৎ চৰিত্ৰৰ মানুহজন যে মঞ্চত ইমান কুটিল হৈ যাব পাৰে কল্পনাই কৰা নাছিলোঁ। বুক মামাই ইয়াৰ পিছতেই খলনায়কৰ ভাও নলয় বুলি খাটাংকৈ সকলোকে জনাই দিছিল। ১৯৬০ চনৰ শেষৰ ভাগত গুৱাহাটীৰ *আৰ্য্য নাট্য প্ৰেক্ষাগৃহত ছাহজাহান* নাটকখন দুই ৰাতি মঞ্চস্থ কৰা হৈছিল। বুক মামা আৰু শ্ৰীসত্যপ্ৰসাদ বৰুৱাই *ছাহজাহান* আৰু *ঔৰংজেৱৰ* চৰিত্ৰ দুটা সালসলনি কৰি অভিনয় কৰিছিল। প্ৰথম ৰাতি বুক মামা *ছাহজাহান* আৰু শ্ৰীসত্যপ্ৰসাদ বৰুৱা *ঔৰংজেৱ*। দ্বিতীয় ৰাতি বুক মামা *ঔৰংজেৱ* আৰু শ্ৰীসত্যপ্ৰসাদ বৰুৱা *ছাহজাহান*। ছাহজাহান চৰিত্ৰটোৰ অভিনয় কৰি বুক মামাই আকৌ খ্যাতি লাভ কৰাৰ উপৰিও ঔৰংজেৱ চৰিত্ৰটোও সুন্দৰভাৱে ৰূপায়িত কৰিছিল। ইয়াৰদ্বাৰা বুক মামাই ইয়াকে প্ৰতিপন্ন কৰিছিল যে তেওঁ

শতকৰা এশ ভাগেই সচাঁ অভিনেতা।

বুক মামাই কেতিয়াও সংলাপ পাহৰা দেখা নাই। সংলাপ কোৱাত তেওঁৰ খোকোজাও নালাগে। বুক মামাই ঔৰংজেব হোৱা দিনাখন এটা বৰ আমোদজনক ঘটনা ঘটিছিল। কোনো এটা দৃশ্যত আখৰাত ঠিক কৰি লোৱা হিচাবে মঞ্চৰ সন্মুখলৈ আহি মামাই সংলাপ আওৰাই গৈ আছে। হঠাতে মামাই কঁকালত হাত এখন থৈ, লাহে লাহে পিছুৱাই গৈ, সিংহাসনত বহি পৰিল। স্মাৰকজন পিছৰ উইঙছলৈ লৰি যাব লগা হ'ল। লাইটমেনৰ পোহৰ পেলোৱাত অসুবিধা হ'ল। আমি সকলোবোৰ হতভম্ব। দৃশ্যপট পৰাৰ পিছতহে গোমৰ ফাঁক হ'ল। হাঁহিত আমি ৰ'ব নোৱাৰা হ'লোঁ। কথাটো আছিল মামাৰ চিল্কৰ পায়জামাৰ ৰচিডাল চিগি থাকিল। মামাই ক'লেঃ *মই Manage নকৰা হ'লে দৰ্শকে অৰ্ধ- উলঙ্গ ঔৰংজেবক দেখা পালেহেঁতেন।*

এয়াই জানো এজন অতি অভিজ্ঞতা-পূৰ্ণ অভিনেতাৰ পৰিচয় নহয় ? দ্বিতীয় ৰাতি আন এটা বিপদৰপৰা তেওঁ মোক ৰক্ষা কৰিছিল। সৰু মামা অনিল চৌধুৰীয়ে মোক প্ৰায় জোৰ কৰিয়েই ছায়েষ্টা খাঁৰ চৰিত্ৰটোত অভিনয় কৰিবলৈ দিছিল। মই মোৰ ব্যস্ততা দেখুৱাই অভিনয় কৰিব খোজা নাছিলোঁ। মঞ্চ সজোৱা, আৱহ সংগীতত চকু দিয়া, সাজপোছাক যোগাৰ আদিকে ধৰি বহু কামৰ দায়িত্ব আছিল। মোৰ মঞ্চ সজাত প্ৰায় তিনি দিন তিনি ৰাতি লাগিছিল। লুইতৰ শীতল বতাহে মোৰ গালৈ ১০২°-১০৩° জ্বৰ কঢ়িয়াই আনিছিল। মই বুক মামাৰ সোহাঁতে থাকি সংলাপ ক'ব লাগে। জ্বৰৰ ভমকত সংলাপ পাহৰিলোঁ। কথাটো গম পাই বুক মামাই মোক প্ৰস্থান কৰিবলৈ আদেশ দিলে। দৰ্শকে গমকে নাপালে। মই ৰক্ষা পৰিলোঁ আৰু তেতিয়াই শপত খালোঁ আগলৈ অভিনয় নকৰিবলৈ। বুক মামাই এনেকৈ বহু অভিনেতাক হাঁহিয়াতৰ পাত্ৰ হোৱাৰপৰা ৰক্ষা কৰিছে আৰু উৎসাহো দিছিল। বুকু মামা গহীন ৰসিক। *ছাহজাহানৰ* মঞ্চত আমি দূৰৈত ছাহজাহানে তাজমহল দেখি থকা ব্যৱস্থা কৰিলোঁ। বুক মামাক সুধিলোঃ *মামা আপুনি তাজমহলটো দেখিব নে?* মামাই তপৰাই উত্তৰ দিলে, *তাজমহলটো ছাহজাহানে দেখক নেদেখক দৰ্শকে দেখিলেই হ'ব।* এনে ধৰণৰ আমোদজনক কথাই জানো উৎসাহ নিদিয়ে?

*ছাহজাহান* নাটকখন ১৯৪৯,১৯৫১,১৯৬০ (২ ৰাতি) আৰু

১৯৭৪ চনত মুঠতে ৫ বাৰ মঞ্চস্থ কৰিছিল। মোৰ বুক মামাকেই ছাহজাহান যেন লাগিছিল। এনে লাগে যেন সম্ৰাট ছাহজাহানৰ আত্মাক বুক মামাই নিজৰ মাজতেই বহন কৰি আছে। মোৰ আজিও *ছাহজাহান* নাটকখনৰ বহু সংলাপ মনত আছে। প্ৰথম দৃশ্যত বুক মামাৰ মুখৰ প্ৰথম শাৰী সংলাপ *ইযে বৰ দুঃসংবাদ দাৰা* মই যেন ঠিক ছাহজাহানৰ কণ্ঠৰেই শুনা পাওঁ।

বুক মামাই প্ৰায় ৫৪ খন পূৰ্ণাঙ্গ নাটকত আৰু ৪০০ৰো অধিক অনাতাঁৰ কেন্দ্ৰৰদ্বাৰা প্ৰচাৰিত নাটকত অভিনয় কৰিছে। এয়া অসম্পূৰ্ণ পৰিসংখ্যা। আৰু অধিক হ'ব পাৰে। *গুৱাহাটী শিল্পী সংঘৰ* উপৰিও নানা গোষ্ঠীয়ে প্ৰযোজনা কৰা নাটক ইয়াৰ ভিতৰত পৰে। মোৰ মনত সাঁচ বহুৱা নাটক কেইখন হ'ল— *ছাহজাহান, জটায়ু, চকৰি, চিৰন্তন, প্ৰতিবাদ, মিনাবজাৰ, শিখা, বিবৰ্ত্তন* ইত্যাদি। এই নাটক কেইখনৰ পৰিচালক আছিল সৰু মামা অনিল চৌধুৰী। এই নাটক কেইখনে মোক মঞ্চত বুক মামাৰ সান্নিধ্যৰ কথা সোঁৱৰাই দিয়ে।

১৯৭২ চনত *জটায়ু* নাটকখন মঞ্চস্থ কৰা হৈছিল। বুক মামাৰ অভিনয়ে সমূহ দৰ্শকক মুগ্ধ কৰিছিল। আমাৰ পৰিশ্ৰম সাৰ্থক হৈছিল। দৰ্শকৰ মাজত বহি আছিল ক'লকাতাৰ খ্যাতনামা চিত্ৰ প্ৰযোজক শ্ৰী অনিল সেনগুপ্তা। নাটক শেষ হোৱাৰ পিছত মামাক তেওঁ সাৱটি ধৰিছিল। ১৯৭৮ চনত *গুৱাহাটী শিল্পী সংঘই* স্বনামধন্য নাট্যকাৰ প্ৰবীণ ফুকনদেৱৰ ৰচিত নাটক *চকৰি* মঞ্চস্থ কৰিছিল। বুক মামাই এজন মাতাল পিতৃৰ চৰিত্ৰত অভিনয় কৰিছিল। আমি আচৰিত হৈছিলোঁ তেওঁ নিখুঁটভাৱে মাতালৰ চৰিত্ৰটো ৰূপায়ণ কৰাৰ বাবে। ডাঃ মুক্তি গগৈয়ে ছোঁ ঘৰলৈ আহি বুক মামাক সুধি পেলাইছিল যে বুক মামাই সঁচাকৈয়ে মদ খাই লৈছিল নেকি? তেওঁৰ বিশ্বাস নোহোৱাত মুখৰ ওচৰলৈ নাক আনি গোন্ধ লৈ হে ক্ষান্ত হৈছিল। অভিনয় কিমান জীৱন্ত হৈছিল ইয়াৰপৰাই অনুমান কৰিব পাৰি।

বুক মামাই সকলো ধৰণৰ চৰিত্ৰত অভিনয় কৰি দৰ্শকক মুহিব পাৰিছিল। সেইবাবে ১৯৭৪ চনত *বিৱৰ্ত্তনৰ* পাতল চৰিত্ৰটোত সুন্দৰ অভিনয় কৰিছিল। *বিৱৰ্ত্তনৰ* ৰচোঁতা আছিল বিখ্যাত লিখক-নাট্যকাৰ কাঞ্চন বৰুৱা ওৰফে ভুৱন মোহন বৰুৱা। *গুৱাহাটী শিল্পী সংঘৰ* ৰূপালী জয়ন্তীত *বিৱৰ্ত্তন* নাটকখন কৰাৰ কথা বুক মামাই ঠিৰাং কৰি

মোক চিলঙলৈ পঠিয়াইছিল বৰুৱা দেৱৰপৰা নাটকখন আনিবলৈ। বৰুৱা দেৱৰ শংকা আছিল নাটকখন বা দৰ্শকে কি দৰে লয়। সৰু মামাৰ হাতত পৰি নাটকখনৰ ৰূপ সলনি হৈছিল আৰু বুক মামাৰ অভিনয়ে আমাৰ পৰিশ্ৰম সাৰ্থক কৰিছিল। বুক মামাই নিজে ৰচনা কৰা নাটক *মিনা বজাৰত* আমি দেখিবলৈ পাইছিলোঁ এজন প্ৰকৃত ইছলাম ধৰ্মীয় লোক। 'কোৰানৰ' আয়াত মাতি যাওঁতে এবাৰো ভাব হোৱা নাছিল যে বুক মামা প্ৰকৃততে এজন হিন্দু। উৰ্দ্দু, পাৰ্চীৰ উচ্চাৰণে সকলোকে ভাবিবলৈ বাধ্য কৰাইছিল যে মামাৰ উৰ্দ্দু, পাৰ্চীৰ ভাল জ্ঞান আছে।

এয়া মাথো অভিনয় দক্ষতা। কিন্তু *গুৱাহাটী শিল্পী সংঘই* নাটক মঞ্চস্থ কৰোঁতে বহুতো বাধা-বিঘিনি পাৰ হ'ব লগা হৈছিল। কিন্তু বুক মামা আৰু সৰু মামাই সকলো বাধা অতিক্ৰম কৰি নাটকৰ জগৎখনত আগবাঢ়ি গৈ আছিল। বুকু মামাক আমি কেতিয়াও বিচলিত হোৱা দেখা নাই। আৰ্থিক কঠিনতা সদায়ে আছিল। আন আন সাংগঠনিক বেমেজালিবোৰ বুক মামাই বৰ সহজে আতঁৰাইছিল। *গুৱাহাটী শিল্পী সংঘৰ* ৰূপালী জয়ন্তীৰ প্ৰথম নাটক মঞ্চস্থ কৰাৰ প্ৰায় এক ঘন্টাৰ আগেতে গম পোৱা গ'ল যে মাখন দাই কামৰ হেঁচাত ৰূপকাৰজনক মাতিবলৈ পাহৰিলে। আমি সকলোৱে হতাশ হৈ পৰিছিলোঁ। বুক মামাই মোক লগত লৈ অসমৰ বিখ্যাত ভাস্কৰ যুগল দাসৰ পাণবজাৰস্থ বাসভৱন পালেগৈ। সেই সন্ধিয়াৰ সন্মান ৰক্ষা পৰিল, মহান শিল্পী যুগল দাসৰ বাবে। বুক মামা আৰু সৰু মামা কথাছবি প্ৰযোজনাত ব্যস্ত থকা সময়ছোৱাত *গুৱাহাটী শিল্পী সংঘৰ* নাটক মঞ্চস্থ কৰা পাতলীয়া হৈছিল। এই সময়ছোৱাত মাখনদা আৰু মই কলাকুঞ্জৰ জৰিয়তে সঙ্গীত জগতত সোমাই পৰিছিলোঁ। বুক মামা সম্পূৰ্ণৰূপে নাট্য জগতৰ লগতহে লিপ্ত আছিল। সেইবুলি সঙ্গীত ভাল নোপোৱা নহয়। শিৱসাগৰত সঙ্গীত নাটক একাডেমীৰ সৌজন্যত সমাৰোহত বুক মামাই গোটেই ৰাতি দৰ্শকৰ আসনত বহি ওস্তাদ নজাকৎ আলি আৰু চলামৎ আলিৰ শাস্ত্ৰীয় সঙ্গীত শুনাৰ কথাটো মোৰ মনত আছে। সেই সময়ত বুক মামা সঙ্গীত নাটক একাডেমীৰ অসম শাখাৰ কাৰ্য্যকৰী সমিতিৰ সক্ৰিয় সদস্য আছিল। ৰাণী সবিতা দেৱী আছিল সভানেত্ৰী। কথাছবিৰ ক্ষেত্ৰত মই বুক মামাক *মাটিৰ স্বৰ্গ* আৰু *সোনটিৰ* চেটত পাইছিলোঁ। কলিকতাৰ শিল্পী সমাজখনত বুক মামাৰ জনপ্ৰিয়তা দেখি আচৰিত

হৈছিলোঁ। সেই সময়তে অথাৎ *মাটিৰ স্বৰ্গৰ* চুটিং চলা অৱস্থাত, মই বহুতো শিল্পীৰ সান্নিধ্যলৈ আহিছিলো- মামাদ্বয়ৰ যোগেদি। ১৯৭৫ চনত *সোনটিৰ* কাম কলকাতাত চলি আছিল। বুক মামা ব্যস্ত আছিল অভিনয় লৈ আৰু বৰ্ত্তমানৰ মেগাষ্টাৰ অমিতাভ বচ্চনক অসমীয়া শিকোৱা লৈ। মই মোৰ ভতিজা শ্ৰীমান ৰাজু (ৰাজীৱ বৰা)ক লৈ কলকাতা পাইছিলোঁগৈ। ৰাজুই সৰুকালিৰ সোনটিৰ চৰিত্ৰত অভিনয় কৰিব। শ্ৰীঅমিতাভ বচ্চনে মামাৰ অভিনয় দেখি আকৰ্ষিত হৈছিল আৰু মামাৰ অভিজ্ঞতাৰ বিষয়ে নানা প্ৰশ্ন কৰিছিল।

অহা ৫ মাৰ্চ ২০০১ তাৰিখে বুক মামাই ৮০ বছৰীয়া জীৱন সম্পূৰ্ণ কৰিব। বুক মামা এতিয়াও সক্ৰিয় হৈ আছে আৰু নাট্য জগতলৈ অধিক অৰিহণা যোগাবলৈ সদাপ্ৰস্তুত। তেওঁ যেন প্ৰতিজ্ঞাবদ্ধ। মহান কবি-ৰবাৰ্ট ফ্ৰষ্টৰ কবিতাৰেই মামাৰ এই দৃঢ়তা প্ৰকাশ কৰিব পাৰি।

তেৰোঁ যেন কৈছে—

"But I have promises to keep
And miles to go before I sleep
And miles to go before I sleep",

ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ যেন বুক মামাক আৰু বহু দিন আমাৰ মাজত সুস্থ মন আৰু শৰীৰেৰে কৰ্মঠ কৰি ৰাখে।



# গিৰিশ চৌধুৰী এক আত্মমগ্ন নাট্য কৰ্মী

**লক্ষী দত্ত**

গিৰিশ চৌধুৰী অসমৰ নাট্য জগতৰ এগৰাকী বাটকটীয়া নাট্যকৰ্মী। সম্পৰ্কত মোৰ ভিনিহীদেউ। ভিনিহীদেউক মই সম্পৰ্কৰ বান্ধোনেৰে যিদৰে লগ পাইছোঁ, একেদৰে বহু সময়ত মই নাট্য কৰ্মী, শিল্পী ৰূপেও পোৱাৰ সৌভাগ্য ঘটিছে। গুৱাহাটীত ভিনিহীদেউৰ সৈতে বহু সময় নাটক আৰু অভিনয় সম্পৰ্কে আলোচনা হৈছে; আৰু বহু সময়ত নাটকৰ বিভিন্ন দিশত মোৰ নিজা অভিমত ব্যক্ত কৰিছোঁ। ভিনিহীদেউৰ নাটক সম্পৰ্কে নিজা ধাৰণা এটা আছে; যিটো বহু সময়ত বিশ্ববিখ্যাত বোলছবিৰ পৰিচালক সত্যজিৎ ৰায় আৰু নাটৰ ওজা ছবি বিশ্বাসৰ ধাৰণাৰ স'তে মিলে। নাটক যে এক বহুবৰ্ণৰ 'ক্লাচিকেল' আৰ্ট, সেই কথা ভিনিহীদেউৱে খুউব দৃঢ়তাৰে বিশ্বাস কৰে-- আৰু সেই বিশ্বাস নিজে কৰা নাটকৰ অভিনয়ত ব্যৱহাৰ কৰে। তেওঁ নাটকৰ সংলাপ পৰিবেশনত আৰু অভিনয়ত স্বাভাৱিকতাক অধিক গুৰুত্ব দিয়ে। গুৱাহাটীত বা তিতাবৰত যি সময়তে নাটকৰ প্ৰসঙ্গত আলোচনা আৰম্ভ হয়; ঠিক তেতিয়াই তেওঁ যিসকল কুশীলবৰ উদাহৰণ দিয়ে, তেওঁলোক ভাৰতৰ নাট্যজগতৰ বাটকটীয়াৰূপে বহুল পৰিচিত। এবাৰ এখন বাংলা দৈনিকত জনৈক সমালোচকে কৈছিল-- ছবি বিশ্বাসৰ মুখত আভিজাত্যৰ ছাপ থকা সত্বেও সাধাৰণ এজন শিক্ষকৰ অভিনয় প্ৰকাশত অদ্বিতীয় আছিল। একে কথা বহু সময়ত মোৰ ভিনিহীদেউৰ ক্ষেত্ৰতো আছিল। এইটো মোৰ ব্যক্তিগত অনুভৱ। নাটকৰ উৎসই হ'ল মানুহৰ জীৱন-যন্ত্ৰণা, প্ৰেম-বিষাদৰপৰা। আৰু অভিনয়? আৰু অভিনয়ৰ উৎসই হ'ল-- প্ৰতিদিনৰ মানুহৰ ধাৰাবাহিকতাৰপৰা সম্পৰ্কৰ সূত্ৰে আত্মীয়তা গঢ়ি উঠা ভিনিহীদেউৰ জীৱনধাৰাত। মই ভিনিহীদেউক এগৰাকী আত্মমগ্ন নাট্যকৰ্মীৰূপে পাইছোঁ। নাটকৰ চৰিত্ৰক অভিনেতাই ৰূপ দিবৰ বাবে যি সাধনা কৰাৰ প্ৰয়োজন, সেই প্ৰয়োজনক *এটা বাধ্যতামূলক* বিষয়ৰূপে তেওঁ গ্ৰহণ কৰে। নাটক

আজিও অসমত এক 'মাইনৰিটি কালচাৰ' ৰূপে আছে যদিও পশ্চিমবঙ্গত নাটক এক ব্যৱসায়িক পেচাৰূপে ব্যৱহৃত হৈছে। তাৰ মাজত যিসকলে নাটক জীৱনৰ দৰ্শন, বা জীৱনৰ সঞ্চিত সম্পত্তি বুলি ভাবে, তেনে নাট্যশিল্পীৰ মাজত গিৰিশ চৌধুৰীৰ নামটো উল্লেখ কৰিব পাৰি। তাতোকৈ গুৰুত্বপূৰ্ণ দিশটো হ'ল মোৰ ভিনিহীদেউৰ পৰিয়ালত থকা অনিল চৌধুৰী, মাখন দেৱান, বৰুণা চৌধুৰী, গুৱাহাটীৰ তথা অসমৰ সহ-অভিনয় প্ৰচলনৰ বাটকটীয়া।

বাহুল্যৰ প্ৰয়োজন নাই যে মহানগৰৰ দ্ৰুত আৰু কংক্ৰিট আধুনিক জীৱনৰ ধামখুমিয়াত নাটশিল্পক জীৱনৰ মধুৰতা নিচা ৰূপে গ্ৰহণ কৰিব পৰাটোৱেই মোৰ ভিনিহীদেউৰ জীৱনৰ প্ৰধান সফলতা। আৰু সেই ব্যতিক্ৰমী জীৱনৰ মাজত জীয়াই থকাসকলে হয়তো বাহিৰৰ চৌখিন পৃথিৱীৰ বহু স্বাদৰেপৰা বঞ্চিত হ'ব; কিন্তু এটা ঐতিহ্যপূৰ্ণ প্ৰাচীন কলা (নাটক)ৰ প্ৰতি আজীৱন ভক্ত হৈ থাকিব পৰাটোৱেই জীৱনৰ অমূল্য সম্পদ। সেই সম্পদৰ অধিকাৰী মোৰ ভিনিহীদেউ হ'ব পাৰিছে।



# গুৰু গিৰিশচন্দ্ৰ

**বাদল দাস**

ৰাৱণ পক্ষৰপৰা নিক্ষেপ কৰা শক্তিশেলত আহত হৈ মূৰ্চ্চিত আৰু মৃতপ্ৰায় হৈ পৰা লক্ষ্মণক সাৱটি ধৰি পুৰুষোত্তম শ্ৰীৰামচন্দ্ৰই বিলাপ কৰি কৈছিল ঃ *দেশে দেশে কলত্ৰাণি, দেশে দেশে চ বান্ধৱা। ঃ*

বিচাৰিলে দেশে দেশে পত্নীও পোৱা যাব। দেশে দেশে বন্ধুও বিচাৰি উলিয়াব পাৰি; কিন্তু ত্ৰিভুবন চলাথ কৰিলেও লক্ষ্মণৰ দৰে ভ্ৰাতা বিচাৰি পোৱা টান। ইতিহাসেও কয়, ৰজা ৰামচন্দ্ৰক অধিক মৰ্য্যাদা প্ৰদান কৰিছিল ভ্ৰাতৃৰ প্ৰতি থকা তেওঁৰ অগাধ স্নেহে।

সেয়াতো গ'ল ত্ৰেতাযুগৰ কথা। কলিযুগত বহু পট পৰিবৰ্তন হৈ গ'ল। আজিৰ যুগত শ্ৰীৰামচন্দ্ৰৰ দৰে পুৰুষ এক প্ৰকাৰ দুৰ্লভ। ভায়ে ভায়ে কৰা হত্যানুষ্ঠানৰ নৰমেধ যজ্ঞৰ মাজত, আত্মীয়-কুটুম্ব আৰু স্বধৰ্মী-পৰধৰ্মীৰ প্ৰতি নিৰ্বিচাৰ খিয়লা-খিয়লিৰ মাৰমুখী খেলত লিপ্ত থকা মানুহবোৰৰ ভিতৰত, ভ্ৰাতৃস্নেহৰ চানেকীয়েই বা ক'ত? মানব প্ৰেমৰ পটন্তৰ এতিয়া প্ৰায় অলীক কল্পনাৰ দৰে হৈছেগৈ।

কিন্তু তাৰ মাজতে আচৰিতভাৱে হ'লেও এই প্ৰকাৰৰ বিৰল প্ৰজাতি একেবাৰে নিঃশেষ হৈ যোৱা নাই। আছে। এতিয়াও আমাৰ মাজত এনে একো একোজন ব্যক্তি আছে যাৰ ভ্ৰাতৃপ্ৰেম তথা মানৱপ্ৰেম ৰজা ৰামচন্দ্ৰৰ দৰেই মহীয়ান, প্ৰজাপ্ৰেমী পুৰুষোত্তম ৰামৰ দৰেই গৰীয়ান।

শ্ৰীৰামচন্দ্ৰৰ ভ্ৰাতৃপ্ৰেমতকৈ কোনো গুণে কম নোহোৱা এইজন পুৰুষ হৈছে আমাৰ সকলোৰে প্ৰিয়পাত্ৰ তথা শ্ৰদ্ধাভাজন গিৰিশদা। এক কাল্পনিক চৰিত্ৰ নহয়। তেজ-মঙহৰ শৰীৰেৰে আশী বছৰ অতিক্ৰম কৰিবলৈ আগ বঢ়া নটনায়ক তথা নৰনায়ক গিৰিশচন্দ্ৰ চৌধুৰী।

সৌ সিদিনাখন লক্ষ্মণৰ দৰে সুযোগ্য ভ্ৰাতৃ অনিল চৌধুৰীক হেৰুৱাই শোকত ম্ৰিয়মাণ হোৱা গিৰিশ চৌধুৰীৰ মাজত আমি শ্ৰীৰামচন্দ্ৰৰ ভকৎবৎসল ৰূপটোকেই প্ৰত্যক্ষ কৰিবলৈ পালোঁ।

মই দৃঢ়ভাৱে বিশ্বাস কৰোঁ গিৰিশদাক শ্ৰীৰামচন্দ্ৰৰ লগত তুলনা কৰি মুঠেও অতিৰঞ্জনৰ আশ্ৰয় লোৱা নাই। এখন ঘৰৰ মাজত, এটা পৰিয়ালৰ ভিতৰত, বহুবোৰ আত্মীয়-স্বজন-বংশ-কুটুমৰ লগত, বন্ধু-বান্ধৱ শুভাকাঙ্খী ভাবকৰ বাবে গিৰিশ চৌধুৰী 'ৰজা' নহয় নো কি?

তেওঁ জানো কেৱল থিয়েটাৰতে ৰজা হৈছে? এই সকলোবোৰ মানুহৰ উপৰিও যিয়ে এবাৰলৈ হ'লেও তেওঁৰ সান্নিধ্যলৈ আহিছে, সেইসকলেও গিৰিশ চৌধুৰীক 'ৰজা' বুলি মানি ল'বলৈ বাধ্য হৈছে। সকলোৰে হৃদি-সিংহাসনত অধিষ্ঠিত হোৱা অবিসম্বাদী এক একচ্ছত্ৰী সম্ৰাটৰ দৰে। তেওঁৰ অযোধ্যাখনৰ কিবা সীমা-পৰিসীমা আছে জানো?

এয়া গ'ল 'মহাৰাজ' গিৰিশ চৌধুৰীৰ কথা। ইয়াৰ লগতে পুৰুষোত্তম গিৰিশ চৌধুৰীৰ কথাও নক'লে বক্তব্য আধৰুৱা হৈ ৰ'ব। সেই প্ৰসঙ্গতে ব্যক্তিগত জীৱনত মই লগ পোৱা 'মানুহ' গিৰিশ চৌধুৰীৰ কথাওতো ক'বই লাগিব।

যি কেইজন ব্যক্তিৰ সান্নিধ্য আৰু সাহচৰ্য্যৰে মোৰ অভিনয়-জীৱন আশীৰ্বাদধন্য হৈছিল, সেই সকলৰ শোভাযাত্ৰাত লক্ষ্যধৰ চৌধুৰী, ফণী শৰ্মা, বিষ্ণু ৰাভা, সাৰদা বৰদলৈ, চন্দ্ৰ ফুকনৰ লগতেই গিৰিশদাৰ স্থান।

নটসম্ৰাট গিৰিশ চৌধুৰী আমাৰ দুয়োৰে, অৰ্থাৎ মই আৰু মোৰ অভিনেত্ৰী-পত্নী শ্ৰীমতী গিৰিজা দাসৰ দীক্ষাগুৰু। ব্যক্তিগতভাৱে পাৰিবাৰিক জীৱনত মই গিৰিশদাৰ মোমায়েকৰ পুতেক-ভাই। সহোদৰ নহ'লেও তেওঁৰে ভাতৃ। তথাপিও কিন্তু গিৰিশদাৰ ভাতৃৰ অধিকাৰ মই বিচৰা নাই। মই খুজি লৈছোঁ ভক্ত হনুমানৰ অধিকাৰ। সেইবাবে আজি গুৰুবন্দনা কৰাৰ বাহিৰে মোৰ কোনো গত্যন্তৰ নাই। এনে কোনো স্তোত্ৰ-মন্ত্ৰ নাই যিহেৰে মই তেওঁৰ মহীৰুহৰদৰে বিশাল ব্যক্তিত্বৰ বৰ্ণনা দিব পাৰিম। মইতো অন্ধ ভাবকৰ দৰে, বিশ্লেষণ কৰিব পৰা বিদ্যাই বা মোৰ ক'ত?

তেওঁৰ গুণাৱলীৰ কথা সুধীসকলে ব্যাখ্যা কৰিব। বিশ্লেষণ কৰিব তেওঁৰ প্ৰতিভাৰ। তেওঁৰ মেধা আৰু চৰিত্ৰৰ প্ৰতিচ্ছবি দাঙি ধৰিব।

অৱশ্যে মই এটা কাম কৰিব পাৰোঁ— একান্ত নৈৰ্ব্যক্তিকভাৱে। অভিনয় জগতত পদক্ষেপ দিবলৈ আগ বঢ়া নাইবা ইতিমধ্যে অনুপ্ৰৱেশ লাভ কৰা নতুন প্ৰজন্মক গিৰিশ চৌধুৰী সম্পৰ্কে এটা বৈশিষ্ট্যপূৰ্ণ বিষয় ব্যক্ত কৰাৰ দায়িত্ব ল'ব পাৰোঁ। সেয়া হ'ল তেওঁৰ কণ্ঠস্বৰ আৰু সাধনাৰ কথা।

কণ্ঠস্বৰ যাৰ খুউব বলিষ্ঠ নাইবা গভীৰ— সেইজনহে অভিনেতা হোৱাৰ যোগ্য। এই ধাৰণা যে ভ্ৰান্ত তাক গিৰিশদাই প্ৰতিপন্ন কৰি দিছে। গিৰিশ চৌধুৰীৰ কণ্ঠস্বৰ নটসূৰ্য্য ফণী শৰ্মা নাইবা কলাগুৰু বিষ্ণু ৰাভাৰ দৰে নিটোলো নহয় গধুৰো নহয়। কিন্তু ঈশ্বৰপ্ৰদত্ত মিহি কণ্ঠৰ অধিকাৰী হৈয়ো কেৱল স্বৰসাধনাৰদ্বাৰাই তেওঁ আপোন কণ্ঠক লালিত্য আৰু গভীৰতা প্ৰদান কৰিব পাৰিছে। সেয়ে সাধনাৰ বলতেই তেওঁৰ কণ্ঠস্বৰ হৈ পৰিছে pleasing in quality অথচ sufficient in quantity, লগে লগে capable of infinife variety of mood and character।

অভিনয় জগতত গিৰিশ চৌধুৰীৰ এই বিষয়ত যি অতুলনীয় দক্ষতা আৰু অমলিন প্ৰতিভা, আজিলৈকে কোনেও তাৰ সমকক্ষ হ'ব পৰা নাই— অতিক্ৰম কৰাতো দূৰৰে কথা!

সামৰণিত পৰমপিতা পৰমেশ্বৰক খাটিছোঁ যাতে আমি আজীৱন গিৰিশ চৌধুৰীৰ আশীৰ্বাদধন্য হৈ থাকিব পাৰোঁ। ভগৱানে তেওঁক সু-স্বাস্থ্যৰ অধিকাৰী কৰি সুদীৰ্ঘ জীৱনৰ গৰাকী কৰক— এয়া আমাৰ বাবে একান্তভাৱে কাম্যই নহয়— প্ৰাৰ্থনাও।



# শ্ৰদ্ধেয় গিৰিশ চৌধুৰীৰ সান্নিধ্যত

গিৰিজা দাস

গিৰিশদা অসমীয়া কলা-সংস্কৃতি জগতত এটা মিঠা নাম যাৰ প্ৰতিচ্ছবি মনলৈ আহিলেও শ্ৰদ্ধাত শিৰ নত হৈ যায়।

দাদাক মই প্ৰথম লগ পাইছিলোঁ আজিৰপৰা সাতত্ৰিশ বছৰ আগতে, স্বামী বাদল দাসৰ লগত বিবাহপাশত আবদ্ধ হোৱাৰ পিছত। মোৰ শহুৰ দেউতা প্ৰবোধ দাস আৰু শাহু-আয়ে ন-বোৱাৰীৰ ৰূপত মোক লৈ গৈছিল গিৰিশদাহঁতৰ ঘৰলৈ। সম্বন্ধত তেওঁ মোৰ বৰজনা। দাদাক সেই প্ৰথম দেখিয়ে কিন্তু মোৰ গোঁসাই এজন দেখাৰ দৰে ভাব হৈছিল। সত্ৰৰ অধিকাৰৰ দৰে বহি থকা দাদাক আঠু কাঁঢ়ি সেৱা কৰিলোঁ। ভাব হ'ল মই যেন এজন অধিকাৰ প্ৰভুৰ ওচৰত শৰণহে ল'লোঁ।

তাৰ পিছত গুৰুজন হিচাপে গিৰিশদাক পাই আহিছোঁ-পৰিয়ালৰ সকামে-নিকামে আৰু সংস্কৃতিৰ 'ৰৰচ'ৰাত আত্মীয়তাৰ সূত্ৰত। দাদাৰ সাহায্যত থাকি এটা কথাই অনুভৱ কৰিছিলোঁ যে এই মানুহজনে কাকো খং কৰিব শিকা নাই, কাকো আঘাত দিব নাজানে। তেওঁৰ হৃদয়খন যেনিবা এখন মৰমৰ মহাসাগৰহে,-পাৰাপাৰ নাই।

অনিলদা আছিল গিৰিশদাৰ ছাঁৰ দৰে। ভাই-ককাইৰ মৰমৰ এনেকুৱা উদাহৰণ মই আজিলৈকে ক'তো দেখা নাই। আমি আটায়ে দুজনক একেলগে *ৰাম লক্ষ্মণ* বুলি ক'বলৈ বাধ্য হৈছিলোঁ।

গিৰিশদাৰ অভিনয় প্ৰতিভাৰ কথা মই কৈ অন্ত কৰিব নোৱাৰিম। তেওঁ জানো অকলে অভিনয় কৰে? দাদাই নিজে কৰাৰ উপৰিও লগৰ আন সকলোকে অভিনয় কৰাত সহায় কৰে। মই জানো, অসমৰ বহু প্ৰতিভাসম্পন্ন শিল্পীৰ প্ৰতিভা বিকাশত দাদাই যথেষ্ট বৰঙণি আগ বঢ়াই আহিছে। এনেদৰে উৎসাহ-উদ্দীপনা আৰু সহযোগিতাৰে শিল্পী সৃষ্টি কৰা আন কোনোবা আছে নে নাই ক'ব নোৱাৰোঁ। আছে যদি সংখ্যা নিশ্চয় নগণ্য হ'ব।

আজি অভিনয়-জগতলৈ মই যিকণ বৰঙণি আগ বঢ়াব পাৰিছোঁ, সেয়া একমাত্ৰ তেওঁৰ বাবেহে। জীয়ৰী কালত মঞ্চাভিনয় কৰিছোঁ যদিও

চলচ্চিত্ৰলৈ মোক আনিলে গিৰিশদাই আজিৰপৰা কুৰি বছৰ আগতে *'মানসী'* বোলা ৰঙীন ছবিখনৰ যোগেদি। এইখনেই মোৰ জীৱনৰ প্ৰথম ছবি। পৰিচালক আছিল বংগদেশ তথা দেশৰ আগ শাৰীৰ ছবি নিৰ্মাতা তপন সিন্‌হাৰ মুখ্য সহকাৰী বলাই সেন। সেই ছবিখন উড়ীয়া আৰু অসমীয়া দুয়োটা ভাষাতে একেলগে নিৰ্মিত হৈছিল।

এই ছবিখনত গিৰিশদাই এজন জমিদাৰৰ চৰিত্ৰত অভিনয় কৰিছিল আৰু মোক দিছিল এগৰাকী আধুনিকা বোৱাৰীৰ ভাও এটা। চৰিত্ৰটো গুৰুত্বপূৰ্ণ আৰু মুখ্য; তথাপিও মোক এই চৰিত্ৰত অভিনয় কৰিবলৈ দি গিৰিশদাই যি 'ৰিস্ক' লৈছিল তাৰ উত্তৰত মই সফলতাৰে অভিনয় কৰি গিৰিশদাৰ মান ৰক্ষা কৰিব পাৰিছিলোঁ। সেয়া সম্ভৱপৰ হৈছিল একমাত্ৰ গিৰিশদাৰ বাবে। সকলো সময়তে উদগনি জনাই সহশিল্পীৰপৰা তেওঁ কাম আদায় কৰি লৈছিল। এইদৰেই তেওঁ ন-পুৰণি শিল্পীসকলক সুঅভিনয় কৰাৰ বাবে প্ৰেৰণা যোগাইছিল।

মোক জীৱনৰ প্ৰথম চলচ্চিত্ৰত অভিনয় কৰিবলৈ দি সুযোগৰ দুৱাৰখন খুলি দিয়াৰ বাবে মই তেওঁৰ ওচৰত চিৰকৃতজ্ঞ। প্ৰতিখন ছবিতে বিচিত্ৰ অভিনয় কৰাত মই তেওঁৰপৰা আশীৰ্বাদ পাই আছোঁ। কুৰিখনতকৈ অধিক ছবিত কাম কৰাৰ পিছতো সৌ সিদিনাখন মুম্বাইৰ কল্পনা লাজমীৰদ্বাৰা পৰিচালিত *দমনৰ* মুখ্য ভূমিকাত কাম কৰিবলৈ লোৱাৰ দিনাও তেওঁ মোক আশীৰ্বাদ দিছিল। সেয়া মোৰ বাবে পৰম সৌভাগ্যৰ কথা।

*মানসীৰ* চিত্ৰগ্ৰহণৰ সময়ত গিৰিশদাই চিলং, কলকাতা আদি বিভিন্ন ঠাইত সদায় লক্ষ্য ৰাখিছিল যাতে শিল্পীসকলৰ থকা-খোৱাত অকণমানো কষ্ট নহয়। তেওঁৰ সজাগতা আৰু অভিভাৱকত্বৰ বাবে শিল্পী-কলাকুশলীয়ে মনত সাহস পাইছিল। আজিৰ চলচ্চিত্ৰ জগতত গিৰিশদাৰ দৰে কেইজন অভিভাৱক ওলাব মই নাজানোঁ।

*মানসীত* কৰা গিৰিশিদাৰ এটা দৃশ্যৰ অভিনয় মই জীৱনত কেতিয়াও পাহৰিব নোৱাৰিম। মৃত্যুশয্যাত শুই শুই কৰা সেই মৰ্মস্পৰ্শী দৃশ্যই সকলোকে অভিভূত কৰিছিল।

অসমৰ কলাকৃষ্টিৰ জগতত গিৰিশদা ভোটাতৰা হৈ জিলিকি থাকক। দাদাই যেন এশ বছৰতকৈয়ো অধিক কাল জীয়াই থাকি আৰু কাম কৰি থাকিব পাৰে তাৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিলোঁ।



# আমাৰ বুক্ মামা

অৰ্চনা মহন্ত

সৰুতে মাৰ মুখত মামাইঁতৰ সৰুকালিৰ কথা সাধু শুনাৰদৰে শুনিছিলোঁ। মাইঁতৰ ছগৰাকী বাই-ভনী। তেওঁলোকৰ ল'ৰা নাছিল। একেবাৰে শেষৰ গৰাকী মোৰ মা। মাৰ পিছতে হেনো ল'ৰা সন্তান জন্ম হৈছিল। সেয়া মোৰ ডাঙৰ মামা গিৰিশ চৌধুৰী। মাইঁতে মৰমতে সকলোৱে 'বোপা' বুলি মাতিছিল আৰু ভাগিনবিলাকে 'বুক্ মামা' বুলি। ইয়াৰ পিছত আৰু এজন মামাৰ জন্ম হ'ল সৰু মামা অনিল চৌধুৰী। দুয়োজন মামা আমাৰ অতিকে মৰমৰ।

আমি অকমান ডনা হোৱাৰেপৰা মামাইঁতক সদায় নাটক-থিয়েটাৰ আদিৰ লগতেই ব্যস্ত থকা দেখিছিলোঁ। আমাৰ সৰুকালিৰ কথা। সেইসময়ত ইয়াত টেলিভিচনৰ প্ৰচলন হোৱা নাছিল। ৰেডিঅ'ও খুউব কম মানুহৰ ঘৰতহে আছিল। এদিন বুক মামাৰ অনাঁতাৰ নাটক এখন শুনিবলৈ ঘৰৰ সকলো মানুহ ৰেডিঅ'ৰ ওচৰত বহিছিল। হঠাৎ মামাৰ মাতটো ৰেডিঅ'ৰ মাজেৰে আহি আমাৰ কাণত পৰিলহি। মই খুউব সৰু আছিলোঁ, মামাৰ মাতটো ৰেডিঅ'ত শুনি কান্দিবলৈ ধৰিলোঁ, মামা ৰেডিঅ'ৰ ভিতৰৰপৰা কেনেকৈ ওলাই আহিব বুলি। মাইঁতে মোক বুজনি দিছিল, অলপ পিছতে মামা ওলাই আহিব বুলি।

মামাইঁতৰ নাটক আমি প্ৰায়েই চাইছিলোঁ। তেওঁলোকৰ নাটকৰ অভিনয়ে আমাৰ সৰুবিলাকৰ ওপৰতো প্ৰভাৱ পেলাইছিল। আমাক বৰকৈ আকৃষ্ট কৰিছিল। আমি খেলিছিলোঁ *নাটক-নাটক খেল।* ঘৰতে আমাৰ জেঠাইহঁতৰ ল'ৰা-দাদাইঁতে নাটক লিখিছিল আৰু আমি বন্ধত সেই নাটকবোৰত অভিনয় কৰিছিলোঁ। মামাইঁতক আৰু পৰিয়ালৰ আন লোকসকলক কেতিয়াবা আমাৰ ঘৰতে অভিনয় কৰা সেই নাটক চাবলৈ মাতিছিলোঁ। তেওঁলোকে আমাক উৎসাহ দিছিল। এনেকৈয়ে আমি নাটকৰ লগত জড়িত হৈ গৈছিলোঁ। লাহে লাহে মামাইঁতে তেওঁলোকৰ নাটকত অংশ গ্ৰহণ কৰিবলৈকো আমাক সুবিধা দিছিল। মোৰ মনত পৰে, মই ন বছৰমান বয়সতে বুক মামাৰ লগত নাট এখনত অভিনয় কৰিবলৈ সুবিধা পাইছিলোঁ। কেনেকৈ অভিনয় কৰিব লাগে মামাই মোক শিকাই দিছিল। খুউব ভয় লাগিছিল তেতিয়া নাটকৰ কথাবিলাক মনত নাথাকে বুলি। এনেকৈয়ে তেওঁ কেবাখনো নাটকত সৰু সৰু চৰিত্ৰ কিছুমানত আমাক অভিনয় কৰিবলৈ সুবিধা দিছিল।

গিৰিশ মামা আৰু অনিল মামা দুয়োজনৰে কথা বেলেগে ক'বলৈ গ'লে আধৰুৱা হৈ থাকে। সদায় দুয়োজনক সকলো কামতেই একেলগে দেখি আহিছোঁ। যি কোনো কামেই দুয়োজনে লগলাগি কৰিলেহে কামটো সম্পূৰ্ণ হয়। দুয়ো অতি অভিন্ন হৃদয়ৰ বন্ধুৰ দৰে আছিল। সমাজৰ বা পৰিয়ালৰ যি কোনো কথাই দুয়ো আলোচনা কৰিহে সিদ্ধান্তত উপনীত হৈছিল। আজি বুক মামাৰ কথা অকলে ক'বলৈ অলপ টান লাগিছে। সৰু মামা আজি আমাৰ মাজত নাই, কিন্তু আমাৰ সকলোৰে বিশ্বাস তেওঁ যেন আগৰ দৰেই সকলো কথা, সকলো কামতে ডাঙৰ মামাৰ লগত ছাঁৰ দৰে লাগি আছে।

নাটজগতত মামাইঁতে যথেষ্ট অৰিহণা যোগাইছিল। নাটক এখন মঞ্চস্থ কৰিবলৈ তেতিয়া বহু কষ্টৰ সন্মুখীন হ'বলগীয়া হৈছিল। তাহানি সহ অভিনয়ৰ প্ৰথা প্ৰচলন নাছিল। মামাইঁতে বুজাই বৰাই ছোৱালীক অভিনয় কৰিবলৈ মান্তি কৰাইছিল। অভিভাৱকসকলৰো তেওঁলোকৰ ওপৰত ইমান বিশ্বাস আছিল যে ছোৱালীইঁতক অভিনয় জগতলৈ আগ বঢ়াই দিবলৈ কুণ্ঠাবোধ কৰা নাছিল। মামাইঁতেও অতি সততাৰে নিজৰ ভনীৰদৰে তেওঁলোকৰ দায়িত্ব বহন কৰিছিল।

বিভিন্ন মঞ্চত ডাঙৰ মামাৰ অভিনয় আমি দেখিছিলোঁ। মামাৰ অভিনয় দেখি আমি মুগ্ধ হৈছিলোঁ। ঐতিহাসিক চৰিত্ৰ যেনে ছাহজাহান, ঔৰংজেৱ আদি চৰিত্ৰসমূহ এনেকৈ অভিনয় কৰিছিল যে চাই থকা দৰ্শকসকলৰ সঁচাকৈয়ে সেই ঐতিহাসিক পুৰুষসকলক চকুৰ আগত দেখা যেন লাগিছিল। তেনেকৈয়ে সামাজিক নাটকবিলাকতো অভিনয় ইমান স্বাভাৱিক আছিল যে চৰিত্ৰসমূহে সকলোৰে অন্তৰ চুই যাব পাৰিছিল।

গোটেই জীৱন অভিনয়ৰ লগত জড়িত থকা বুক মামাই কেবাখনো নাট ৰচনাও কৰিছিল আৰু সেই নাটসমূহ মঞ্চত পাৰদৰ্শিতাৰে অভিনয়ো কৰিছে।

বুক মামাই এতিয়াও মাজে মাজে কথাছবি, নাটক আদিত অভিনয় কৰি আছে। দূৰদৰ্শনৰ যোগেদি এতিয়াও প্ৰায়েই ৰাইজক দেখা দি আছে।

এইদৰেই বুক্‌মামাই অভিনয়ৰ পাৰদৰ্শিতা আৰু জনপ্ৰিয়তা এতিয়ালৈকে অক্ষুণ্ণ ৰাখিব পৰাটো আমাৰ বাবে গৌৰৱ আৰু আত্মসন্তুষ্টিৰ কথা।

বুক মামাৰ সুস্বাস্থ্য আৰু দীঘলীয়া জীৱন কামনা কৰিলোঁ।



# মই দেবেনে কৈছোঁ...

দেবেন দেৱান

*হেল'*! ফোনৰ ৰিচিভাৰত বিনম্ৰ কণ্ঠস্বৰ। *গিৰিশ মামা মই দেবেনে কৈছো। নৰ্থ জাৰ্মাণীৰ বাল্টিক সাগৰৰ পাৰৰপৰা। ভালে আছেনে?*

*অনিল গ'লগৈ।*

গিৰিশ মামাৰ সেই মৃদু কণ্ঠস্বৰত অনুভৱ কৰিছিলোঁ বন্ধুৰ দৰে ভাতৃ তথা এক সহযোগীক হেৰুওৱাৰ গভীৰ বেদনাৰ মৰ্মকথা। সেয়া আছিল টেলিফোনত ভায়েক অনিল চৌধুৰী ঢুকোৱাৰ কেইদিনমান পিছৰ কথা। ইয়াৰ দুদিনমান আগতেই বৌৰপৰা (অনু দেৱান) খবৰটো পাইছিলোঁ। ঠিক একেই অৱস্থা হৈছিল মাখনদা ঢুকোৱাৰ সময়তো। বিগত অক্টোবৰৰপৰা জানুৱাৰী ২০০১ লৈ জাৰ্মাণীৰ এখন বিশ্ববিদ্যালয়লৈ গৈছিলোঁ,-- শিকাৰ লগতে শিকাবলৈ, অতিথি--প্ৰবক্তা হিচাপে। নাট্যসম্ৰাটৰূপে স্বীকৃতি লাভ কৰা মঞ্চ, অনাতাঁৰ তথা বোলছবি জগতৰ প্ৰবীণ অভিনেতা গিৰিশ চৌধুৰী আমাৰ ডাঙৰ মা সৰোজ বালা চৌধুৰী দেৱানৰ ভাতৃ। সেয়ে আমাৰো মামা। মোৰ স'তে কেৱল মামা-ভাগিনৰ সম্পৰ্কই নহয়, এজন সাংস্কৃতিক সহকৰ্মী বন্ধুৰ দৰে সম্পৰ্ক। বিগত ছয় দশক ধৰি গিৰিশ মামাই সংস্কৃতিৰ এই বৰপথাৰতেই ঘাত-প্ৰতিঘাত, আনন্দ আৰু বেদনাৰ প্ৰাচীৰ সাজি চাৰিকুৰি বছৰ অতিক্ৰম কৰিব ওলাইছে। আজি নতুনত্বৰ জোৱাৰত প্ৰবীণৰ কৃতিত্বক অৱলোকন কৰাটো নিশ্চয় প্ৰেৰণাৰ উৎস হ'ব পাৰে। গিৰিশ মামাৰ সাংস্কৃতিক পথাৰৰ দুজন সহযোগী মাখনদা (ভাগিন) আৰু অনিল চৌধুৰীয়ে (ভায়েক) তেওঁক অকলশৰীয়া কৰি গ'ল। এই ত্ৰিমূৰ্তিৰ লগত মোৰ সম্পৰ্ক কলিকতালৈ যোৱাৰপৰাই নিবিড় হৈছিল। তেওঁলোকৰ লগত *ইন্দ্ৰপুৰী*ৰপৰা *জ্যোতি চিত্ৰবনলৈ* নিউথিয়েটাৰৰপৰা গুৱাহাটীৰ *ৰবীন্দ্ৰ ভৱনলৈ* কলা-সংস্কৃতিৰ বহুতো কথাই আলোচনা কৰিছিলোঁ। গিৰিশ মামাই আঁত ধৰে পুৰণি সোণ সেৰীয়া বহুতো কথাৰ। এই মুহূৰ্তত বহুতো কথাই মনলৈ আহিছে যাক শব্দেৰে পৰিপাটিকৈ সজাই প্ৰকাশ কৰাটো মোৰ বাবে দুৰূহ। এই সমগ্ৰ কথাবোৰ যেন এখন বিৰাট বিমূৰ্ত চিত্ৰ, য'ত সকলো ৰঙৰ সমাবেশ ঘটিছে।

সৰুতে ছয়গাঁৱৰ ঘৰত ৰেডিঅ'ত প্ৰায় নাটক শুনিছিলোঁ গলগলীয়াৰ সোণালী কণ্ঠস্বৰেৰে অভিনয় কৰা কিছু নাটকৰ কথা আজিও মনত পৰে। নাটকৰ অন্তত অংশগ্ৰহণকাৰীসকলৰ নাম ঘোষণাত যেতিয়া গিৰিশ চৌধুৰী, মাখন দেৱান, অনিল চৌধুৰীৰ নাম শুনোঁ তেওঁলোকৰ স'তে আমাৰ সম্পৰ্কৰ কথা কৈ গাঁৱৰ অনান্য ল'ৰা-ছোৱালীৰ আগত 'বাহাদুৰি' মাৰোঁ। অহঙ্কাৰ কৰোঁ। তেতিয়া মাজে-সময়ে মাখনদা ছয়গাঁৱলৈ আহিলেই বহু মানুহ গোট খায়। মাখনদাৰ পিতৃ আমাৰ জেঠাৰ বিয়োগত শ্ৰাদ্ধত গিৰিশ মামা প্ৰমুখে চৌধুৰী পৰিয়ালৰ আটাইয়ে উপস্থিত আছিল। তেওঁলোকক চাবলৈ গাঁৱৰ বহু মানুহৰ সমাগম হৈছিল। আজিও শৈশৱৰ মধুৰ স্মৃতি প্ৰজেক্টত দিয়া ৰিলৰ দৰে ওলাই থাকিব খোজে।

কলিকতাৰ এ এছ এল ক্লাবৰ ১২৫ বছৰীয়া জয়ন্তী উপলক্ষ্যে প্ৰকাশিত *সংক্ৰান্তিৰ* বিশেষ সংখ্যাটিৰ বাবে *অসমীয়া চলচ্চিত্ৰ আৰু কলিকতা* শীৰ্ষক এটি লিখা বিচাৰি ড° ভূপেন হাজৰিকা আৰু কুলদা ভট্টাচাৰ্যৰ ওচৰ চাপিছিলোঁ। তেওঁলোক দুয়োজনেই পৰামৰ্শ দিলে : *গিৰিশ চৌধুৰীক লিখিবলৈ কোঁৱা। তেৰেঁই ইয়াৰ বাবে যোগ্য ব্যক্তি।* তেওঁলোকৰ কথামতেই চিঠি আৰু ফোনত যোগাযোগ হ'ল। যথা সময়ত লিখিনি পালোঁ। বহু লিখকৰপৰা লিখনি দূৰৰেই কথা, লিখনি বিচাৰি চিঠিৰ স'তে পঠোৱা পোষ্টকাৰ্ডখনকে নপঠালে। লিখাটি পঢ়ি আপ্লুত হ'লোঁ। তাহানি কলিকতাত চিনেমা নিৰ্মাণ কৰিব গৈ এশ এবুৰি সমস্যা লৈ জুৰুলা হোৱা কথাৰ লগতে বহু তথ্যৰে ভৰপূৰ এই প্ৰবন্ধটিয়ে অনান্য প্ৰবন্ধৰ লগতে সংখ্যাটিৰ কলেবৰ আৰু গভীৰতাত নতুনত্ব আনিলে। সংকলনটি হাতত পোৱা সকলে নিশ্চয় বুজিব।

হেল'! ফোনৰ ৰিচিভাৰত বিনম্ৰ কণ্ঠস্বৰ। *গিৰিশ মামা। মই দেবেনে কৈছো কলিকতাৰপৰা।*

*ভালে আছানে? গুৱাহাটীলৈ কেতিয়া আহিবা। সোনকালে আহা; তোমাৰ স'তে বিশেষ কথা আছে।* সেয়া আছিল ১৯৯৬ ৰ ফেব্ৰুৱাৰী মাহৰ কথা মই। গুৱাহাটী আহিলত সেই বিশেষ কথাৰ আলোচনা হ'ল। *জ্যোতি চিত্ৰবনৰ* বাগিছাত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ প্ৰতিমূৰ্তি এটি প্ৰতিষ্ঠাপন কৰাৰ পৰিকল্পনাৰ কথা। সেই সময়ত গিৰিশ চৌধুৰী আছিল· *জ্যোতি চিত্ৰবন* ফিল্ম ষ্টুডিঅ'ৰ অধ্যক্ষ। ইতিমধ্যে মোৰ অগ্ৰজপ্ৰতিম

শিল্পী বীৰেনদাৰ (সিংহ)ৰ লগত আমি ডিফু আৰু হাফলঙত কেবাটিও ব্ৰোঞ্জৰ প্ৰতিমূৰ্তি সাজি উলিয়াইছোঁ। জ্যোতি চিত্ৰবনৰ সম্মুখত জ্যোতিপ্ৰসাদৰ মূৰ্তি প্ৰতিষ্ঠাপনৰ সকলো দিশ তথা অন্যান্য কৰণ-কৌশল (ব্ৰোঞ্জ, পাথৰ, ফাইবাৰ আৰু চিমেণ্ট)ৰ তেওঁ আঁতিগুৰি ল'লে। বিতং খা-খবৰ, হিচাপ জনাই মোক এখন নিবিদা আকাৰে চিঠি কৰিব ক'লে। কলিকতালৈ গৈ সকলো তৈয়াৰ কৰি পঠালোঁ। ইয়াৰ কেইমাহমান পিছতেই চৰকাৰ সলনিৰ লগে লগে গিৰিশ চৌধুৰীও অধ্যক্ষ পদৰপৰা সলনি হ'ল। তাৰ পিছত এই বিষয়টো বহু দিন তল পৰি থাকিল। হঠাৎ যোৱা বছৰ মো'ত শিল্পী বীৰেনদা (সিংহ) জ্যোতি চিত্ৰবনৰ বাবে জ্যোতি প্ৰসাদৰ মূৰ্তিৰ খচৰাৰ বাবে (মাকেট) বহু ফটোগ্ৰাফেৰে আলোচনা হ'ল। কলিকতাত অৱশেষত খচৰা তৈৰী হ'ল। তাৰ পিছত মই বিদেশত যাবৰ ববে ব্যস্ত হৈ পৰিলোঁ। জাৰ্মাণীৰপৰা উভতি অহাৰ কিছু দিন পিছতেই জ্যোতি চিত্ৰবনৰ-বাগিছাত এই মূৰ্তিৰ প্ৰতিষ্ঠাপনৰ খবৰ পালোঁ। খবৰটো শুনি মোৰ মনত এক শিহৰণ জাগিছিল।

১২ ফেব্ৰুৱাৰীৰ জ্যোতিপ্ৰসাদৰ মূৰ্তি উন্মোচনী সভালৈ গিৰিশদাৰ স'তে একেখন গাড়ীতেই গ'লোঁ। পথত বহু কথাই আলোচনা হ'ল। *জ্যোতি চিত্ৰবনৰ* প্ৰাক্তন অধ্যক্ষগৰাকীৰ পৰিকল্পনাক শিল্পী বীৰেণ সিংহই কম সময়ৰ ভিতৰতে সাজি উলিওৱা প্ৰতিমূৰ্তিটি প্ৰত্যক্ষ কৰিব যোৱা আনন্দৰ ধ্বনি তেওঁৰ মৃদু কণ্ঠস্বৰত জিলিকি উঠিছিল। তেতিয়া মোৰো মন গহন বনত অন্য এক পুলকৰ শিহৰণ জাগিছিল।....



# বুক মামালৈ মুকলি চিঠি.....

**অখিল কোঁৱৰ**

**মৰমৰ বুকমামা!**

আপোনাৰ চাৰিকুৰি বছৰীয়া জন্মদিনত সম্বৰ্দ্ধনা সমিতিৰ অভিনন্দন গ্ৰন্থৰ সম্পাদকে নিজৰ বাচনিমতে আপোনাৰ বিষয়ে মোৰপৰা এটি লিখনী বিচাৰিছেঁ।

সঁচা কথা ক'ব গলে চিন্তাতেই পৰিছো। কাৰণ মোৰ আপোনৰো আপোন মামাৰ বিৰল প্ৰতিভাৰ বিষয়ে কেনেকৈ গুণানুকীৰ্ত্তন কৰিম, ক'ৰ পৰা আৰম্ভ কৰিম ভাবি মই উৱাদিহ পোৱা নাই।

আচলতে এই 'বুকমামা' শব্দটোত মোৰ বাবে যেন কিবা এটা যাদু আছে, কিবা এটা অলৌকিক শক্তি আছে, কিবা এটা শিহৰণ আছে। নানান ঘাত-প্ৰতিঘাতৰ মাজেৰে নাটক, থিয়েটাৰ, চিনেমাকে জীৱনৰ মূলমন্ত্ৰ কৰি লৈ আপুনি আজি আশীটা বছৰ পূৰ্ণ কৰিবলৈ ওলাইছে।

উলুবাৰীত এসময়ত আমাৰ ঘৰৰ ওচৰতে থকা বাবে আপোনাৰ ভাগিনবোৰৰ ভিতৰত ময়েই বোধহয় মাখনদাৰ পিচতে আপোনাক নিবিড়ভাবে শৈশৱৰপৰা পাইছোঁ। মায়ে কৈছিলে সৰু কালিতে আপুনি হেনো আমাৰ চেন্টমেৰীজ স্কুলৰ ওচৰত থকা ঘৰত কেইবাবছৰো আছিলে। পূজা-পৰ্ব্ব আহিলেই মায়ে হেনো আপোনাক পাইজামা পাঞ্জাবী পিন্ধাই দিয়ে আৰু দেখিবলৈ বোলে কি অপৰূপ হৈ পৰে। মাৰ মুখে আপোনাৰ কথা শুনোঁতে শুনোঁতেই মোৰ আপোনাৰ প্ৰতি কিবা এটা আসক্তি উপজিছিল। ইয়াৰ পিছত সহকৰ্মী হিচাবে আপোনাৰ লগত একেখন অফিচতে চাকৰী কৰিছোঁ, আপোনাৰ চাকৰী শেষ নোহোৱালৈকে। প্ৰথমতে যেতিয়া শুনিলোঁ আপুনি হেনো চিলঙৰপৰা মই কাম কৰা গুৱাহাটীৰ অফিচটোলৈ বদলি হৈছে, তেতিয়া মোৰ মহাচিন্তা হৈছিল...। একেখন অফিচতে আপোনাৰ লগত কাম কৰাৰ

পিচত অৱশ্যে সকলো সহজ হৈ গৈছিলে। আনকি আপোনাৰ বিয়াৰ জোৰণ পিন্ধাবলৈ ময়েই ৰাণুৰে সৈতে নিশাৰ বেলত জোৰণৰ সামগ্ৰী লৈ কইনাৰ ঘৰ সুদূৰ তিতাববলৈ গৈছিলোঁ— য'ত তিতাববত থকা মোৰ ডাঙৰ বাইদেউৰে মোক আৰু ৰানুক লগত লৈ গৈ মামীক জোৰণ পিন্ধাইছিল গৈ।

এক কথাত ক'বলৈ গ'লে আপুনিয়েই মোৰ জীৱনৰ আদৰ্শ আৰু প্ৰেৰণা। যি কোনো সমস্যাত পৰিলেই আপোনাৰ ওচৰলৈ দৌৰি গৈছোঁ সমাধান বিচাৰি। আপোনাৰ সহায় পৰামৰ্শ নহলে মোৰ আজিও নহয়। আজি মোৰ সাহিত্যৰ প্ৰতি, থিয়েটাৰ-অভিনয়ৰ প্ৰতি যি ৰাগ, যি সামান্য জ্ঞান তাৰ উৎস আপুনি আৰু সৰু মামা অনিল চৌধুৰী। যেতিয়া আপোনালোকে নাটক মঞ্চস্থ কৰাৰ দিহা কৰে তেতিয়া আনন্দত আপোন পাহৰা হৈ পৰোঁ। আখৰাৰপৰা নাটক মঞ্চস্থ নোহাবালৈকে নিজকে বিলাই দিওঁ। গুৱাহাটীত আপুনি অভিনয় কৰা এনে এখন নাটক নাই যিখন মই চোৱা নাই।

এবাৰ আৰ্য্য নাট্য মঞ্চত 'ছাহজাহান' নাটক মঞ্চস্থ কৰোঁতে জানিবলৈ পালোঁ আপুনি হেনো ছাহজাহানৰ চৰিত্ৰটোত অভিনয় নকৰে, ঔৰংজেবৰটোতহে কৰিব। টমিদাই ছাহজাহানৰ অভিনয় কৰিব। মনে মনে মোৰ কুমলীয়া মনটোত ইমান খং উঠিছিলে টমিদাৰ ওপৰত। আচলতে আপোনাকহে মোৰ ছাহজাহান হিচাবে চাবলৈ হেঁপাহ। সদায় আপুনিয়েই ছাজাহানৰ অভিনয় কৰে আৰু ছাহজাহান বুলি ক'লে- সৰ্বসাধাৰণে তেতিয়া আপোনাকেই ছাজাহান বুলি জানিছিল। ছাজাহান হিচাপে আপুনি আছিল এক কিংবদন্তী। অভিনেতা হিচাপে আপোনাৰ ক্ষমতা অসীম কিন্তু যেতিয়া দেখিলোঁ যি প্ৰাণ দি আপুনি ঔৰংজেবৰ চৰিত্ৰ অভিনয় কৰিছে মোৰ টমিদাৰ ওপৰত উঠা খং নাইকিয়া হৈ গ'ল। মই যেন বুৰঞ্জীত পঢ়া জীৱন্ত ঔৰংজেবকহে দেখিবলৈ ধৰিলোঁ। টমিদাই যিদৰে সুন্দৰভাবে ছাহজাহানৰ অভিনয় কৰিছিল সেয়া এতিয়াও মোৰ চকুৰ আগত ভাঁহি আছে।

নাটক চোৱাৰ উপৰিও মোৰ ষ্টেজৰ চেটিং চোৱাৰ বৰ কৌতূহল আছিল। এবাৰ এটা চেটিঙচ্‌ত জয়পুৰী প্ৰকাণ্ড ফুলদানীটো গোবিন্দ

মামাই ( ˚গোবিন্দ দাস) যিডোখৰ ঠাইত থৈছিল মই ঠিক হোৱা নাই বুলি কোৱাত লগে লগে মই কোৱা ঠাইডোখৰত থৈ কৈছিল— এতিয়া ঠিক হৈছেনে? এইবোৰ কথা যেন সিদিনাৰহে কথা। দেবেন দাদা (শ্ৰীদেবেন দাস) ছাহজাহানৰ নাটকৰ বাবে সজোৱা তাজমহলৰ দৃশ্য লাইটৰ পোহৰত কি অপূৰ্ব্ব লাগিছিল; যেন যমুনাৰ পাৰৰ সঁচা তাজমহলহে।

ইয়াৰ উপৰিও আপোনাৰ ৰেডিঅ'ৰ নাটকে মোক কম পাগল কৰা নাছিল। ডঃ ভবেন শইকীয়াৰ নাটক থাকিলেতো আৰু কথাই নাই! নাটক শুনিবৰ কাৰণে কি ব্যাকুলতা!! এটা সময়ত নিজৰ ৰেডিঅ নথকাত কাৰ ঘৰলৈ যে যোৱা নাছিলোঁ, আপোনাৰ নাটক শুনিবৰ বাবে।এটা কথা হয়তো বহুতে নাজানে আপোনাৰ শিল্পী জীৱনৰ বাহিৰেও যে আপুনি এজন ট্ৰেঞ্চৰ্পোট ইউনিয়নৰ নেতা আৰু যি ধৈৰ্য্যৰে আপুনি ইউনিয়নৰ বৃহৎ সভাবোৰ ৰাতি এপৰলৈকে কেতিয়াবা পুৱালৈকে পৰিচালনা কৰিছিল, অসমৰ ইমূৰৰপৰা সিমূৰলৈকে ঘূৰি তাক দেখি মই তবধ মানিছিলোঁ। আপোনাৰ উদাত্ত কণ্ঠৰ বক্তৃতা শুনিলে সভাৰ মানুহ স্তব্ধ হৈ পৰিছিল, সভাস্থলীত কাঁহ পৰি জিন যোৱাৰ লেখিয়া হৈছিল। যি কোনো সমস্যা আপুনি সমাধা কৰি দিছিল, কোনেও তাৰ প্ৰতিবাদ কৰাৰ সাহস গোটাব নোৱাৰিছিল।

আজি আপুনি সৰু মামাক হেৰুৱাই অঠাই সাগৰত পাল চিঙা নাও— ৰিক্ত - সৰ্ব্বস্বান্ত। আপুনি আৰু সৰু মামা আছিল একেটা মুদ্ৰাৰে দুটা ফাল। এজনক বাদ দি এজনৰ কথা ভাবিবই নোৱাৰি। তথাপি মানিবই লাগিব সৃষ্টিৰ ইয়ে চিৰাচৰিত প্ৰথা।

শেষত ঈশ্বৰৰ ওচৰত কাতৰে প্ৰাৰ্থনা কৰিছোঁ যেন জীৱনৰ বাকী কেইটা বছৰ সম্পূৰ্ণ এটা নিৰোগী দেহাৰে আমাৰ মাজত হাঁহি খেমালিৰে থাকি অসমৰ নাট্য সংস্কৃতিলৈ আৰু বহুমূলীয়া অৰিহণা যোগাই যায়। লগতে বুকুৰ তলি উদং কৰি আপোনাৰ এই শুভ জন্মদিনত মোৰ মৰম, শ্ৰদ্ধা আৰু শুভেচ্ছা জনাইছোঁ। ইতি—



# 'বুক মামা' শ্ৰীগিৰিশ চৌধুৰীলৈ মোৰ সশ্ৰদ্ধ প্ৰণাম

**সৰ্ব্বানন্দ দেৱশৰ্মা**

১৯৪৯ চন। মাৰ্চ মাহৰ ৩ তাৰিখ। সেইদিনা মোৰ পিতা ˚বিবেকানন্দ শৰ্মাদেৱে সোণাপুৰ মৌজাৰ হঁহৰাৰ বৰগোগ গাঁৱৰ মোৰ নিজ ঘৰৰপৰা মোক পঢ়িবৰ নিমিত্তে আনি গুৱাহাটীৰ উলুবাৰী নিবাসী সেইসময়ৰ বিখ্যাত ব্যৱসায়ী ˚সত্যৰাম পাত্ৰৰ ঘৰত থকাৰ ব্যৱস্থা কৰি কামৰূপ একাডেমী স্কুলত পঞ্চম শ্ৰেণীত নাম লগাই থৈ যায়। তেওঁলোকৰ ডাঙৰ ল'ৰা ৰঞ্জিৎ পাত্ৰৰ সৈতে দুয়ো একে শ্ৰেণীতে পঢ়োঁ। দুয়ো সখি পাতি লওঁ। তেতিয়াৰেপৰা ময়ো তেওঁলোকৰ পৰিয়ালৰ এজন হৈ পৰোঁ। মই সখিৰ মাকক মোৰ মাতৃজ্ঞান কৰি আইদেউ বুলি মাতিবলৈ লওঁ। লাহে লাহে তেওঁলোকৰ বংশ-পৰিয়ালৰ সকলোৰে লগতো চিনাকি হওঁ। সখিৰ সৈতে স্কুললৈ যাওঁতে সৰু মাহীয়েক (অৰ্চ্চনা মহন্তৰ মাক) হঁতৰ চোতালেৰে ডাঙৰ মামা গিৰিশ চৌধুৰীদেৱৰ চোতালেৰে গৈ পূব দুৱাৰেদি ঘৰত সোমাই পশ্চিম দুৱাৰেদি ওলাই যাওঁ আৰু যাওঁতে তেওঁৰ দেউতাক আমাৰ সকলোৰে ককাক সেৱা কৰি যাওঁ। ককাই আমাক মূৰত ধৰি আশীৰ্বাদ দিয়ে।

পাত্ৰ পৰিয়ালৰ ল'ৰা-ছোৱালীয়ে মাক যিদৰে মাতে ময়ো সেইদৰে মাতিবলৈ লওঁ। তেওঁলোকৰ দুগৰাকী জেঠায়েক আৰু তিনিগৰাকী মাহীয়েক আৰু দুজন মোমায়েক শ্ৰীগিৰিশ চৌধুৰী আৰু ভায়েক ˚অনিল চৌধুৰী মোৰো জেঠাই, মাহী আৰু মামা হৈ পৰিল। শ্ৰীগিৰিশ চৌধুৰী 'বুক মামা' আৰু ˚অনিল চৌধুৰী 'সৰু মামা'। মামাহঁতৰ ঘৰত তেতিয়া আছিল মামা দুজনৰ বাহিৰেও মামাৰ মাক-দেউতাক, দুজন ল'ৰা আৰু দুজনী ছোৱালীৰ সৈতে দুগৰাকী বাইদেৱেক। এজন বঙালী গান্ধীবাদী ভদ্ৰলোক,-ডাঙৰসকলৰ 'জ্ঞানদা' আৰু সৰু সকলৰ 'মামা' আৰু শ্ৰীসত্যপ্ৰসাদ দাস। মামাৰ মাক-দেউতাক দুয়ো বৰ মৰমীয়াল আছিল। তেওঁলোকৰ ঘৰত বহুতো আশ্ৰিতা আছিল। ৬ মাৰ্চ ১৯৪৯ তাৰিখৰপৰা ৩ চেপ্তেম্বৰ ১৯৬৯

তাৰিখলৈ মই এই পৰিয়ালৰ লগত আছিলোঁ। এতিয়া মই অলপ দূৰত থাকিলেও, তেওঁলোকৰ লগত মোৰ সম্বন্ধ এতিয়াও গাঢ়। সুখ-দুঃখ, বিয়া-সবাহ সকলোতে আহ্ যাহ্ আছে। মৰম, স্নেহ, শ্ৰদ্ধা আছে।

মই লগ পোৱাৰেপৰা মামাৰ এটা ডাঙৰ বিশেষত্ব দেখা পাওঁ। দুয়োজনৰ, 'বুক মামা' আৰু সৰু ভায়েক অনিল চৌধুৰী 'সৰু মামাৰ' মিল। তেওঁলোক দুয়ো মাত্ৰ ভাই-ককায়ে নহয়, বন্ধু, সকলো আলোচনাৰ লগৰীয়া আৰু সুখ-দুঃখৰ ভাগী। মই পোৱাৰেপৰা এনেকুৱা ভাই-ককাইৰ মিল আজিলৈ ক'তো দেখা নাই। ক'ৰবালৈ গ'লেও একেলগে একেখন ৰিক্সাতে উঠি যোৱাহে দেখিছোঁ। বোধকৰো 'বুক মামা'ই ক'ৰা পৰিবহণৰ চাকৰি আৰু কৰ্মীসংঘৰ মিটিঙলৈ যোৱাত বাদে ভায়েকক এৰি ক'লৈকো যোৱা নাছিল।

তেওঁৰ শিল্পী জীৱনৰ মহান অৱদানৰ কথা মোৰ দৰে এজনে কি ক'ম, কি লিখিম? তেওঁ নিজেই অসমৰ এটা মহান অনুষ্ঠান। মই পঞ্চাশৰ দশকতেই আৰ্য্য নাট্য হলত প্ৰথম *চাহজাহান*ৰ ভাওত নাটকত আৰু পিছত *বিশ্বকৰ্মা*ৰ ভাওত চিনেমাত দেখা পাওঁ। পঞ্চাশৰ দশকত তেওঁৰ নাট কৰাৰ লগৰীয়া নিজ পৰিয়ালৰ লোকৰ বাহিৰেও শ্ৰীযুত সত্যপ্ৰসাদ বৰুৱা, বুধিন শৰ্মা, ˚অবিনাশ দাস, পুলিচ অফিচাৰ শ্ৰীউমেশ দত্ত, ˚মোৱাজ্জিন আলি আদি লোকসকল আছিল। এতিয়া তেওঁৰ নাট, চিনেমা, চিৰিয়েল আদিত কৰা ভাওৰ কথা কৈ শেষ কৰিব পৰা নহয়।

মামাৰ জীৱনলৈ বহুতো দুঃখ-বেজাৰ আহিছে। মাক-দেউতাৰ উপৰি শিল্পপ্ৰাণ মাখন দেৱান, অধ্যাপক ৰঞ্জিৎ পাত্ৰৰ দৰে ভাগিন, বীণা (পাত্ৰ) বৰুৱা, ৰেৱা দাসৰ দৰে ভাগিনী, বাইদেৱেক, ভিনিহিদেৱেক আদিৰ মৃত্যুয়ে তেওঁক মাজে মাজে মনত দুঃখ দিলেও সৰু ভায়েক অনিল চৌধুৰী 'সৰু মামা'ৰ মৃত্যুৱে তেওঁক সকলো দিশতে অকলশৰীয়া কৰিলে।

এই সকলোবোৰৰ মাজতো মামাৰ জীৱনত সোণত সুৱগা চৰাইছে— তিতাবৰৰপৰা বিয়া কৰাই অনা 'মৌ-সনা মিঠা' মাতৰ মামী গৰাকীয়ে। মামীৰ মিঠা মাত শুনিলে সকলো কথা পাহৰা যায়।

২০০০ চনৰ ফেব্ৰুৱাৰী নে মাৰ্চ মাহত (তাৰিখটো মনত নাই) মই মোৰ পৰিবাৰৰ সৈতে, নতুনকৈ অনা আমাৰ একমাত্ৰ বোৱাৰীক লৈ ৰাতি মামাহঁতৰ ঘৰলৈ যাওঁ। সিদিনাই দুয়োজন মামা, দুয়োগৰাকী মামীক

আনন্দমনে একেলগে দেখাই শেষ দেখা। আজিও মোৰ মনত সেই দৃশ্য ভাঁহি আছে। ইয়াৰ কিছুদিন পিছত সৰু মামাই আমাৰ সকলোকে এৰি গুচি গ'ল।

'বুক মামা' শ্ৰীগিৰিশ চৌধুৰী যে এজন মহান শিল্পীয়েই নহয়, তেওঁ এজন পৰোপকাৰী, দয়ালু আৰু সদোপদেষ্টা তাৰ উমান তেওঁ মোৰ প্ৰতি কৰা দুটা উপকাৰতেই পোৱা যায়। ১৯৫৭ চনৰ মাৰ্চ মাহ। মই তেতিয়া 'উমত্ৰু হাইড্ৰো ইলেক্ট্ৰিক ডিভিজনৰ উলুবাৰী অফিচত কাম কৰোঁ (এই চাকৰিটো মামাৰ ভাগিন শিল্পপ্ৰাণ ঁমাখন দেৱানদাই মোক যোগাৰ কৰি দিছিল)। সেই মাহতেই গুৱাহাটী বিশ্ববিদ্যালয়ৰ আই. এ পৰীক্ষা। অফিচে মোক পৰীক্ষা দিবলৈ ছুটি নিদিয়ে, যিহেতু মই 'বিল ক্লাৰ্ক' আছিলোঁ তাতে মাৰ্চ মাহৰ বছৰেকীয়া হিচাব। সোমবাৰৰপৰা পৰীক্ষা। বুধবাৰে মই অফিচৰপৰা কান্দি কান্দি আহি গধূলি কথাটো সকলোৰে লগতে মামাক ক'লোঁ। পিচদিনা তেওঁ গৈ মোৰ অফিচৰ কাৰ্য্যকৰী অভিযন্তা তৰুণ দুৱৰা দেৱক মোৰ ঘৰুৱা অৱস্থা, মোৰ ভৱিষ্যৎ আদিৰ বিষয়ে বিষদভাৱে কৈ মোক পৰীক্ষা দিয়াৰ সুবিধা দিবৰ বাবে কয়। ফলস্বৰূপে পিচদিনা তেওঁ মোক মাতি নি পৰীক্ষাৰ ৰুটিনখন দিবলৈ কয় আৰু পৰীক্ষা থকা কেইদিন ছুটি মঞ্জুৰ কৰি মাজত পৰীক্ষা নথকা কেইদিন অফিচত দেৰিলৈকে কাম কৰিবলৈ কয়। মই পৰীক্ষা দিব পাৰিলোঁ। একমাত্ৰ মামাৰ বাবেই পাৰ হ'ব পাৰিলোঁ।

প্ৰতিটো কথাতে মামাই সকলোকে সদুপদেশ দিয়ে। ১৯৬০ চনৰ ৩১ মে'ত মই জীৱন বীমা নিগমৰ চাকৰিত ৰিজাইন দি আহি এক জুনত গুৱাহাটী শোধানাগাৰত চাকৰিত সোমাওঁ। শোধনাগাৰত তেতিয়া নিৰ্মাণ চলি আছিল। ৰাতিপুৱা চাৰে সাত বজাৰপৰা গধূলি পাঁচ বজালৈ কাম কৰিব লাগে। চাৰিওপিনে বোকাপানী, খোৱাৰ অসুবিধা, লগতে কামৰ হেঁচাত পৰি মই বীমা নিগমক ৰিজাইন পত্ৰ তুলি ল'ম বুলি অনুৰোধ কৰিলোঁ আৰু নিগমেও মোৰ অনুৰোধ মানি ল'লে। তেতিয়া শোধনাগাৰৰ চাকৰি এৰি যাম বুলি মামাক জনোৱাত— *'কিছুদিনৰ পিছত সকলো সুচল হ'ব, মোৰ ভৱিষ্যৎ ভাল হ'ব* বুলি বুজিনি দি শোধনাগাৰতেই থাকিবলৈ কয়। তেওঁৰ উপদেশ মতেই মই শোধনাগাৰৰ চাকৰিতে থাকিলোঁ। শেষত 'চাৰ্ভেয়াৰ ক্লাৰ্ক'ৰপৰা চাৰিটা প্ৰমোচন লৈ ১৯৯৪ চনৰ ৩১ ডিচেম্বৰৰ দিনা

'একাউণ্টচ অফিচাৰ' হিচবে অসৰৰ পাওঁ আৰু চাকৰিকালতেই নুনমাটি, গুৱাহাটীত নিজা ঘৰ-মাটি কৰিবলৈ সক্ষম হওঁ।

মামাৰ এই মহান অৱদানৰ কথা মই জীৱনত কেতিয়াও নাপাহৰোঁ।

আজি তেওঁৰ আশী বছৰীয়া জীৱন পূৰ্ণদিনত মোৰ সশ্ৰদ্ধ প্ৰণাম যাচিলোঁ আৰু তেওঁক সপৰিয়ালে দীৰ্ঘায়ু, স্বাস্থ্যৱান আৰু সুখী কৰিবলৈ পৰমপিতা পৰমেশ্বৰৰ ওচৰত মোৰ শত্ শহস্ৰ প্ৰাৰ্থনা জনালোঁ।



অনাতাঁৰ নাট

# বৃত্তৰ বাহিৰত

( ৰচনা কাল ১৯৯৬ )

গিৰিশ চৌধুৰী

## চৰিত্ৰসমূহ

১। ডাঃ অমৰ দত্ত (মূল চৰিত্ৰ) ঃ বয়স ৪০/৪২ বছৰ

২। পূৰবী (মূল চৰিত্ৰ) ঃ বয়স ৩২/৩৩ বছৰ

৩। নয়নী (মূল সহ-অভিনেত্ৰী) ঃ বয়স ৩৭/৩৮বছৰ

৪। নীতা (নার্চ) ঃ বয়স ২৫/২৬

৫। ডাঃ শইকীয়া ঃ বয়স ৩৫/৩৬।

৬। মণ্ডল ঃ (বলিয়া) ঃ বয়স ৫০/৫৫

৭। পৰমা (ঘৰত কাম কৰা বিশ্বস্ত লগুৱা) ঃ বয়স ৪০/৪২

৮। কাকতি ঃ (বলিয়া) বয়স ৬০/৬৫

৯। ৱার্ডাৰ—

১০। বীৰবল (চকিদাৰ)

১১। বলিয়াৰ দল—

# বৃত্তৰ বাহিৰত

**গিৰিশ চৌধুৰী**

[সময়- সন্ধিয়া হওঁ হওঁ। দূৰৈত ডবা-কাঁহৰ শব্দ শুনা যায়। ডাঃ অমৰ দত্তৰ শোৱনী কোঠা। কেইখনমান চকী টেবুলো আছে। ডঃ দত্ত আৰু তেওঁৰ পত্নী পূৰবী বহি কথা পাতি আছে]

ডঃ অমৰ : পূৰবী তুমি মিছাতেই ইয়ালৈ আহিলা।

পূৰবী : মিছাতে? মই তোমাৰ পত্নী - মই তোমাৰ তালৈ মিছাতে আহিলোঁ?

ডঃ অমৰ : নহয় মই সেইটো কোৱা নাই। মই কৈছোঁ এইখন চহৰত তুমি তেনেই অকলশৰীয়া। কাৰণ মোৰ কথাটো তুমি জানাই।

পূৰবী : অকলশৰীয়া মই কেনেকৈ হলোঁ- তুমি থাকোঁতে মই কেনেকৈ অকলশৰীয়া হ'ম? তোমাৰ সান্নিধ্য যিমান কণ সময়েই মই পাওঁ- সেইকণেই মোৰ সময় ভৰাই তুলিব। -বাৰু অমৰ কোঁৱাচোন তুমি! মোক বিয়া কৰোৱা কিমান বছৰ হ'ল?

ডঃ অমৰ : কিয়? ছ-বছৰ।

পূৰবী : বাৰু কোঁৱাছোন- ছবছৰত কিমান মাহ হয়?

ডঃ অমৰ : কি প্ৰশ্নবোৰ কৰিব ধৰিছা বাৰু? ছ বছৰত- ছয় বাৰং বাসত্তৰ মাহ।

পূৰবী : এই বাসত্তৰ মাহৰ ভিতৰত মই বাৰু কেইমাহ তোমাৰ লগত আছোঁ?

ডঃ অমৰ : অ' সেই কথা? বিয়াৰ পিচৰ পাঁচটা বছৰ মই নানা কাৰণত অ'ত ত'ত ঘূৰি ফুৰিবলগীয়া হ'ল-আৰু।

পূৰবী : আৰু কি? অ'ত ত'ত মানে তুমি স্পেচেলিষ্ট হ'বৰ কাৰণে — ভেলোৰ, কলিকতা— এইবোৰত ঘূৰি ফুৰিলা। কিন্তু স্পেচেলিষ্ট হোৱা তোমাৰ সম্পূৰ্ণ নহ'ল—

ডঃ অমৰ : চোৱা পূৰবী মই সাধাৰণ এমবিবিএচ আছিলোঁ। চাইকিয়াট্ৰী মোৰ Interesting subject আছিল— আৰু সেয়েই।—

পূৰবী : আৰু সেয়েই বলিয়াক চিকিৎসা কৰিবলৈ উচ্চ শিক্ষাৰ বাবে নিজেও বলিয়া হ'লা। ভাৰতৰ মাটিত এমডিটো সম্পূৰ্ণ নকৰাকৈয়ে তুমি গ'লাগৈ ইংলেণ্ডলৈ। এম,আৰ,চি,পি, লৈ স্পেচিলিষ্ট হ'লা।— চাইকিয়াট্ৰিষ্ট।

ডঃ অমৰ : এইবোৰ কথা তুমি আজি কিয় উলিয়াইছা?

পূৰবী : কিয় উলিয়াইছোঁ? শুনা তেন্তে। তুমি অলপ আগতে মোৰ প্ৰতি সহানুভূতিশীল হৈ ক'লা যে মই মিছাতে ইয়ালৈ কিয় আহিলোঁ।

ডঃ অমৰ : ঠিকেইতো কৈছোঁ। ইয়াত মোৰ ডিউটি ২৪ ঘণ্টাৰ বুলি ক'লেও অত্যুক্তি কৰা নহয়। অনবৰতেই মই হস্পিতালৰ কামত ব্যস্ত থাকিব লাগে-কেতিয়া কোন সময়ত ৰোগীৰ বাবে ভাতৰ পাতৰপৰা উঠি লৰ মাৰিব লাগে-তাৰ কোনো ঠিক নাই।

পূৰবী : কিন্তু তুমি জানো স্বইচ্ছাৰে এনেকুৱা এখন পগলা ফাটেক বিচাৰি লোৱা নাই— য'ত তোমাৰ পত্নীৰ বাবে এটি মুহূৰ্ত্তৰ সুৰুঙাও বিচাৰি পোৱা নাযায়—

ডঃ অমৰ : ছিঃ পূৰবী! এইখন পগলা ফাটেক নহয়, এইখন হস্পিতাল— Mental asylum। ফাটেক কিয় হ'ব? পগলাবোৰো মানুহ পূৰবী— সিহঁত ইয়ালৈ আহে চিকিৎসাৰ বাবে — নিৰাময় হ'বৰ বাবে—.

পূৰবী : জানোঁ! মই পগলাবোৰৰ প্ৰতি বিৰূপ মন্তব্য কৰিব খোজা নাই— তেওঁলোকৰ প্ৰতি মোৰ আন্তৰিক সহানুভূতি আছে। মই তোমাৰ কথাহে কৈছোঁ। বাৰু; কথা যেতিয়া ওলালেই মই পোনপটীয়াকৈ এটা কথা সোধোঁ। সঁচা উত্তৰ দিবা নে?

ডঃ অমৰ : সুধিব পাৰা — মই সঁচা উত্তৰ দিবলৈ চেষ্টা কৰিম।

পূৰবী : তোমাৰ সহপাঠী নয়নীক এৰি মোক বাৰু কিয় তুমি বিয়া কৰালা?

ডঃ অমৰ : পূৰবী!

পূৰবী : উত্তৰ বিচাৰি পোৱা নাই? নোকোৱা কিয় যে তোমাৰ মাৰাই তোমালৈ মোক নিম বুলি মোৰ বাৰ বছৰ বয়সতেই মোৰ মাক কথা দিছিল কাৰণেই—

ডঃ অমৰ : যদি তাকেই কওঁ!

পূৰবী : নহয়, সেইটো সঁচা নহয়। মই জানো তুমি সঁচা কথা ক'ব নোৱাৰা—! তেনেহলে মই কওঁ শুনা। ছয় বছৰে বহুতো চেষ্টা কৰি, বহুতো গবেষণা কৰি আচল তথ্য আবিষ্কাৰ কৰিছোঁ— এই ছবছৰে সেই তথ্য পুহিহে ৰাখিছিলোঁ—

ডঃ অমৰ : যাওক পূৰবী! মিছাতে মিছা অতীত এটাক কিয় টানি-আঁজুৰি আছা?

পূৰবী : মিছা অতীত? মোৰ কাৰণে যিটো জ্বলন্ত সত্য অতীত— যি মোৰ কাৰণে আজিও জ্বলন্ত বৰ্ত্তমান— সেইটোক তুমি মিছা অতীত বুলি কৈছা?

ডঃ অমৰ : কোনটো সঁচা, কোনটো মিছা— সেই বিচাৰ আজি আৰু নকৰোঁ পূৰবী—

পূৰবী : বিচাৰ যেতিয়া এদিন কৰিবই লাগিব— আৰু কিয় পলম কৰোঁ? অবাবতে এনেয়ে বহুতো পলম হৈ গৈছে। মীমাংসাবোৰ সোনকালে কৰাটোৱেই উচিত—

ডঃ অমৰ : মীমাংসা?

পূৰবী : অঁ— মীমাংসা। কাৰণ মই তোমাৰ পিছে পিছে আজি ছবছৰে লৰি ফুৰিছোঁ। ঠিক মৰীচিকাৰ পিছে পিছে লৰি ফুৰাৰ দৰে। হাবাথুৰি খাইছোঁ, ক্লান্ত হৈছোঁ— তথাপিও মোৰ লৰাৰ অন্ত পৰা নাই।

ডঃ অমৰ : তোমাৰ আজি কি হৈছে পূৰবী!

পূৰবী : আজি মোৰ মনৰ বান্ধ ছিগি গৈছে অমৰ! তুমিতো

জানা, আজি ছবছৰেও মোৰ কোলা কিয় শূন্য হৈ আছে— কাৰণ তুমি সন্তান নিবিচাৰা, কাৰণ পত্নী হোৱা সত্বেও মই তোমাৰ পত্নীত্ব পোৱা নাই।— কাৰণ মই নয়নী নহয়—

ডঃ অমৰ : পূৰবী!

পূৰবী : মই পৰম সত্য অবিষ্কাৰ কৰিছোঁ। নয়নীয়ে তোমাক প্ৰত্যাখ্যান কৰিলে আৰু সেই প্ৰত্যাখ্যানৰ পোতক তুলিবলৈকে তুমি তোমাৰ মাৰাৰ বাধ্য পুত্ৰহৈ মোক বিয়া কৰালা। কিন্তু সেইভুলো তোমাৰ ভাঙিল মোক বিয়া কৰোৱাৰ কেই দিনমান পিছতেই—

ডঃ অমৰ : পূৰবী — এইবোৰ কথা তুমি— তুমি—

পূৰবী : এইবোৰ কথা কেনেকৈ জানিলোঁ? এইবোৰ কথা মই ওঠৰ দিন পিছতেই গম পাইছিলোঁ। আজিও মোৰ মনত আছে সেই দিনটোৰ কথা। সিদিনা সোমবাৰ। আঠ মঙ্গলা হৈ গৈছে, দহদিন আগতে। মই সিদিনা শিবব্ৰত কৰি দুপৰীয়া ফলাহাৰ কৰিছোঁ। ঘৰত কোনো নাছিল। মা দেউতা গৈছিল শিবসাগৰলৈ— তুমি গৈছিলা ৰোগী চোৱাৰ নামত তোমাৰ বন্ধু ডাক্টৰ বিনোদ বৰদলৈৰ ঘৰলৈ— যাৰ ওচৰত তোমাৰ মনৰ বোজা পাতল কৰাগৈ—

ডঃ অমৰ : এইবোৰ তুমি কি কৈছা পূৰবী?

পূৰবী : মোক বাধা নিদিবা অমৰ। আজি মোক ক'বলৈ দিয়া, মই তোমাৰ ওচৰত কাহানিও ডাঙৰকৈ কথা কোৱা নাই, কাহানিও তোমাৰ স'তে কাজিয়া কৰা নাই। কাজিয়া কৰাৰ ইমান সমল থকা সত্বেও, মোৰ ইমান ডাঙৰ সৰ্ব্বনাশ কৰা সত্বেও,- মই কাহানিও তোমাক এটা কথাও টানকৈ কোৱা নাই। কিন্তু আজি যেতিয়া তোমাৰ এই ফাটেকৰ ওচৰলৈ লৰৰি আহোঁতে তুমি মোক ক'লা যে মই কিয় মিছাতে আহিলোঁ— তেতিয়া যেন মোৰ কৰবাত কিবা এটা হৈ গ'ল।

ডঃ অমৰ ঃ (খুব লাহেকৈ) পূৰবী!

পূৰবী ঃ মইও এদিন ইউনিভাৰ্চিটিত পঢ়িছিলোঁ। মই মেধাবী নাছিলোঁ— কিন্তু দৰ্শনত দ্বিতীয় শ্ৰেণীত প্ৰথম হৈ উত্তীৰ্ণ হৈছিলোঁ— সিদিনাতো মই ভবা নাছিলোঁ মোৰ জীৱনটো এনেকুৱা হ'ব। উচ্চস্বৰে কথা ক'বলৈ কাহানিও শিকা নাছিলোঁ, লগৰ ছোৱালীয়ে বেঙী বুলি জোকালেও মাথো হাঁহি এটা মাৰিয়েই কথা শেষ কৰিছিলোঁ। মোৰ চকু দুটা, ওঁঠ দুটা, মোৰ চুলিকোছা ধুনীয়া বুলি যেতিয়া লগৰ লগৰীয়ে কৈছিল— মই একোকে নকৈ মনে মনে আহি আইনাখন চাইছিলোঁ— আৰু নিজেই নিজক কৈছিলোঁ—সঁচাকে মই ধুনীয়া দেই— মোৰ দৰাটো বা কেনেকুৱা হয়— (প্ৰায় কন্দাৰ সুৰত ওপৰৰ কথাখিনি কয়)

অমৰ ঃ পূৰবী । (মৰমেৰে) পূৰবী!

পূৰবী ঃ ৰ'বা, ৰ'বা সহানুভূতি নেদেখুৱাবা। মই কন্দা নাই— । মইহাঁহিবহে জানোঁ— কান্দিবতো নাজানোঁ।

[এনেতে পগলা ঘন্টিৰ শব্দ শুনা যায়। Mental Hospital অত একেৰাহে ঘন্টি বাজে । লগে লগে চকীদাৰ বীৰবল দৌৰি আহে। ফোঁপাই ফোঁপাই]

বীৰবল ঃ ডাক্তৰ বাবু! ডাক্তৰ বাবু!

ডঃ অমৰ ঃ কি হ'ল বীৰবল— কি হ'ল?

বীৰবল ঃ বাবুৰাণীয়ে গলত ফাঁচী লৈছিল।—

ডঃ অমৰ ঃ এ্যাঁ! ফাঁচী লৈছিল? এতিয়া কেনে আছে? কেনেকৈ ফাঁচ লৈছিল?

বীৰবল ঃ পিন্ধি থকা শাৰীখনেৰেই ফাঁচ লৈছিল। মুনীয়াই দেখা পাই চিঞৰি দিয়াত আমি দৌৰি গৈ চেল্ খুলি কোনো ৰকমে বচাইছোঁ। এতিয়াও ভালকৈ জ্ঞান অহা নাই।

ডঃ অমৰ ঃ ব'ল ব'ল— মই গৈছোঁ।পূৰবী তুমি থাকা মই এতিয়াই আহিম।

পূৰবী ঃ যোৱা— মোৰ বাবে চিন্তা নকৰিবা—

ডঃ অমৰ : পৰমা! পৰমা!

[ভিতৰৰপৰা পৰমাই মাত দিলে]

পৰমা : কি দেউতা!

ডঃ অমৰ : চা— মই হস্পিতাললৈ যাওঁ। তই আইদেৱেৰৰ ওচৰতে থাকিবি— কিবা দৰ্কাৰ হ'লে খবৰ দিবি।

পৰমা : হ'ব দেউতা।

[ডঃ অমৰ লৰালৰিকৈ যায় গৈ]

পৰমা : আইদেউ! মই পাগঘৰতে আছোঁ— কিবা দৰ্কাৰ হ'লে মাতিব— মই একে মাততেই আহিম।

পূৰবী : হ'ব বাৰু! তুমি যোৱা— তোমাৰ কাম তুমি কৰাগৈ। (ৰৈ) শুনাছোন—। তুমি পগলা ফাটেকৰ ভিতৰলৈ কেতিয়াবা গৈছা নে?

পৰমা : গৈছোঁ আইদেউ—। পগলাবোৰ দেখিলে দুখো লাগে,— হাঁহিও উঠে।

পূৰবী : ইয়াত বাৰু তিৰোতা পাগলী কিমান আছে?

পৰমা : মই ঠিক হিচাবটো ক'ব নোৱাৰিম আইদেউ—।

মতা মানুহক সেইফালে যাব নিদিয়েই—। দহ-বাৰজনী মান আছে বুলি শুনিছোঁ।

পূৰবী : এই যে এতিয়াই ক'লে, বাবুৰাণীয়ে ফাঁচ লৈছে বুলি— এই বাবুৰাণী বোলাজনীনো কোন— ক'ৰপৰা আহিছে— তুমি জানানে?

পৰমা : অলপ অলপ জানোঁ আইদেউ। এওঁ কোনোবা ডাঙৰ মানুহৰ ঘৰৰ ছোৱালী হেনো। বিয়া-বাৰুও হোৱা নাই বোলে— কিবাকিবি গোলমলীয়া ঘটনা ঘটিছিল বোলে। তেওঁ ইয়ালৈ অহাৰ এবছৰ মান হ'ল হ'বলা! আমাৰ ডাক্তৰ দেউতা তেওঁ অহাৰ পিছতেই ইয়ালৈ আহিছে—

পূৰবী : হয় নেকি? বাৰু তুমি যোৱা—

পৰমা : তেওঁ ইয়াৰ আগতেও এবাৰ ফাঁচ লৈছিল— কোনো

ৰকমহে বাচিছে। আজি বা কি হয়—?

পূৰবী : বাৰু তুমি যোৱা। এতিয়া তোমাৰ কাম কৰা গৈ— মই দৰ্কাৰ পৰিলে মাতিম—

পৰমা : ভাল আইদেউ—। (পৰমা যায়)

## [দ্বিতীয় দৃশ্য]

[নিস্তব্ধ। সময় পাৰ হোৱাৰ সঙ্গীত। ঘড়ীৰ টিক্ টিক্ শব্দ। কিছু সময় পিচত টং টংকৈ ঘড়ীত দহ বাজি যাওঁতে গভীৰ নিশাৰ সংকেত দিয়ে। ঘড়ীত ১০ বজাৰ সংকেত শুনাৰ লগে লগে পূৰবীয়ে কয়]

পূৰবী : উস্ দহটা বাজিল! ইমান নিস্তব্ধ! পৰমা— পৰমা—

পৰমা : (ভিতৰৰপৰা) মই ইয়াতেই আছোঁ আইদেউ! কিবা লাগে নেকি?

পূৰবী : চাওঁ— এইপিনে আহাঁছোন।

[এনেতে নাৰ্চ এগৰাকী সোমাই আহে]

পূৰবী : (নাৰ্চৰ প্ৰতি) অ'— আপুনি—

পৰমা : আইদেউ। চিষ্টাৰ এগৰাকী আহিছে, আপোনাক কিবা ক'ব।

পূৰবী : মইতো দেখিছোঁই— তুমি আকৌ ক'ব লাগে কিয়? কওক চিষ্টাৰ।— কি দৰ্কাৰত ইমান ৰাতি—

চিষ্টাৰ নীতাঃ আমাৰ আৰু দিন ৰাতি কি আছে বাইদেউ—। আপুনিয়েই মিচেচ্ দত্ত নহয় জানোঁ?

পূৰবী : হয়— মোকেই মানুহে মিচেচ্ দত্ত বুলি কয়—। কওকছোন কিহৰ বাবে আহিলে?

চিষ্টাৰ : মিচেচ্ দত্ত বুলি কয় মানে?

পূৰবী : (উচ্চস্বৰে হাঁহি) নহয়, নহয়— এনেয়ে ক'লোঁ। ধেমালিতে। কওকছোন কিয় আহিল?

নীতা : দত্ত চাৰে পঠালে। এটা নাইটি দিবলৈ কৈছে।

পূৰবী : নাইটি?

নীতা : হয় নাইটি। এই মানে— বাবু ৰাণী বুলি এগৰাকী বলিয়া মহিলা আছে— তেওঁ বাৰে বাৰে শাৰী বা আঁচলেৰে ফাঁচ লয়— সেয়ে চাৰে কৈছে, এওঁক আৰু শাৰী বা মেখেলা চাদৰ দিব নালাগে— এওঁ নাইটি পিন্ধিয়েই থাকিব।

পূৰবী : অ, হয় নেকি?

নীতা : হস্পিতালৰপৰা অহা কালিয়েই নাইটি কিনিবলৈ দিব। দত্ত চাৰ যিহে— হয়তো এক ডৰ্জন মান নাইটি কিনি আনিব।

পূৰবী : দত্ত চাৰৰ ৰোগীবোৰলৈ বৰ মৰম নেকি?

নীতা : হ'য় বাইদেউ! দত্ত চাৰ বৰ মৰমিয়াল— সকলো ৰোগীকেই মৰম কৰে। অৱশ্যে বাবু ৰাণীৰ কথা সুকীয়া— তেওঁলৈ দত্ত চাৰৰ অনবৰতে চকু— খুব মৰম কৰে তেওঁক। ভালে থাকিলে তেওঁ দত্ত চাৰৰ লগত এঘন্টা-দুঘন্টা ধৰি কথা পাতে—।

পূৰবী : ৰ'ব মই— নাইটি আনোগৈ-। [খন্তেক পিচতে]
এয়া লওঁক।- দুটা দিলোঁ- এটা অলপ ডাঙৰ—

নীতা : হ'ব। মই আহোঁ বাইদেউ-

পূৰবী : বাৰু চিন্তাৰ— এই বাবু ৰাণীৰ বাবে আপোনালোক আটাইৰে বৰ মৰম। এওঁনো কৰপৰা আহিছে?

নীতা : তেখেতৰ ঘৰ ধুবুৰীত বোলে। বৰ দুখ লগা কাহিনী বাইদেউ! তেওঁ নিজেও হেনো ডাক্তৰ। অবিবাহিতা। কোনোবা এজনক বোলে ভাল পাইছিল — বিয়া নহ'ল—

পূৰবী : তাৰ পিচত?

নীতা : হঠাৎ হেনো বলিয়া হ'ল। মাক আগতেই ঢুকাইছিল। দেউতাকো বোলে অসুস্থ হৈ বিছনাত পৰি আছিল। খুব ধনী ঘৰৰ ছোৱালী। ককায়েক দুজনে তেওঁ বলীয়া হোৱাৰ লগে লগে বাঁচীৰ হস্পিতালত থৈ আহিলেগৈ।

তাত প্ৰায় দুবছৰ থাকি ভাল পাই আহিছিল—। কিন্তু ঘৰলৈ অহাৰ এবছৰৰ ভিতৰতে আকৌ বলিয়া হ'ল এইবাৰ একেবাৰে—

পূৰবী : তেওঁৰ ঘৰ ধুবুৰীত?

নীতা : হয়। কিন্তু এওঁৰ আচল নাম বাবু ৰাণী নহয়। ঘৰৰ ঘৰুৱাই পৰিচয় লুকুৱাবলৈকে হেনো এই নামেৰে ভৰ্ত্তি কৰাইছে। তেওঁৰ দেউতাকো বোলে অলপতে ঢুকাইছে। ককায়েকহঁত আহি থৈহে গ'ল— বৰ এটা খবৰকে কৰা নাই—। বোধহয় আশাই এৰি দিছে—

পূৰবী : তেওঁৰ আচল নাম যে বাবু ৰানী নহয়— আপুনি কেনেকৈ জানিলে?

নীতা : মানে— মানে— জানিলোঁ আৰু—

পূৰবী : আচল নামটো আপুনি জানে নেকি বাৰু—? কওকচোন আচল নামটো কি—?

নীতা : জানো মানে— (লাহেকৈ) আপুনি কিন্তু দত্ত চাৰক মই কোঁৱা বুলি নক'ব। তেওঁৰ আচল নাম— নয়নী— নয়নী চক্ৰবৰ্ত্তী।

পূৰবী : (উচপ খাই) কি ক'লে— নয়নী! নয়নী চক্ৰবৰ্ত্তী?

: ডাঃ নয়ণী চক্ৰবৰ্ত্তী। ককায়েকৰ নাম কি জানে নে?

নীতা : আপুনি তেনেখন কৰিছে কিয় বাইদেউ? আপুনি তেওঁক জানে নেকি? মই— মই ককায়েকৰ নাম নাজানোঁ।

পূৰবী : (সংযত হৈ) নাই, নাই— একো নহয়।

(ৱাৰ্ডাৰ এজন আহে)

নীতা : কি হ'ল ৱাৰ্ডাৰ।

ৱাৰ্ডাৰ : চিষ্টাৰ, চাৰে পঠাইছে মোক। আপুনি ইমান পলম কৰিছে কিয়?

নীতা : গৈছোঁ ৱাৰ্ডাৰ, গৈছোঁ। এই নাইটি বিচাৰোঁতেই পলম হ'ল। তুমি যোৱা। মই গৈ আছোঁ। মই আহোঁ

বাইদেউ— আন এদিন আহিম।—

[নীতা যায়গৈ]

পূৰবী : কি হ'ল চিন্তাৰ? আপুনি আকৌ উভতি আহিল দেখোন!

নীতা : (ভয়ে ভয়ে) নহয় বাইদেউ— এটা কথা— বাবু ৰাণীৰ নামটো মই কোঁৱা বুলি চাৰক কেতিয়াও নক'ব দেই।

পূৰবী : নকওঁ চিন্তাৰ, কেতিয়াও নকওঁ।

[নীতা যায়গৈ। নিস্তব্ধ। ৰাতিৰ— করুণ সুৰ।]

পূৰবী : বাবু ৰাণী! বাবু ৰাণী! নাইটি—(হাঁহে)

পৰমা— পৰমা— (পৰমা আহে)

পৰমা : আইদেউ—।

পূৰবী : তোমাৰ ৰন্ধাবঢ়া হ'ল চাগৈ— হ'ব দিয়া। মই আজি আৰু একো নাখাওঁ।

পৰমা : কিয় আইদেউ?

পূৰবী : আজি মোৰ ব্ৰত?

পৰমা : ব্ৰত?

পূৰবী : আজি সোমবাৰ নহয় জানোঁ? সোমবাৰ মানিলে ছোৱালীবোৰে শিৱৰ দৰে বৰ পায়— বুজিছা? (হাঁহে)

পৰমা : এতিয়াতো ৰাতি ১১বাজিল। বাৰ বাজিলে দেখোন মঙ্গলবাৰ হ'ব। মই দিওঁ-থওঁ মানে এঘন্টা যাবই—

পূৰবী : তুমি বৰ বুদ্ধিমান পৰমা। সেইটো পিছে ইংৰাজসকলৰহে। হিন্দু শাস্ত্ৰমতে— সূৰ্য্য উদয় নোহোৱালৈকে বাৰ আৰু তাৰিখ সলনি নহয়। বাৰু তুমি যোৱা— মই এতিয়া শুম। তোমাৰ দেউতাৰা আহিলেও মোক জগাব নিদিবা। মোৰ খুব ভাগৰ লাগিছে— টোপনিও ধৰিছে।—

পৰমা : ভাল আইদেউ।

[পৰমা যায়—। পূৰবীয়ে কোঠাত খিলি লগাই দিয়াৰ শব্দ]

## [তৃতীয় দৃশ্য]

[ৰাতি পুৱাইছে। চৰাই-চিৰিকটিৰ মাত শুনা যায়। পূৰবীয়ে সেই পুৱাতেই গা-পা ধুই, কাপোৰ-কানি পিন্ধি ক'ৰবালৈ যাবলৈ সাজু হোৱাৰ দৰে বৈ আছে]

ডঃ অমৰ : অ' পূৰবী! তুমি দেখোন এই ৰাতি পুৱাই সাজ্ পাৰ পিন্ধি একেবাৰে তপ্-তিয়াৰহৈ ড্ৰইং ৰুমত?

পূৰবী। : ৰাতি সোনকালে শুলোঁ— সেয়ে সোনকালে উঠিলোঁ— চাহ খালা?

ডঃ অমৰ : খালোঁ। তুমি সিটো কোঠাত খিলি লগাই থোৱা দেখি ৰাতি আৰু তোমাক নামাতিলোঁ। পৰমাই ক'লে তোমাৰ হেনো বৰ টোপনি ধৰিছিল।

পূৰবী : তুমি ওভটোতে ৰাতি প্ৰায় এটাই বাজিছিল নহয় নে?

ডঃ অমৰ : অঁ— এটা বাজি গৈছিল। তুমি সাৰে আছিলা নেকি?

পূৰবী : নাইটি কেইটা হৈছে নে?

ডঃ অমৰ : হৈছে। তুমি দুটা নাইটি কিয় পঠালা? এটা দিলেই হ'লহেঁতেন।

পূৰবী : এনেয়ে দিলোঁ। মই আৰু নাইটি নিপিন্ধো নহয়—। আৰু এটা আছে— দিম নেকি?

ডঃ অমৰ : নালাগে। আজি নাইটি কিনিবলৈ দিছোঁ

পূৰবী : কেইটা কিনিবলৈ দিলা? এক ডৰ্জন?

ডঃ অমৰ : আচৰিত! কোনে ক'লে তোমাক? মই সঁচাকে এক ডৰ্জনৰেই অৰ্ডাৰ দিছোঁ।

পূৰবী : মই জানিছিলোঁ। বাৰু, তুমি হস্পিতাললৈ কেই বজাত যাবা?

ডঃ অমৰ : ৮।। টাৰপৰা মোৰ ৰাউণ্ড আছে। আৰু দুজন ডাক্তৰ থাকে— তেওঁলোকো মোৰ লগত থাকিব—।

পূৰবী : মইও যাম তোমাৰ লগত।

ডঃ অমৰ : তুমি? তুমি কি কৰিবা তালৈ গৈ?

পূৰবী : মেন্টেল হস্পিটাল চোৱাৰ ইচ্ছা মোৰ বহুত দিনৰ—

সেয়ে আহিলোঁ যেতিয়া চায়েই যাওঁ—

ডঃ অমৰ : তুমিতো থাকিবাই। পিচে পৰেও চাব পাৰিবা।

পূৰবী : পিচে পৰৈলে কিয়? আজি চোৱাত নো তোমাৰ আপত্তি কি? তাৰোপৰি মোৰ নাইটিৰে বাবু ৰাণীক কেনেকুৱা লাগিছে— সেইটোও চোৱাৰ ইচ্ছা—।

ডঃ অমৰ : তুমি ঠাট্টাৰ সুৰত কথাবোৰ কৈছা। বাবু ৰানীক তোমাৰ নাইটি চখ্ কৰি পিন্ধোৱা নাই পূৰবী-।

পূৰবী : তুমি কথাষাৰ ইমান Seriously ল'লা কিয়? মোৰ নাইটিৰে এগৰাকী মৃত্যু কামনা কৰা দুৰ্ভগীয়া পাগলীক কেনে দেখাইছে- সেইটোহে চাব বিচাৰিছো- কিজানি ময়ো কেতিয়াবালৈ তেনেকৈ নাইটি পিন্ধি হস্পিতালৰ এন্ধাৰ কোঠাত সোমাই থাকিবলগীয়া হ'য়-।

ডঃ অমৰ : পূৰবী তোমাৰ কথাবোৰত শেল থকা যেন অনুভৱ কৰিছোঁ যেন বিন্ধিবলৈহে সেইবোৰ কৈছা-

পূৰবী : নাই- কোনো কথা মই কাকো বিন্ধিবলৈ কোৱা নাই। (এনেয হাঁহে) মই মাথোঁ চাব খুজিছোঁ তোমাৰ Mental Hospitalখন- তোমাৰ সাধনাৰ স্থল,- তোমাৰ তাত আপত্তি হৈছে কিয়? Visitors জানো নাহে- এইখন হাস্পাটাললৈ?

ডঃ অমৰ : আহে। বিশেষকৈ ৰোগীৰ আত্মীয় স্বজন। মই তোমাক হকা- বধা কৰিব খোজা নাই। কৈছিলোঁ এই কাৰণেই- তুমি ভয় খাব পাৰা- কাৰণ কিছুমান বলিয়া সচাঁকৈয়ে বৰ দুৰ্দ্ধান্ত।

পূৰবী : দুৰ্দান্তবোৰক জানো চেলত নাৰাখা? বাহিৰত থকা বোৰে যদি মোক আকুহিব খোজে- তুমি জানো ৰক্ষা কৰিব নোৱাৰিবা- আৰু তোমাৰ ৱাৰ্ডাৰবোৰতো আছেই- ।

ডঃ অমৰ : পূৰবী! মই আৰু আপত্তি নকৰোঁ। এতিয়া ব্ৰেক্‌ফাষ্ট কৰি লোৱা—মইও ব্ৰেকফাষ্ট কৰিয়েই যাওঁ। আজি উভটি আহোঁতে ১২ টা- ১ টা মান হ'বগৈ। পৰমা—

পৰমা—

পূৰবী : পৰমাক মই বাচ্ ষ্টেচনলৈ পঠাইছোঁ—

ডঃ অমৰ : বাচ্ ষ্টেচন?

পূৰবী : আহোঁতে সি একেবাৰে বজাৰ কৰিয়েই আহিব— বজাৰৰ পইচা ময়ে দিলোঁ— তোমাক আৰু নামাতিলো—

ডঃ অমৰ : অ'— হয় নেকি?

পূৰবী : তুমি গা ধুই ডাইনিং টেবুললৈকে আহাঁ— ময়েই তোমাৰ ব্ৰেকফাষ্টৰ ব্যৱস্থা কৰিছোঁ—

ডঃ অমৰ : আৰু তোমাৰ?

পূৰবী : হ'ব— মোৰো হ'ব! তুমি আহাঁ।

[চতুৰ্থ দৃশ্য]

[সময় পাৰ হোৱাৰ সংকেত। সঙ্গীতৰ সুৰেৰে এক উৎকণ্ঠাৰ পৰিবেশৰ সৃষ্টি হয়। মেন্টেল হস্পিতালৰ ভিতৰ ভাগ। হাই উৰুমি— হাঁহি— চিঞৰৰ শব্দ, বলিয়াৰ বক্-বকনি ইত্যাদিৰ পৰিবেশ।

ডঃ অমৰ দত্ত, পূৰবী, দুজন ডাক্তৰ, নাৰ্চ, ওৱাৰ্ডাৰ— আহে—। ডাক্তৰসকলে 'ৰাউণ্ড দি ফুৰিছে।]

ডঃ অমৰ : শইকীয়া— চাৰি নম্বৰৰ বুদ্ধিচন্দ্ৰক আজিও Sedative দি ৰাখিছে নহয়?

ডঃ শইকীয়াঃ হয়— আজি তিনিদিন একে অৱস্থাই চলিছে।

নাৰ্চ নীতা : চাৰ! কালি অলপ সময় চিডেটিভ্ নপৰোঁতেই— গোটেইটো উদণ্ড হৈ পৰিছিল—

ডঃ অমৰ : আৰু কেইদিনমান এনেদৰেই ৰাখিব লাগিব।— বাৰু— পূৰবী— সৌযে মানুহবোৰ দেখিছা— সিহঁত এতিয়াও সম্পূৰ্ণ সুস্থ হৈ উঠা নাই— কিন্তু- প্ৰায় আশীভাগ ভাল পাইছে— কাম কৰিব পৰাও হৈছে—

পূৰবী : সৌযে— তৰ্কাৰী কুটি আছে— তেওঁলোক? বলিয়া নেকি?

ডঃ অমৰ : ওঁ — তেওঁলোকো বলিয়াই। কিন্তু তেওঁলোক এতিয়া বহুতখিনি ভাল— দুৰন্ত উৎপাত আৰু নকৰে— কিন্তু

দেখিছা তৰকাৰী কুটি কুটি নিজে নিজে কথা কৈ আছে— মাজে মাজে হাঁহিছেও—

পূৰবী : সৌ যে মানুহবোৰ চাৰিওফালে দৌৰাদৌৰি কৰি আছে— সেইবোৰ?

ডঃ অমৰ : সেইবোৰো বলিয়া। ইয়াত আমি কেইজনমানৰ বাহিৰে আটাইবোৰ বলিয়া। সিহঁতে আমাক চিনি পায়, আমিও সিহঁতক চিনি পাওঁ।

পূৰবী : (এজন বলীয়া আহি ভৰিত ধৰে) এ— এ— কি কৰা- কি কৰা—ভৰিত ধৰিছা কিয়—

বলীয়া মণ্ডলঃ ইঃ আইদেউ মই আপোনাক চিনি পাইছোঁ নহয়— আপুনি আমাৰ দত্ত ডাক্তৰৰ সহধৰ্মিনী— দত্ত চাৰ আমাৰ দেৱতা— আপুনি দেৱী— সেয়ে আপোনাক সেৱা জনাইছোঁ— হিঃ হিঃ হিঃ

পূৰবী : হ'ব হ'ব— বাৰু যোৱা—

ডঃ অমৰ : যোৱা মণ্ডল— তুমি সৌফালে যোৱা— সেই মাটি ডোখৰৰ মাটি-কালিখিনি উলিওৱাগৈ। যোৱা—

মণ্ডল : হয় হয় মই যাওঁ। আজি মোৰ বহুত কাম।—

(দৌৰি আঁতৰি যায়)

ডঃ অমৰ : এই মানুহজন মণ্ডল আছিল— বহুতো সম্পত্তি কৰিছিল। কিবা জালিয়াতিত পৰি সকলো সম্পত্তি হেৰুৱালে— বাজেয়াপ্ত হ'ল। সেই শোকতে বলীয়া হ'ল—। ব'লা পূৰবী— আমি সৌ চেল্‌বোৰৰ পিনে যাওঁ—

পূৰবী : বাবু ৰাণী কোনফালে থাকে?

অমৰ : এই মে'ল চে'ল বোৰ পাৰ হৈ সিপিনে লেডিজ চেল্—আমি সেইপিনে যাব লাগিব—। আহাঁ—

ডঃ শইকীয়াঃ মেডাম্ চেলবোৰৰ খুব কাষেৰে নাযাব।

পূৰবী : কিয়? কিবা ভয় আছে নেকি?

ডঃ শইকীয়াঃ একোতো ঠিক নাই— হাত উলিয়াই আপোনাক টান

মাৰি ধৰিব পাৰে।

পূৰবী : হয় নেকি?

ডঃ শইকীয়াঃ ধৰিলে এৰুবাই অনাই টান। এনেকুৱা বহুত কেচ্ হৈছে। সেয়ে সাধাৰণতে ভিজিটৰ্চক আমি এইপিনে আহিবই নিদিওঁ।

ডঃ অমৰ : সাৱধানে আহিবা পূৰবী। ইয়াৰ জীৱনবোৰ বৰ অদ্ভুত। কেতিয়া কি হয় একো ক'ব নোৱাৰি।

পূৰবী : (এটা চেলৰ সম্মুখত থিয় হৈ) এওঁৰ হাতত দেখোন কেইবাখনো বাতৰিকাকত। খুব মনোযোগেৰে পঢ়া যেন লাগিছে।

ডঃ অমৰ : মনোযোগেৰেই পঢ়িছে পূৰবী। এওঁক ৰাতিপুৱাই দুখন বাতৰিকাকত দিবই লাগিব— নহ'লেই উদণ্ড হৈ পৰে।

পূৰবী : বাতৰিকাকতবোৰ ভালকৈ পঢ়ে নে?

ডঃ অমৰ : খুব ভালকৈ পঢ়ে। চাবাছোন— মই কথা পাতিম কাকতত লিখা কথা লৈ। তাত থকা বাতৰি সম্পৰ্কে নিৰ্ভুল আলোচনা কৰিব।—

পূৰবী : তেনেহলে বলিয়া বুলি কৈছা কিয়?

ডঃ অমৰ : বলিয়া। তেওঁ দৰাচলতেই বলিয়া। কাগজ পঢ়ি উঠি কেতিয়া কি কৰে, কেনে ধৰণৰ তৰ্জন-গৰ্জন কৰে— সেইবোৰ শুনিলে তুমি আচৰিত হ'বা।

পূৰবী : নিশ্চয় তেওঁৰ মনৰ ভিতৰত কিবা অসহনীয় দুখ আছে।

ডঃ অমৰ : দুখৰ তেওঁৰ অন্ত নাই পূৰবী। তিনিখন চাহ বাগিছাৰ মালিক আছিল। ঠগ প্ৰবঞ্চকৰে তেওঁক তেওঁৰ আত্মীয়ই, কৰ্মচাৰীয়ে বাটৰ ভিকহু কৰিলে, জেললৈকো পঠালে,— একমাত্ৰ সন্তানে মেম বিয়া কৰাই বিলাততে বৈ গ'ল— তেওঁৰ ভৰ বয়সতে পত্নীৰ মৃত্যু হ'ল—

পূৰবী : আই ঐ দেহি—

ডঃ অমৰ : ৰ'বা মই কাকতিৰ লগত কথা পাতোঁ। (চেলৰ ওচৰলৈ গৈ) কাকতি চাহেব— আজিৰ খবৰ কি? কিবা ভাল

খবৰ আছে নে?

কাকতি : ক'ৰ ভাল খবৰটো থাকিব দত্ত। গোটেই দেশখনকে ভ্ৰষ্টাচাৰে আবৰি ধৰিলে। যিসকল দেশৰ ধৰণী— তেওঁলোকৰ ঘৰতে কৌটিয়ে কৌটিয়ে ক'লা টকা— প্ৰতিজনৰ পিচতেই চি বি আই লগাবলগীয়া হৈছে,— প্ৰতিটো কথাই উচ্চতম ন্যায়ালয়ে বিচাৰ কৰিবলগীয়া হৈছে।

[এনেতে দেখা যায়— এজন বলিয়াই এজনৰ কান্ধৰ ওপৰত বহি লৈছে]

পূৰবী : দেখিছা— দেখিছা— সৌটোৱে কেনেকৈ এজনৰ কান্ধৰ ওপৰত বহি লৈছে—

বলীয়া : (কান্ধৰ ওপৰত বহি)

আজি হ'ব ৰক্তপান দুঃশাসন। অধমৰ পাঞ্চালীৰ মুক্ত কেশ আজি হ'ব— ৰক্তেৰে ৰঞ্জিত— হাঃ হাঃ হাঃ

পূৰবী : দেখিছা— দেখিছা— কাণ্ড দেখিছা? (হাঁহে) ৱাৰ্ডাৰ বোৰে নধৰে কিয়? (হাঁহে)

কাকতি : (হঠাৎ থিয় হৈ) কোনে— কোনে হাঁহিছে ইয়াত? অ'— আপুনি?

পূৰবী : (অপ্ৰস্তুত হৈ) নাই— ম-ম্মই— মানে—

কাকতি : (ধমক দি) মনে মনে থাকক—। বলিয়া চাবলৈ আহিছে। বলিয়াৰ বলিয়ালি চাই আনন্দ কৰিবলৈ আহিছে?

ডঃ অমৰ : কাকতি!

কাকতি : কথা নক'ব। বলিয়াৰ বলিয়ালি দেখি ফুৰ্ত্তি লাগিছে। জানে নে— কিমান মাতৃৰ চকুপানী এই দুৱৰি বনবোৰৰ ভিতৰত নিগৰি নিগৰি সোমাই আছে— জানে নে কিমান অভাগা পিতৃৰ চকুপানীয়ে এই হস্পিটালৰ চৌহদ টৌৱাহ গৈছে— জানে নে কিমান অভাগিনী মহিলাই চুলি ছিঙি ঈশ্বৰক কাকুতি কৰিছে- তেওঁলোকক যেন মুক্তি দিয়ে— এই অন্ধকাৰ চেলৰপৰা ওলাই গৈ মুক্তিৰ নিশ্বাস এৰিব পাৰে— কৰযোৰে ঈশ্বৰৰ ওচৰত

নিজৰ মৃত্যু কামনা কৰিছে? নাজানে— আপোনালোকে একো নাজানে— জানিলে হাঁহিব নোৱাৰিলেহেঁতেন—

পূৰবী : (প্ৰায় কন্দাৰ সুৰত) মোক ক্ষমা কৰিব কাকতি— মই নাজানি যি দোষ কৰিছোঁ তাৰ বাবে ক্ষমা কৰিব—

ডঃ অমৰ : ব'লা পূৰবী— ইয়াৰপৰা ব'লা—

কাকতি : যাওক— যাওক— সুখেৰে দিবা-নিদ্ৰা দিয়ক গৈ। (গৰজি) নপঢ়োঁ এইবোৰ— নপঢ়োঁ— মিছা—মিছা— সকলো মিছা— (বাতৰি কাকতবোৰ টুকুৰা টুকুৰ কৰে) দয়া-মায়া, মমতা সকলো মিছা! এই— এই— কথাবোৰ মিছা! কিন্তু মই ইয়াৰ প্ৰতিবাদ কৰিম— সকলো অন্যায়ৰ প্ৰতিবাদ কৰিম—মজা দিম— হাঃ হাঃ হাঃ মজা দিম— মই বিচাৰ কৰিম—হাঃ হাঃ হাঃ।

ডঃ অমৰ : ব'লা পূৰবী— ব'লা। এওঁ এতিয়া আৰু শান্ত নহয়।

পূৰবী : মোৰ দোষতে—

ডঃ শইকীয়াঃ এইবোৰ আমাৰ ইয়াত হৈয়েই থাকে। বলক মেডাম বলক— এইফালে— ওঁ এইফালে—

ডঃ অমৰ : এতিয়া আকৌ লেডিজ চেল চাবলৈ যাবা জানো?

পূৰবী : অঁ যাম।— ব'লা- মোৰ একো হোৱা নাই।

ডঃ অমৰ : নহয় — তোমাক খুব ক্লান্ত যেন লাগিছে— সেয়ে কৈছিলোঁ—।

[কাকতিৰ তৰ্জন-গৰ্জন নিম্নৰপৰা নিম্ন স্তৰত শুনা গৈ থাকে— পিচত— নোহোৱা হয়।

কিছু সময় খোজ কাঢ়ি যোৱাৰ পিচত]

ডঃ অমৰ : এয়া লেডিজ চেল পূৰবী।

পূৰবী : বাবু ৰাণীৰ চেল কোনটো?

ডঃ অমৰ : সৌ তিনি নম্বৰটো—

পূৰবী : এইকেইটা চেলত নো কোন আছে—?

ডঃ অমৰ : আছে— কোনোবা কোনোবা। কোনোবাই সন্তানৰ বাবে

বলিয়া হৈছে— কোনোবা হৈছে— ঘৰুৱা অশান্তিৰ বাবে— নানা ধৰণৰ ঘটনাৰ বাবে— বলিয়া হৈ ইয়ালে আহিছে— চিকিৎসাৰ বাবে —(গৈ থাকে)

ডঃ অমৰ : এইটোৱেই তিনি নম্বৰ চেল্।—

পূৰবী : অঁ দেখিছোঁ। তেওঁৱেই বাবু ৰাণী নেকি? থিয় হৈ একেথৰে চাই কিবা ভাবি থকা যেন লাগিছে—। মোৰ আকাশী ৰঙৰ নাইটিটোৰে ইমান ধুনীয়া লাগিছে—

ডঃ অমৰ : তেওঁক সৰহ সময়তেই প্ৰকৃতিস্থ যেন লাগে। সুন্দৰভাৱে কথাৰো উত্তৰ দিয়ে। অতীতৰ কথাও একো একোটা সময়ত নিৰ্ভুলকৈ কয়। কিন্তু হঠাতে যে কি হৈ যায়।

পূৰবী : এৰা! হঠাতে কাৰ যে কি হৈ যায়।

ডঃ অমৰ : পূৰবী! চেলৰ ইমান ওচৰ চাপি গৈছা কিয়?

পূৰবী : (চেলৰ একেবাৰে ওচৰত) নয়নী—!

নয়নী : কোন? কোনে মোক নয়নী বুলি মাতিলে?

ডঃ অমৰ : পূৰবী—। এওঁ বাবু ৰানী।।

পূৰবী : জানোঁ—! মই বাবু ৰাণীকো চিনি পাওঁ। নয়নীকো চিনি পাওঁ। সেই কাৰণেতো চেলৰ ইমান ওচৰলৈ আহিছোঁ। (আকৌ মাতে)- নয়নী-!

নয়নী : কিন্তু মইতো চিনি পোৱা নাই।

পূৰবী : তুমি নাপালেও মই তোমাক চিনি পাওঁ। তুমি ডাঃ নয়নী চক্ৰৱৰ্ত্তী!

নয়নী : কি আচৰিত! কি আচৰিত! অমৰৰ বাহিৰে কোনেওতো মোক ইয়াত নয়নী বুলি নামাতে— নয়নী বুলি নাজানে—

পূৰবী : অমৰ আৰু ময়েই তো তোমাক নয়নী বুলি মাতিব পাৰোঁ—

নয়নী : বাৰু— বাৰু তোমাৰ নামটো কি?

পূৰবী : মোৰ নাম? মোৰ নাম পূৰবী।

নয়নী : মইও তোমাক পূৰবী বুলি মাতিম দেই—। বাৰু

তোমাৰ বয়স কিমান? সোধাই বেয়া পাইছা নেকি?

পূৰবী : নাই নাই বেয়া পাম কিয়? মোৰ বয়স ২৮ বছৰ।

নয়নী : মোৰ বয়স ৩১—জানা। মোৰ বয়স ৩১ বছৰ। নহয় নে অমৰ?

পূৰবী : অমৰ! নোকোৱা কিয়?

নয়নী : অঁ—' অঁ' মই জানিছোঁ— জানিছোঁ— তুমি কোন—
।
২৮ বছৰ— ২৮ বছৰ— খুব ভাল হৈছে— মোতকৈ তিনি বছৰে সৰু— তুমি— তুমি!

পূৰবী : বাৰু সেইবোৰ থাওক—। কোৱাচোন নাইটি পিন্ধি কেনে লাগিছে।

নয়নী : খুব ভাল লাগিছে—। বহুত বছৰৰ মূৰত নাইটি পিন্ধিছোঁ। তুমি জানা নে মই পগলা হৈছোঁ নহয়! একেবাৰে পগলা! সেয়ে মই আজিকালি নাইটি নিপিন্ধো।

পূৰবী : নহয় নহয়— তুমি পগলা নহয়। তুমি ইমান ভালকৈ কথা কৈছা। মই তোমাক ইয়াৰপৰা লৈ যাম। তুমি একেবাৰে ভাল হৈ উঠিবা। তুমি নিজে ডাক্তৰ— তুমি কেনেকৈ ভাল হ'ব পাৰা- নিজেইতো জানা—

নয়নী : নহয়— নহয়— মই ভাল নহওঁ! পগলা হোৱাটো আৰু ডিঙিত চিপজৰী লোৱাটো মই জন্মতেই লগত লৈ আহিছোঁ।

পূৰবী : কি ক'লা? জন্মতেই।

নয়নী : ওঁ জন্মতেই। Heriditary-(হাঁহে) এইটো মোৰ জন্মগত অধিকাৰ—

পূৰবী : নয়নী—!!

নয়নী : অঁ- জন্মগত অধিকাৰ। মোৰ মাও পাগলী হৈছিল— আৰু মায়েও ডিঙিত চিপজৰী লৈ মৰিছিল। দাদাইতে বুদ্ধি কৰি চিপজৰী নলৈ এনেয়ে মৰিছে বুলি মাক

পোষ্টমৰ্টেম কৰিবলৈ নিদিলে। দাদাইঁতে মোকো বাবু ৰাণী সজালে। দাদাইঁত বেচ বুদ্ধিমান (হাঁহে) অমৰেও এইবোৰ কথা নাজানে—

ডঃ অমৰ : নয়নী— তুমি কথা অলপ বেছি কৈছা। অলপ নিতাল মাৰা—

নয়নী : ৰ'বা ৰ'বা— এওঁক লগ পাই ইমান ভাল লাগিছে! মোক নয়নী বুলি মাতিছে— ঠিক এজনী বন্ধুৰ দৰে কথা পাতিছে। অলপ কথা পাতিবলৈ দিয়া না— (অলপ বৈ) জানা পূৰবী— আগেয়ে যেতিয়া হাউছ চাৰ্জন হৈ অমৰৰ লগত একেলগে নাইট ডিউটি কৰিছিলোঁ— এওঁক হঠাতে মোৰ কামুৰি দিবৰ মন গৈছিল। এদিন মই তোমাৰ গলধনতে কামুৰিছিলোঁ— নহয় নে অমৰ?

ডঃ অমৰ : নয়নী! ইমান বেছি কথা কৈছা কিয়? ব'লা পূৰবী! আমি যাওঁ।

নয়নী : ৰ'বানা— ৰ'বানা— নাযাবা। মোৰ বহুত কথা মনত পৰিছে। মই এতিয়া পগলাৰ দৰে কথা কোৱা নাই। সঁচা কথাকে কৈছোঁ। ভাল মানুহৰ দৰে কৈছোঁ। সচাঁই—

পূৰবী : কোৱা নয়নী—। কোঁৱা।

নয়নী : তুমি এওঁৰ সহধৰ্মিনী নহয় জানো? মই জানো। মই এওঁৰ বিয়াৰ খবৰ পাইছিলোঁ। ময়েই এওঁৰ লগত বিয়া নহ'লো। দাদাইঁতে বুদ্ধি কৰি দিব খুজিছিল, পিছে এওঁক মই খুব ভাল পাইছিলোঁ নহয়— সেয়ে বিয়া কৰাই এওঁক কিয় জ্বালা-যন্ত্ৰণা দিম? নহয় জানো?

ডঃ অমৰ : নয়নী— মনে মনে থাকা—

নয়নী : কিয় বাৰু মনে মনে থাকিব লাগে! তুমি ভাবিছা পূৰবীয়ে বেয়া পাব। নাপায় দিয়া— এওঁ বৰ ভাল ছোৱালী— বৰ ভাল— ঠিক মোৰ সৰু ভনীৰ দৰে—

পূৰবী : কোৱা নয়নী কোৱা, মই শুনিম— কোৱা—

নয়নী : অঁ— মই কি কৰিলো জানা? এওঁলৈ চিঠি এখন লিখিলোঁ। খুব কড়া চিঠি। লিখিলোঁ— তোমাৰ দৰে সাধাৰণ ডাক্তৰ এজনক মই বিয়া নকৰাওঁ, মই জমিদাৰ বংশৰ ছোৱালী, তুমি সাধাৰণ কেৰাণীৰ ল'ৰা— মই বামুণ, তুমি শূদ্ৰ— মই কিয় অসবৰ্ণ বিয়া কৰাম? চিঠি পাই বাচ্— এওঁ খণ্ডত তিঙিৰি তুলা হৈ মোৰ লগত সম্বন্ধই ছিঙি পেলালে—। বেচ্ ভাল বুদ্ধি কৰিলোঁ নহয় নে?

পূৰবী : তুমি ইমান ভাল নয়নী!

ডঃ অমৰ : (অলপ খণ্ডত) পূৰবী! আৰু কিবা শুনিব খুজিছা নেকি?

নয়নী : তুমি পূৰবীক কিয় ধমক দিছা অমৰ? এওঁ তোমাক সদায় ধমক দিয়ে নেকি?

পূৰবী : সদায়— সদায় দিয়ে নয়নী!

ডঃ অমৰ : কিয় মিছা কথা কৈছা?

নয়নী : আকৌ ধমক দিছা? নিদিবা— নিদিবা। ধমক দিলে মই বৰ দুখ পাওঁ। এওঁ ইমান ভাল। ইমান মৰমিয়াল। এওঁক তুমি সদায় মৰম কৰিবা অমৰ! মইতো পগলা,— মোৰতো একোৱেই নাই, মই কেতিয়াবাই শেষ হৈ গৈছোঁ— তুমি এওঁক মৰম কৰিবা অমৰ— খুব মৰম কৰিবা— ছাঁৰ দৰে লগত ৰাখিবা। মই তোমাক কাতৰে অনুৰোধ কৰিছোঁ— অনুৰোধ কৰিছোঁ— (কন্দাৰ দৰে)

পূৰবী : চাওঁ তোমাৰ হাতখন দিয়া নয়নী— চুমা এটা খাওঁ—

নয়নী : জানা পূৰবী! পগলা হোৱাটো বৰ কষ্টকৰ— এনেকৈ চেলৰ ভিতৰত মাহৰ পিছত মাহ সোমাই থকা— কাৰোবাক মৰম কৰিবলৈ মন গ'লেও মৰম কৰিব নোৱাৰো— বেচি কষ্ট কেতিয়া হয় জানা—?

পূৰবী : কেতিয়া?

নয়নী : যেতিয়া মোৰ জ্ঞান ফিৰি আহে—। মাজে মাজে মোৰ জ্ঞান কিয় ফিৰি আহে বাৰু? একেবাৰে জ্ঞান ফিৰি নহা

কৰিব নোৱাৰা অমৰ?

ডঃ অমৰ : নয়নী!

পূৰবী : চাওঁ তোমাৰ হাতখন দিয়া— দিয়া—। অঁ- অঁ- পাইছোঁ— ইমান নৰম তোমাৰ হাতৰ আঙুলিবোৰ ইমান ধুনীয়া— অঁ- অঁ- (চুমা খায়)—। মই এতিয়া যাওঁ নয়নী। মই আকৌ তোমাৰ ওচৰলৈ আহিম। এইবাৰ অমৰক লৈ নাহোঁ— অকলে আহিম।

(আঁতৰি যায়। নয়নীয়ে কান্দে)

নয়নী : আহিবা— আহিবা পূৰবী! (বৈ)- মিছা মিছা— সকলো মিছা। ৱাৰ্ডাৰ— ৱাৰ্ডাৰ চাওঁ মোক ৰচী এডাল দেছোন। ইহঁতে মোক মৰিবলৈ নিদিয়ে। নাইটি পিন্ধায়! চাই ল'ম— মই সকলোকে চাই ল'ম। ডাক্তৰ-চাক্তৰ মই একো নামানো। নামানো।

(বলিয়াৰ দৰে বলকি-বলকি নিস্তব্ধ হয়)

[পঞ্চম দৃশ্য]

(সময় পাৰ হৈ যোৱাৰ সঙ্কেত। বিয়লি ৪ মান বাজি গৈছে। পূৰবীয়ে কোঠাৰ ভিতৰতে অকলে অকলে বহি চিন্তা কৰি আছে। পৰমা সোমাই আহে।)

পৰমা : আপুনি দেখোন ভাত পানী নোখোৱাকৈ বহিয়েই থকিল?

পৰমা : নাই — বহি থকা নাই। এই কাগজপত্ৰবোৰ ঠিক কৰিছোঁ। গোটেই ঘৰটো অচিজিল হৈ আছে নহয়। দেউতাৰে সদায়েই এনেকৈ দুপৰীয়া ভাতপানী নাখায় নেকি?

পৰমা : দেউতাই প্ৰায়ে হস্পিটালৰ তেওঁৰ ৰূমতেই কিবাকিবি খায়। ভাত প্ৰায় নাখায়েই। পুৱা গৈ কেতিয়াবা ৰাতিহে ওভটে।

পূৰবী : ৰোগীবোৰক এৰি আহিবলৈকে টান ছাগৈ।

পৰমা : আপুনি নহ'লে কিবা অলপ খায়ে লওক। কিমান আৰু বাট চাব—

[এনেতে ডঃ অমৰ আহে]

ডঃ অমৰ : পৰমা— পৰমা—

পৰমা : অ' দেউতা আহিল। আহক দেউতা— আইদেউ ইয়াতে আছে। আইদেউ! মই পাগঘৰলৈ যাওঁ। দেউতা! আপোনাৰ খোৱাৰ যোগাৰ কৰিম নে কি? আইদেৱেও আপুনি নহা কাৰণে ভাত খোৱা নাই—

ডঃ অমৰ : তই যা পৰমা— মোৰ খোৱাৰ ব্যৱস্থা কৰিব নালাগে।

পৰমা : ভাল। মই পাগঘৰতে আছোঁ— কিবা লাগিলে মাত দিব।— [পৰমা যায়]

ডঃ অমৰ : কি আচৰিত! তুমি এতিয়ালৈকে ভাত খোৱা নাই! পাৰ্চটা বাজিবৰ হ'ল!

পূৰবী : (ঠাট্টাৰ সুৰত) কোন পতিব্ৰতা নাৰীয়ে গিৰীয়েকে ভাত নোখোৱাকৈ নিজে— আগতে খাব পাৰে বাৰু? (হাঁহে) বাৰু— বাৰু। তুমিওতো খোৱা নাই অমৰ!

ডঃ অমৰ : মোৰ কথা সুকীয়া। মই কামতে ব্যস্ত থাকিবলগীয়া হয়। তাৰোপৰি মই কিবাকিবি অলপ খাই লওঁ।

পূৰবী : বাৰু— নয়নীহঁতে কেতিয়া ভাত খায়?

ডঃ অমৰ : ভাল মেজাজত থাকিলে ১১টা ১২ টাৰ ভিতৰতে খায়— নহ'লে একো ঠিক নাই—।

পূৰবী : অ' তুমিও সেই কাৰণে বৈ থাকা?

ডঃ অমৰ : ঠাট্টা নকৰিবা পূৰবী! মই কাৰো ঠাট্টাৰ পাত্ৰ হ'ব নোখোজোঁ।

পূৰবী : মইও আকৌ কাৰো পুতৌৰ পাত্ৰ হ'ব নোখোজোঁ। বাৰু—। কি কৈছিলা— মই এতিয়ালৈকে কিয় ভাত খোৱা নাই? ভোক নাই কাৰণে খোৱা নাই। কালি সোমবাৰ মানিলো— আজি মঙ্গলবাৰ মানিছোঁ। মঙ্গলৰ দোষ থাকিলে বহুতে মঙ্গলবাৰো মানে বুলি শুনিছোঁ। মোৰতো মঙ্গলৰ দোষ আছেই—। আৰু এটা কথা

অমৰ— মই কাৰো এৰা আৰু পেলনীয়া খাব নোৱাৰো— ওক্ উঠে।

ডঃ অমৰ : পূৰবী।

পূৰবী : ৰ'বা— মই যোৱা কালি ক'বলৈ লোৱা কথাবোৰৰ এছোৱা বৈ গ'ল। যদিও সকলো কথাৰ ওৰ পালোঁগে— তথাপিও বিয়াৰ ওঠৰ দিন পিচৰ সেই স্মৰণীয় কথাখিনি মই অজি তোমাক ক'বই লাগিব— নহ'লে হয়তো সময়েই নাপাম।

অমৰ : পুৰণি কথাবোৰ পাগুলি আছা কিয়?

পূৰবী : কি ক'লা— পুৰণি কথা? ক'ত পুৰণি হ'ল? মোৰ মনত একেবাৰে সতেজ হৈ আছে। বিয়াৰ ১৮ দিন পিচৰ সেই দিনটো! সিদিনা ঘৰত মই অকলে আছিলোঁ। তোমাৰ মা, ভনীটিহঁত আটায়ে কামাখ্যা দৰ্শনলৈ গৈছিল। মোৰ গা হঠাৎ বেয়া হোৱাৰ বাবে মই যাব নোৱাৰিলোঁ। তুমি কেইবাদিনো ধৰি ৰাতি পুৱাই উদ্‌ভ্ৰান্তৰ দৰে ওলাই যোৱা। সিদিনাও ৰাতিপুৱাই চাহ-তাহ নোখোৱাকৈ, উদ্বাউল হৈ- মোক মাত এষাৰ নিদিয়াকৈয়ে ঘৰৰপৰা ওলাই গৈছিলা। স্কুটাৰৰ শব্দ শুনিহে গম পালোঁ যে তুমি ওলাই গৈছা। মই কিন্তু তেতিয়াও সেহখনঘৰৰ ন-ছোৱালী— ন-কইনা—!

ডঃ অমৰ : পূৰবী আকৌ সেই পুৰণি কথাবোৰ!

পূৰবী : কৈছোঁ নহয় মোৰ মনত আজিও সেই কথা সেউজ হৈ আছে। ঘৰত অকলে থাকি বৰ কিবা লাগিছিল। তোমাৰ টেবুলখনৰ কাষতে বহি তোমাৰ ডাক্তৰী কিতাপবোৰ লিৰিকি-বিদাৰি আছিলোঁ। এনেতে হঠাৎ এখন কিতাপৰ মাজৰপৰা এটা লেফাফা ওলাই পৰিল— ভিতৰত এখন চিঠি। লোকৰ চিঠি পঢ়াটো পাপৰ কথা বুলি দেউতাইঁতে শিকাইছিল— কিন্তু লেফাফাৰ ওপৰত তোমাৰ নাম, গতিকে সেইখন তোমাৰে চিঠি— ভাবিলোঁ

তুমিতো মোৰ মানত "লোক" নহয়— তুমি মোৰ স্বামী, তেনেই নিজৰ, একেবাৰে অৰ্দ্ধাঙ্গি— সোমবাৰে সোমবাৰে ব্ৰত কৰি পোৱা তুমি মোৰ শিব মহাদেৱ— হাঃ হাঃ হাঃ

ডঃ অমৰ : পূৰবী! পূৰবী!

পূৰবী : নাই— নাই বলিয়া হোৱা নাই মই নয়নী নহয়—। মোৰ নাৰ্ভ যথেষ্ট ষ্ট্ৰং; চিঠিখন মই উলিয়াই ললোঁ তাৰ পিচত একে উশাহে প্ৰায় তিনিবাৰ পঢ়িলোঁ। লিখিছে তোমাৰ বন্ধু ৰোহিণী চক্ৰবৰ্ত্তীয়ে— ধুবুৰীৰপৰা নয়নীৰ ককায়েকে। তাত তেওঁ সকলো কথা বিবৰি লিখিছে— নয়নীক তুমি কিমান ভালপোৱা, নয়নীৰ কাৰণে তুমি কি কৰিব নোৱাৰা, নয়নীৰ লগত তুমি কলিকতালৈ গৈ কেনেকৈ প্ৰায় তিনি সপ্তাহ অজ্ঞাতবাসে আছিলা—আৰু নয়নীয়েও তোমাক কিমান ভাল পায়— সেই সকলোবোৰ কথা! কিন্তু শেষত যেতিয়া শুনিলে যে তোমাৰ মাৰাই তেওঁৰ বন্ধুৰ ছোৱালী এজনীক তোমালৈ আনিবলৈ খোজে— অথচ তুমি বিয়া নকৰাওঁ বুলি জেদ্ ধৰি আছা— তেতিয়া—

ডঃ অমৰ : পূৰবী। মই আৰু শুনিব নোখোজো। প্ৰথম কথা তুমি মোৰ চিঠি পঢ়ি অন্যায় কাম কৰিছিলা— দ্বিতীয়তে—

পূৰবী : ইঃ! তোমালোকে ইমান ডাঙৰ অন্যায় কামবোৰ কৰিব পাৰা— আৰু মই তোমাৰ চিঠিখন পঢ়াৰ দৰে সামান্য অন্যায় এটা কৰিব নোৱাৰিম— কিযে কোৱা তুমি—

ডঃ অমৰ : কিন্তু মোৰ শুনিবলৈ ইচ্ছা নাই।

পূৰবী : শুনিবলৈ ইচ্ছা নগ'লেও তুমি আজিৰ বাবে এইকণ সময় মোৰ ওচৰত বহা— মই নিজকে নিজেই কথাবোৰ কৈ যাওঁ— মোৰ বুকুৰ বেদনাখিনি, মোৰ বুকুৰ বোজাখিনি পাতল কৰোঁ। মইতো তোমাক কাহানিও কোনো কথাত আমনি দিয়া নাই— আজি এইকণ সময়ো তুমি মোক দিব নোৱাৰিবা নে?

ডঃ অমৰ ঃ (মৰমেৰে) পূৰবী।

পূৰবী ঃ মাথো আজিৰ বাবে দেই— মাথো আজিৰ বাবে। (বৈ) তাৰ পিচত আৰু লিখিছে— নয়নীয়েও তোমাক খুব ভাল পায়— সেই কাৰণেই নয়নীয়ে তোমাক বিয়া কৰাব নোৱাৰে। ফাইনেল ইয়েৰৰ আগে আগে নয়নীৰ মগজুৰ বিকৃতি ঘটিছিল— কিন্তু সেই বিকৃতি খুব সামান্য আছিল। তাৰ পিছত ডাক্তৰী পঢ়ি, এবছৰ হাউছ ছাৰ্জনো খাটিলে— তাৰ পিচৰ বছৰো গুৱাহাটীতে থকাৰ কথা— কিন্তু আকৌ মুৰ ৰাইজাঁহি লগাত ঘৰলৈ গুছি গ'ল। ঘৰলৈ গৈয়েই উদণ্ড বলীয়া হ'ল। তোমাক একোকে নজনোৱাকৈ ককায়েকইঁতে নয়নীৰ চিকিৎসা কৰালে। অলপ ভাল পায়েই তোমালৈ নয়নীয়ে চিঠি লিখিলে— তোমাক প্ৰত্যাখ্যান কৰি— তোমাৰ দৰে সাধাৰণ এজনৰ লগত বিয়া নহওঁ বুলি ! প্ৰেম আৰু ত্যাগৰ এনে নিদৰ্শন আমি কাচিৎহে দেখা পাওঁ—অমৰ!

ডঃ অমৰ ঃ তুমি নয়নীৰ ত্যাগক লঘু কৰি ঠাট্টা কৰিব খুজিছা নয়নী।

পূৰবী ঃ ছিঃ অমৰ! তুমি মোৰ কথাবোৰৰ অৰ্থ বিকৃত কৰিছা কিয়? মই নয়নীৰ ত্যাগ, নযনীৰ ভাল পোৱাক কেতিয়াও লঘু কৰিব খোজা নাই। তোমাৰ প্ৰতি অগাধ ভালপোৱা, তোমাৰ জীৱন দুঃখ-যন্ত্ৰণাৰপৰা ৰক্ষা কৰিবলৈ নয়নীয়ে কি পন্থালৈ তোমাৰপৰা আঁতৰি যাবলৈ বিচাৰিলে, সেই ত্যাগ মাথো ছোৱালীবোৰেই— কৰিব পাৰে। অমৰ— তোমালোকে পুৰুষবোৰে নোৱাৰা অভাগিনী নয়নী যে কিমান মহৎ, কিমান নিষ্পাপ, তোমাৰ প্ৰতি তেওঁৰ ভালপোৱা কিমান গভীৰ- সেই কথা ভাবিলেও মোৰ শ্ৰদ্ধাত মুৰ দোঁ খাই আহে- নয়নীৰ ত্যাগৰ কথা ভাবিলেও মোৰ দুচকু পানীৰে ভৰি উঠে। মই নয়নীৰ প্ৰেমক, নয়নীৰ ত্যাগক তুচ্চ জ্ঞান কৰিলে মোক পাপে চুব-। কিন্তু তাৰ পৰিবৰ্তে তুমি কি কৰিলা-?

ডঃ অমৰ ঃ পূৰবী!

পূৰবী ঃ ধুবুৰীলৈ গৈ সকলো ঘটনা জানি বুজি অহাৰ কথাও তুমি এবাৰো ভাবি নাচালা— প্ৰত্যাখ্যিত হৈ— প্ৰতিহিংসাৰ জুইত জ্বলি, পুৰুষৰ অহঙ্কাৰত আঘাত লগাৰ বাবে— প্ৰত্যাখ্যিত নায়ক তুমি— মাৰাৰ আঁচলত ধৰি, মাৰাৰ একান্ত বাধ্য পুত্ৰ হৈ— মাৰাই নিৰ্ব্বাচন কৰা কইনা— মোক তোমাৰ ঘৰলৈ ঢোলে-ডগৰে লৈ আহিলা—

ডঃ অমৰ ঃ মোক তিৰস্কাৰ কৰাৰ অধিকাৰ তোমাৰ আছে পূৰবী! মোৰ নিচিনা দুৰ্ব্বল মানুহৰ জীৱন ধিক্কাৰৰেই যোগ্য—

পূৰবী ঃ ধিক্কাৰ দিলেই যদি সকলো ঘূৰি আহিলহেঁতেন!...... আকৌ মোৰ কথালৈ ঘূৰি আহিছোঁ দেই। সময় বৰ কম— সেয়ে কৈ থওঁ— কাৰণ নহ'লে মোৰ বুকুৰ বোজা পাতল নহ'ব। মোক বিয়া কৰাই অনাৰ কেইদিন মান পিছতে যেতিয়া নয়নীৰ ককায়েকৰ চিঠিখন তুমি পালা— তুমি একেবাৰে বেলেগ মানুহ হৈ গ'লা। তুমিও উদ্ভ্ৰান্ত হৈ পৰিলা। ধুবুৰীলৈ গ'লা— তাৰ পিছত গ'লা ভেলোৰলৈ— তাৰ পিছত গ'লা ইংলেণ্ডলৈ— চাইকিয়াত্ৰিৰ স্পেচেলিষ্ট হ'বলৈ—। স্পেচেলিষ্ট হৈ চাকৰি ল'লাহি এই হস্পিটালত— য'ত বাবু ৰাণী নাম লৈ চিকিৎসা লৈ আছে—

ডঃ অমৰ ঃ ৰোগী এগৰাকীক ভাল কৰাটো মানবীয় ধৰ্ম্ম বুলিয়েই মই সকলো কৰিছোঁ—। আৰু নয়নীক এদিন মই নিৰাময় কৰিমেই— কাৰণ চিকিৎসাবিজ্ঞানত মোৰ পূৰ্ণ বিশ্বাস আছে,— Heriditary, বংশ পৰম্পৰা বুলি কোনো কথা থাকিব নোৱাৰে, নয়নী এদিন ভাল হ'বই।

পূৰবী ঃ অকল এগৰাকী ৰোগীক ভাল কৰাটোৱেই মানবীয় ধৰ্ম নহয় অমৰ— সকলো ৰোগীকেই ভাল কৰাটো মানবীয় ধৰ্ম্ম— ডাক্তৰৰ ধৰ্ম্ম। আৰু নয়নী! নয়নী নিৰাময় হৈ উঠক— সেই প্ৰাৰ্থনা মইও ভগৱানৰ ওচৰত কৰিছোঁ—

ডঃ অমৰ : তুমি তেনেহ'লে আজি এই কথাবোৰৰ অৱতাৰণা কিয় কৰিছা? তুমিতো যোৱা ছয় বছৰেই মোক দেখিছা— মই নকলেও মোৰ কথাবোৰ তুমি জানিছিলা—

পূৰবী : এৰা যোৱা ছবছৰে মই কোৱা নাই। দুই-এদিন যে কোৱা নাছিলোঁ এনে নহয়— কিন্তু তুমি নানা চাতুৰীৰে মোক কথাবোৰ কোৱাত বাধা দিছিলা। তুমি মোৰপৰা এনেদৰে আঁতৰি আছিলা— এনে ধৰণে ভাও ধৰিছিলা— তুমি যেন চিকিৎসাবিজ্ঞানৰ উন্নতিৰ কাৰণেই সকলো কৰিছা— বিজ্ঞানীৰ অন্দৰ মহলত মোৰ যেন প্ৰবেশ নিষিদ্ধ।

ডঃ অমৰ : পূৰবী তুমিতো কাহানিও তোমাৰ প্ৰাপ্য বুলি একো বিচৰা নাই— তুমি যে কিবা বিচাৰিব পাৰা— সেই কথাওতো তুমি মোক বুজিবলৈ দিয়া নাই—

পূৰবী : তুমি ভাবিছিলা— মই এটা কাঠৰ পুতলা। ঘৰলৈ আনি বহুৱাই থ'লা— আৰু ছবছৰেও সেই কাঠৰ মূৰ্তিটোৰ খবৰকে নকৰিলা। প্ৰাপ্য জানো বিচাৰিব লাগে— (ৰৈ) সঁচা অমৰ— মই মোৰ নিজৰ প্ৰাপ্যখিনিও আদায় কৰি ল'বলৈ নাজানিলো— সেয়ে তুমি যোৱা ছটা বছৰে মোক সকলো পিনৰপৰা বঞ্চিত কৰিলা। কিন্তু মই এটা কথা সোধোঁ— তুমি মোক তোমাৰ বৃত্তৰ মাজলৈ কিয় টানি আনিলা? নয়নীক কেন্দ্ৰ বিন্দু কৰি যি বৃত্ত তুমি গোটেই জীৱনজুৰি আঁকিছা— সেই বৃত্তৰ মাজলৈ মোক কিয় ঠেলি সুমুৱালা। মইতো তোমাৰ বৃত্তৰ বাহিৰৰ মানুহ।

ডঃ অমৰ : মই আজি অকপটে স্বীকাৰ কৰিছোঁ পূৰবী— প্ৰত্যাখ্যানৰ জ্বালাত অস্থিৰ হৈ সিদিনা মই যি ভুল কৰিলোঁ— সেই জুইত মই তোমাকো পুৰি মাৰিছোঁ— মোৰ সেই পাপৰ প্ৰায়শ্চিত্ত কেনেকৈ হ'ব মই ক'ব নোৱাৰো। তুমি যি শাস্তি দিয়া মই ল'বলৈ সাজু পূৰবী।

পূৰবী : মই কি শাস্তি তোমাক দিম অমৰ— মই যে সম্পূৰ্ণ ৰিক্ত— শাস্তি দিয়াৰ শকতি মোৰ এই হাত দুখনত নাই।

[পৰমাই ভিতৰৰপৰা কয়-। এখন অটো ৰোৱাৰ শব্দ]

পৰমা : আইদেউ— অটো আহিল। যাবৰ সময় হ'লেই আইদেউ।

(পৰমাই কৈ কৈ সোমাই আহে।)

পূৰবী : অ' অটো আহিছে? চাৰে সাতটাত মাতিছিলা নহয়? তাকেতো, চাৰে সাত বাজেই!

ডঃ অমৰ : অটো? ক'লৈ যাবা? ক'ৰবালৈ গ'লে মোৰ গাড়ীখনেই আছে দেখোন—।

পূৰবী : নালাগে অমৰ। ড্ৰাইভাৰ নাই, তুমিয়েই চলাব লাগিব। ইপিনে হঠাৎ হস্পিটালত কিবা ইমাৰ্জেঞ্চি হ'লে—

ডঃ অমৰ : ড্ৰাইভাৰ আজি আহিছে নহয়।

পূৰবী : গাড়ী নালাগে অমৰ— অটোতো আহিলেই—

ডঃ অমৰ : তুমি যাবা ক'লৈ?

পূৰবী : মই আজি চাৰে আঠটাৰ গাড়ীত গুৱাহাটীলৈ যাম। তাৰ পিছত মোকক্‌চাঙলৈ—

ডঃ অমৰ : মোকক্‌চাং?

পূৰবী : পৰমা— চুটকেচটো অটোত তুলি দিয়াছোন। নালাগে নালাগে— বেগটো মই ল'ম। তুমি কেৱল চুটকেছ্‌টো নিয়া—

[পৰমাই চুটকেছ্‌টো লৈ যায়]

ডঃ অমৰ : মই একো বুজা নাই পূৰবী!

পূৰবী : বুজিবলৈ একো নাই। মই নাগালেণ্ডৰ মোককচাং কলেজত চাকৰি এটা পাইছোঁ— প্ৰবক্তা— লেক্‌চাৰাৰ। তাত অহা সোমবাৰে জইন কৰিম গৈ।মই আহিলোঁ।

ডঃ অমৰ : পূৰবী— তুমি—

পূৰবী : মই যাবৰ সময়ত আকৌ ভগবানৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ— তোমাৰ নয়নী নিৰাময় হৈ উঠক,— তোমাৰ ডাক্তৰী বিদ্যা, তোমাৰ শ্ৰম সাৰ্থক হওক— তোমাৰ সাধনা জয়ী হওক-।

ডঃ অমৰ : পূৰবী তোমাক এনেদৰে—

পূৰবী : মোক এনেদৰে এৰি দিবলৈ টান পাইছা? (হাঁহি) মোক ধৰিয়েই বা ৰাখিলা কেতিয়া? অমৰ— মোক ধৰি ৰাখিবলৈ কোনো শক্তিয়েই তোমাৰ হাতত নাই— আৰু ধৰি ৰাখি কৰিবাই কি? মই যে তোমাৰ বৃত্তৰ বাহিৰৰ মানুহ—।

ডঃ অমৰ : পূৰবী!

পূৰবী : আৰু কথা নবঢ়াওঁ। মই আহিলোঁ। অ' এটা কথা— যদি কিবা কাগজ-পত্ৰত চহী কৰিব লাগে— অৰ্থাৎ ডাইভৰ্চৰ— মোলৈ ডাক যোগে পঠাই দিবা— মই চহী কৰি পঠাম।—

[পূৰবী যায়গৈ। এটি করুণ সুৰৰ মূৰ্চনা— তাৰ মাজতে শুনা যায় এখন অটো-ৰিক্সাৰ যোৱাৰ শব্দ। করুণ সুৰ এটা ভাহি থাকে]

[যবনিকা]

## নটসম্ৰাট
## গিৰিশ চৌধুৰী অভিনন্দন গ্ৰন্থ



# অভিনন্দন

নটসম্ৰাট গিৰিশ চৌধুৰীদেৱে বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰপৰা অনেক সম্বৰ্দ্ধনা, অভিনন্দন আৰু উপহাৰ-সামগ্ৰী লাভ কৰিছে। ইয়াতে আমি নিৰ্বাচিত কেইখনমানহে প্ৰকাশ কৰিছোঁ আৰু যিবোৰ অনুষ্ঠান-প্ৰতিষ্ঠানৰ অভিনন্দন-পত্ৰ প্ৰকাশ কৰিব পৰা নাই, সেইসকললৈ ক্ষমা প্ৰাৰ্থনা কৰিছোঁ। লগতে এইটোও আশা কৰিছোঁ যে গুণীজনক যথা সময়ত যথোচিত সমাদৰেৰে, সি লাগে যি ৰূপতেই নহওক কিয়, উৎসাহ আৰু প্ৰেৰণা যোগোৱাৰ এই পৰম্পৰা যেন এই অনুষ্ঠান-প্ৰতিষ্ঠানবোৰে অব্যাহত ৰাখে।

— সম্পাদক

**পৰিশিষ্ট ঃ**

জীৱনৰ তিতা-মিঠা

আৰু তৎকালীন সমাজ-সাংস্কৃতিক জগৎখনৰ

নিৰ্বাচিত তথ্যলেখা.......

# সন্মানৰ শৰাই

## গুৱাহাটী শিল্পী সংঘ

### গুৱাহাটী

### (ৰূপালী জয়ন্তী)

*শ্ৰীগিৰিশ চৌধুৰী দেৱে*

*নাট্যকাৰ-অভিনেতাৰূপে নাট্য-শিল্পৰ প্ৰতি যি অৱদান আগ বঢ়াই আমাক সমৃদ্ধ কৰিছে আৰু আজীৱন সেই শিল্পৰেই পূজাৰী হৈ আছে— সেই কথা সুঁৱৰি আজি তেখেতক আমি 'নট-সম্ৰাট' উপাধিৰে সন্মানৰ শৰাই আগ বঢ়ালোঁ।*

গুৱাহাটী
২৯/১২/৭৪

গুৱাহাটী শিল্পী সংঘৰ হৈ
স্বাঃ পুলকানন্দ দাস
সভাপতি



প্ৰতি,
শ্ৰীগিৰিশ চৌধুৰী
গুৱাহাটী

শ্ৰদ্ধাভাজনেষু

কলা-সংস্কৃতিলৈ আগ বঢ়োৱা আপোনাৰ মহত্বপূৰ্ণ
অৱদানৰ স্বীকৃতি স্বৰূপে
কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভাৰ
২৭ তম্ মৃত্যুদিৱসৰ এই পুণ্যতিথিত
আপোনাক সম্বৰ্ধনা তথা
**"কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভা বঁটা '৯৫"**
প্ৰদান কৰি অসম চৰকাৰে পৰম গৌৰৱ
অনুভৱ কৰিছে।

জীৱনজোৰা সাধনাৰে আপুনি
অসমৰ কলা সংস্কৃতিক মহীয়ান কৰি তুলিছে।
আপোনাৰ এই নিৰলস সাংস্কৃতিক যাত্ৰা
বৰ্তমান আৰু উত্তৰপুৰুষৰ বাবে
সুগভীৰ প্ৰেৰণাৰ উৎস।

আপোনাৰ সুদীৰ্ঘ জীৱন
আৰু সুন্দৰ স্বাস্থ্য কামনা কৰিছোঁ।

বিষ্ণু ৰাভা দিৱস
২০ জুন, ১৯৯৫
নগাঁও

**হিতেশ্বৰ শইকীয়া**
মুখ্যমন্ত্ৰী : অসম



**প্ৰতি**

**শ্ৰীগিৰিশ চৌধুৰী**

শ্ৰদ্ধাভাজনেষু

আপুনি জীৱন জোৰা সাধনাৰে অসমৰ
কলা-সংস্কৃতিক মহীয়ান কৰি তুলিছে।

আপোনাৰ এই নিৰলস সাংস্কৃতিক যাত্ৰা
নতুন পুৰুষৰ বাবে প্ৰেৰণাৰ উৎস।

ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ
পুণ্য স্মৃতিত আয়োজিত এই শিল্পী দিৱসত
আপোনাক সম্বৰ্দ্ধনা জনাবলৈ পাই
অসম চৰকাৰে গৌৰৱ অনুভৱ কৰিছে।

আপোনাৰ সুদীৰ্ঘ জীৱন আৰু সুন্দৰ
স্বাস্থ্য কামনা কৰিছোঁ।

শিল্পী দিৱস
১৭ জানুৱাৰী, ১৯৯৫
তিনিচুকীয়া

**হিতেশ্বৰ শইকীয়া**
মুখ্যমন্ত্ৰী ঃ অসম

# কিংশুক গোষ্ঠীৰ তৰফৰপৰা প্ৰবীণ শিল্পী শ্ৰীযুত গিৰিশ চৌধুৰীদেৱলৈ—

## সম্বৰ্দ্ধনা

অসমৰ মঞ্চ তথা কথাছবি জগতৰ প্ৰবীণ অভিনেতা শ্ৰীযুত
গিৰিশ চৌধুৰীদেৱক কিংশুক গোষ্ঠীৰ তৰফৰপৰা সম্বৰ্দ্ধনা জনাবলৈ
পাই আমি নিৰ্বে আনন্দিত হৈছোঁ। পলমকৈ হ'লেও সৰ্বভাৰতীয়
সমালোচক সন্থাই (Critic Circle of India) আপোনাক জনোৱা
এই সন্মানৰ বাবে আমিও অতিকৈ গৌৰবান্বিত। কৰ্মময় জীৱনত
ব্যস্ত থাকিও মঞ্চ তথা কথাছবি জগৎ আৰু অসমীয়া নাট্য
সাহিত্যলৈ আপুনি যি বৰঙণি আগ বঢ়ালে সেয়া চিৰ
উজ্জ্বল। আজিৰ এই অনুষ্ঠানৰ যোগেদি
আমি ভগৱানৰ ওচৰত আপোনাৰ
সুদীৰ্ঘ জীৱন কামনা কৰিলোঁ।
আপোনাৰ প্ৰতিভাই
আমাৰ সাংস্কৃতিক
জগৎখন সুন্দৰ
আৰু সাৰ্থক
কৰি তোলক।

সভাপতি
'কিংশুক' ২৫-৯-৭৮

সাধাৰণ সম্পাদক

# গুৱাহাটী বিহু সন্মিলনী

উজান বজাৰ, গুৱাহাটী - ৭৮১ ০০১

স্থাপিতঃ ১৯৫২ চন

ঊনচল্লিশতম বৰ্ষ, ১৯৯০ চন

**শ্ৰদ্ধাভাজন শ্ৰীযুত গিৰিশ চন্দ্ৰ চৌধুৰী**

**মহানৰ সমীপেষু**

*প্ৰকৃতিৰ নবোন্মেষৰ মাহেন্দ্ৰক্ষণত সমবেত হৈ আমি যোৱা আঠত্ৰিশ বছৰে আদৰিছোঁ ৰূপান্তৰক। আজিও আমি সৃষ্টিৰ এই উদ্বোধনী পূজাত আদৰিম নতুন দিনক, ন-বছৰক। লগতে প্ৰভাতৰ সুন্দৰ জয়গান গাই প্ৰেৰণাৰ উৎস হিচাবে বিচাৰো চানেকী জীৱনৰ।*

*এক অভিনৱ মানবীয় জীৱনৰ সপোন ৰচা মহা-সৌন্দৰ্য্যৰ সাধন সংস্কৃতিৰ স্ৰষ্টা, সমাজসেৱী আমাৰ জ্যেষ্ঠ হৈ আপোনাৰ জীৱন হওক মহীয়ান। আপোনাৰ সৃষ্টিৰ সৌন্দৰ্য্য প্ৰকাশ্যে নতুন প্ৰেৰণাৰ বীজবোৰ আমাৰ মনৰ মাজত, আমাৰ হৃদয়ত, আমাৰ প্ৰতিভাত সিঁচি দি, আমাক এক অভিনৱ অসমীয়া সংস্কৃতিসেৱক সৃষ্টি কৰিবলৈ মহা জাগৰণেৰে জগাই দিয়ক।*

*আমাৰ আশাৰ ইন্দ্ৰধনু সুৰঞ্জিত হওক। প্ৰতিভাই প্ৰতিভাই হওক নতুন সৃষ্টিৰ কল্পনাৰ জন্ম আৰু মনীষাই মনীষাই হওক নতুন পোহৰৰ নৃত্য। আপোনাৰ সাংবাদিক, ক্ৰীড়াবিদ, সমাজসেৱী, সাহিত্যিক, শিল্পী জীৱনৰ দীৰ্ঘায়ু কামনা কৰিছোঁ।*

| | | |
|---|---|---|
| শ্ৰীক্ষীৰোদা বিষয়া<br>সভাপতি | সম্পাদক | সাংস্কৃতিক সম্পাদক |

# সাংস্কৃতিক জগতৰ বিপ্লৱী কাণ্ডাৰী
# গিৰিশ চৌধুৰীদেৱলৈ *জ্যোতিৰূপাৰ* অভিনন্দন

*হে বিপ্লৱী শিল্পী,*

আপোনাৰ কৈশোৰতে 'অসম প্ৰতিভা' নাটেৰে অঙ্কুৰিত হোৱা আপোনাৰ নাট্য প্ৰতিভাই আজিও প্ৰায় সাত দশক জুৰি আপোনাৰ গুণে ভাস্বৰ হৈ আছে।

যুদ্ধৰ বিভীষিকাৰ মাজত স্বাধীনতা সংগ্ৰামৰ উত্তাল সময়ৰ সন্ধিক্ষণতো আপোনাৰ নাট্যকৰ্ম কাহানিও স্থবিৰ হোৱা নাই।

ইংৰাজ শাসনৰ দমনমূলক ব্যৱস্থাৰ মাজতো আপোনালোকৰ কৰ্মৰাজি অবিৰত কৰি ৰাখিবলৈ আপুনি আগৰণুৱাৰ ভূমিকা পালন কৰিছিল। স্বাধীন ভাৰততো নাট্য কাৰ্য্যক্ৰমত আৰক্ষীৰ দমন মূলকতা প্ৰতিহত কৰিবলৈ আপুনি বৈপ্লৱিক প্ৰচেষ্টাৰে সফলকাম হৈছিল।

ব্ৰজনাথ শৰ্মাৰ আদৰ্শেৰে অনুপ্ৰাণিত হৈ অনেক বাধা অতিক্ৰম কৰি ৰাজহুৱা মঞ্চত পোন প্ৰথমবাৰৰ বাবে সহ-অভিনয়ৰ ধাৰা প্ৰবৰ্তন কৰি এক বলিষ্ঠ পদক্ষেপ গ্ৰহণ কৰি নাট জগতলৈ অতুলন অবদান আগ বঢ়াইছে। ইয়াৰ পূৰ্বতেই আপুনি নিজেই মহিলাৰ অভিনয় কৰি ভূয়সী প্ৰশংসা বুটলিবলৈ সক্ষম হৈছিল। ফণী শৰ্মা, বিষ্ণু ৰাভা, প্ৰবীণ ফুকন, সাৰদা বৰদলৈ আদিৰ সান্নিধ্যত আপুনি অসমৰ সীমাৰ বাহিৰতো নাট পৰিবেশন কৰিছিল গৈ।

বঙলা ভাষাতো আপোনাৰ যি ব্যুৎপত্তি সেয়া সঁচাকৈয়ে দুৰ্লভ। সেয়েহে আপুনি বঙলা ভাষাৰ নাটকো অনেক মঞ্চত পৰিবেশন কৰি সুনাম অৰ্জন কৰিছে।

আপোনাৰ প্ৰতিভা মাথোঁ মঞ্চ নাটকৰ অভিনয়তেই সীমাবদ্ধ নহয়। অগণন ৰেডিঅ' নাট, টেলিভিচনৰ নাট তথা ধাৰাবাহিক, চলচ্চিত্ৰ আদিত অভিনয়ৰ আৰু পৰিচালনাৰ উপৰিও এইবোৰ ৰচনাৰে সাহিত্যৰ ভঁৰালো আপুনি সমৃদ্ধ কৰিছে।

আপোনাৰ বলিষ্ঠ সাংগঠনিক দক্ষতাৰে আপুনি অনেক অনুষ্ঠান প্ৰতিষ্ঠানৰ গুৰি ধৰি আগুৱাই যোৱাৰ পথ সুগম কৰিছে।

আপোনাৰ বৈপ্লৱিক সাংস্কৃতিক জীৱনে উত্তৰপুৰুষক নৱ নৱ সৃষ্টি তথা সমাজ সংস্কাৰৰ বাবে উদ্বুদ্ধ কৰক।

*জ্যোতিৰূপাৰ* পক্ষৰপৰা আজিৰ এই শুভক্ষণত সমূহ সংস্কৃতিসেৱীৰ হৈ আপোনালৈ যাঁচিছো হিয়া ভৰা অভিনন্দন।

আপোনাৰ জীৱন মঙ্গলময় হওক—

এই শুভ কামনাৰে

জিলা পুথিভঁৰাল প্ৰেক্ষাগৃহ
২৪ জানুৱাৰী ২০০১ চন
গুৱাহাটী

সমূহ সংস্কৃতিসেৱী আৰু *জ্যোতিৰূপাৰ* হৈ
প্ৰফুল্ল গোবিন্দ বৰুৱা
সভাপতি

# কামৰূপ নাট্য সমিতিৰ শিল্পী সম্বৰ্দ্ধনা

## শ্ৰীগিৰিশ চৌধুৰী

## সমীপেষু

হে শিল্পী,

আপুনি অবিদিত নহয় যে ঐতিহ্যমণ্ডিত এই কুমাৰ ভাস্কৰ নাট্য মন্দিৰ। কামৰূপ নাট্য সমিতিয়ে ইয়াৰ শ্ৰীবৃদ্ধিৰ বাবে আদিৰেপৰা অহোপুৰুষাৰ্থ কৰি আহিছে। এই সমিতিৰপৰাই অসমৰ খ্যাতনামা কেইবাগেৰাকী নাট্যকাৰ, অভিনেতা আৰু কলাকুশলীৰ জন্ম হৈছে। সেয়ে আমি গৌৰৱ অনুভৱ কৰোঁইক।

আপুনি আমাৰ পৰম শ্ৰদ্ধেয়। এই নাট্য মন্দিৰলৈ আপোনাৰ আশাশুধীয়া অবিহণা উল্লেখযোগ্য। সেয়ে আমি আজি ৰাজহুৱাভাৱে আপোনাক সম্বৰ্দ্ধনা জনাবলৈ পাই কৃতাৰ্থ মানিছোঁ। আপোনাৰ আশীৰ্বাদ আৰু শুভেচ্ছা আমাৰ ভৱিষ্যতৰ পাথেয় হওক। ভগৱানে আপোনাক দীৰ্ঘায়ু কৰক।

পৰম শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰে,
কামৰূপ নাট্য সমিতিৰ সভ্যবৃন্দৰ হৈ

শ্ৰীলক্ষ্যধৰ চৌধুৰী
সভাপতি, কামৰূপ নাট্য সমিতি

শ্ৰীসোণাৰাম দাস
সম্পাদক, কামৰূপ নাট্য সমিতি,
গুৱাহাটী

১৭ জানুৱাৰী '৯১ (শিল্পী দিৱস)

# তেজস্বী অভিনেতা নাট্যকাৰ
## গিৰিশ চৌধুৰী দেৱলৈ—
## আমাৰ অভিনন্দন পত্ৰ

তোমাক কিহেৰে বাৰু আদৰিম
যাৰ জীৱনটোৱেই এখন নাটক
শত সহস্ৰ অভিনয়ৰ আৰু নাট্যকাৰৰ
এখন সোণোৱালী দাপোণ।

সেই দাপোণত আমি
ওৰেটো জীৱন দেখি আহিছোঁ
ত্যাগ, নিষ্ঠা আৰু এক অফুৰন্ত উদ্যমেৰে
দৃঢ়তাৰে সাহসৰ ধ্বজা উৰুৱাই

বহু আলোচনা সমালোচনাৰ
মাজেদিয়েই সহ-অভিনয়ৰ
বাট দিলে মোকলাই,
আৰু দিলে মঞ্চৰ মজিয়াত
প্ৰাণ সঞ্চাৰিত হৈ যোৱা
অভিনয়ৰ অভিনৱ নতুন প্ৰভাৱ।

তুমি ৰঙ্গমঞ্চত ভাও দি গৈ থাকা
সহযাত্ৰী বন্ধু আমাৰ
যেতিয়ালৈকে পৃথিৱীৰ ৰঙ্গমঞ্চ ভুবি নাযায়,
তেতিয়ালৈকে তুমি ভাও দি যাব লাগিব
সহযাত্ৰী বন্ধু আমাৰ।।

যাৰ প্ৰেৰণাৰে আমিও যাম আগুৱাই
সংস্কৃতিৰ মজিয়াত নানা ৰঙৰ আবিৰ ছটিয়াই
শেৱালী সুবাস বিলায়।
সেইজন অভিনেতা পৰম শ্ৰদ্ধাৰ,
যাঁচিছো সেয়েহে আজি আমি
হিয়া ভৰা মৰমেৰে-
আমাৰ এই চেনেহৰ অভিনন্দন।।

ব'হাগী বিদায় সন্মিলন
দীপক সঙ্ঘ
শিলপুখুৰী, গুৱাহাটী-৩
২৫ জুন ১৯৭৮

# শিল্পী সমাৰোহ সমিতি

## পুৰণিগুদাম, নগাঁও

(ব্যৱস্থাপনাত ঃ কল্লোল, ৰূপৰঙ্গ, কিশলয়ৰ সহযোগত অনিৰ্বাণ গোষ্ঠী)

প্ৰতি,

শ্ৰীগিৰিশ চৌধুৰী

শ্ৰদ্ধাভাজনেষু,

উত্তৰ স্বাধীনতা যুগৰ অসমৰ শত সহস্ৰ প্ৰতিকূলতা, প্ৰতিবন্ধকতা আৰু সমস্যা জৰ্জৰিত অপূৰ্ণতা সত্বেও অসমীয়াৰ বুকুত আপোনালোকে ৰাখিছিল স্ৰোতস্বিনী সংস্কৃতিপ্ৰবাহ, আপোনালোকৰ সাহিত্য, অভিনয় আৰু সুকুমাৰ কলাৰ বৃদ্ধিৰে।

শ্ৰেষ্ঠত্বৰ মান অৱশ্যেই কোনো মাপকাঠিৰে জুখিব নোৱাৰি, কিন্তু আপোনালোকেই প্ৰমাণ কৰি দিছিল যে মহৎ বা শ্ৰেষ্ঠ শিল্পৰ ধৰ্মই হৈছে তাৰ কৃতিত্ব কৰ্মক অনন্য ৰূপেৰে উপস্থাপিত কৰি তাক ভিন্ন বা সতন্ত্ৰ বস্তুত পৰিণত কৰা।

সেই কিংবদন্তীতুল্য প্ৰতিভা, উৎকৰ্ষ আৰু শ্ৰেষ্ঠত্ব সুঁৱৰি আপোনালোকলৈ আমাৰ একাঁজলি শ্ৰদ্ধা আৰু কৃতজ্ঞতা যাচিলোঁ।

শ্ৰদ্ধাৰে

শিল্পী সমাৰোহ সমিতি

পুৰণিগুদাম

নগাঁও

১৪ জুন

১৯৮৭ চন

**গহুৰ নাট্য গোষ্ঠীৰ**

**পঞ্চম বাৰ্ষিকী।।**

**ৰবীন্দ্ৰ ভৱন।। ১২ আগষ্ট ১৯৭৩**

মঞ্চ শিল্পী শ্ৰীগিৰীশ চৌধুৰী দেৱলৈ

আমাৰ মঞ্চক্ষেত্ৰলৈ
আপোনাৰ অলেখ অৱদানৰ বিষয়ে
শ্ৰদ্ধাৰে সুঁৱৰি

আৰু
অৱদান আগ বঢ়োৱা পথেৰে
অক্লান্ত ভাৱে গৈ থাকক
এই কামনা কৰি
আপোনালৈ আগ বঢ়ালোঁ
এই সম্বৰ্ধনাৰ শৰাই

গহুৰ নাট্য গোষ্ঠীৰ হৈ
বসন্ত ওজা
সম্পাদক।।



# সহ-অভিনয়...

(সহ অভিনয়ৰ বিষয়ে কৰা এটা মন্তব্যৰ সম্পৰ্কত ইতিমধ্যে দুখন চিঠি প্ৰকাশ হৈছে। কিন্তু এই প্ৰসঙ্গত আৰু কেইবাখনো চিঠি এতিয়া আমাৰ হাতত পৰিছেহি। সহ-অভিনয়ৰ দীঘলীয়া বাদানুবাদক স্থান দিয়াটো— কাকতৰ কলেৱৰৰ ফালৰপৰা বিবেচনা কৰি চালে— আমাৰ পক্ষে সম্ভৱপৰ নহয়। তাতে আকৌ বিভিন্ন চিঠিৰ শব্দ-গাঁথনি আৰু মন্তব্যৰপৰা মূল বিষয়টোৰ আলোচনাৰ পৰিসৰ আৰু বহলাই নিয়াৰ চিন পৰিলক্ষিত হৈছে। সেইদেখি এই বিষয়ৰ আলোচনা ইমানতে সামৰিবলৈ পালে আমি সন্তোষ পাম। এতিয়ালৈকে অহা বিভিন্ন মতামত তলত সংক্ষেপে প্ৰকাশ কৰা হ'ল। —সম্পাদক 'নতুন অসমীয়া')

গুৱাহাটীৰপৰা শ্ৰীযুত (সকল) তাৰিণী বৈশ্য, মহেন্দ্ৰ বৰা, ননী কলিতা, জীতেন বৰঠাকুৰ, হৰমোহন চক্ৰৱৰ্তী, প্ৰবোধ শৰ্মাই— কাকতৰ যোৱা এক নবেম্বৰৰ সংখ্যাত কেইগৰাকীমান লিখিকাই কৰা মন্তব্যৰ প্ৰতিবাদ কৰি লিখিছে— 'সমাজৰ নিষ্কলুষ অংশ এটাকো কলঙ্কৰ মিছা বোজা দি তেখেতসকলে মহিলাসমাজক নিৰ্দ্দোষী প্ৰতিপন্ন কৰিবলৈ যোৱাটো কেনে ধৰণৰ কথা? প্ৰতিবাদৰ ভাষা সংযত হোৱাটো কাম্য নহয় জানো?' চিঠি-লেখক কেইজনে আৰু লিখিছে— 'গুৱাহাটী চহৰৰ দেৱালী চাবলৈ নিশ্চয় অসমৰ গোটেই ডেকাদলৰ ষড়যন্ত্ৰমূলক সমাবেশ হোৱা নাছিল।'

তেওঁলোকে আৰু কয় যে 'ৰায়চৌধুৰী ডাঙৰীয়াই যদি সহ-অভিনয়ৰ বিষয়ে কিবা অৰুচিকৰ মন্তব্য প্ৰকাশ কৰি অসমৰ মহিলা সমাজক অপমানিত কৰিছে তেনেহ'লে সেইটো অৱশ্যে দুখৰেই কথা।'

এজন 'কলাকাৰে'ও চিঠি-লিখিকাসকলে ডেকাসকলৰ সম্পৰ্কত কৰা মন্তব্যৰ প্ৰতিবাদ কৰিছে।

'নিউ হোষ্টেল'ৰ পৰা শ্ৰীযুত ভবেশচন্দ্ৰ খাউণ্ডে লিখিছে 'এইবোৰ অভিনয়ত যোগ দিয়া অভিনেত্ৰীসকল ব্যৱসায়ী নিম্ন শ্ৰেণীৰ তিৰোতাহে— বুলি শ্ৰীযুত ৰায়চৌধুৰীয়ে আবেগবশতঃ সহ-অভিনয় সম্বন্ধে ক'ব নলগা কথাও কৈছে বুলি আমি মানো। কিন্তু তেখেতে বৰ্ণোৱা ইয়াৰ জঘন্য কথাবোৰ মিছা নহয়।'

এই প্ৰসঙ্গত চিঠি লিখিকাসকলে কৰা মন্তব্যৰ উল্লেখ কৰি শ্ৰীযুত খাউণ্ডে লিখিছে— 'সহ অভিনয় সম্বন্ধে কোৱা কথা লৈ তেখেতসকলে ৰায়চৌধুৰীৰ লগত যুক্তি-যুদ্ধ কৰক— তাত আমাৰ মানা নাই। কিন্তু দেশৰ ডেকাদলক দোষাৰোপ কৰি কি সুখ পায়? সমস্ত ডেকাদলে কি জগৰ লগালে?'

যোৰহাটৰপৰা শ্ৰীযুত বি বৰুৱাই শ্ৰীযুত ৰায়চোধুৰীক সমৰ্থন কৰি এখন চিঠি দিছে। শ্ৰীযুত (সকল) বুদ্ধি শৰ্মা, নিধি নাথ, দয়া চহৰীয়া, জীৱন ডেকা, খৰ্গ বৰুৱাই (গুৱাহাটী) লিখা চিঠিত কৈছে যে 'অপ্ৰিয় হ'লেও চৌধুৰী ডাঙৰীয়াই কোৱা কথাত যথেষ্ট সত্যতা আছে।'

আটাৰিখাটৰপৰা শ্ৰীযুত উপেন্দ্ৰ নাথ অধিকাৰীয়ে 'সহ-অভিনয়ৰ উদ্যোক্তাসকলে শিল্পী-শ্ৰেষ্ঠ উদয়শঙ্কৰক অনুগমন কৰিলে ৰাইজৰো নিশ্চয় সুদৃষ্টি পাব' বুলি মন্তব্য কৰিছে।

## পুৰুষৰ বেলিকা একা?

সম্পাদক ডাঙৰীয়া,

আপোনাৰ কাকতৰ ২৮ তাৰিখৰ সংখ্যাত শ্ৰীযুত গিৰিশ চৌধুৰীয়ে লিখা 'বক্তৃতাৰ নমুনা' শীৰ্ষক চিঠিখনৰ সংশ্ৰৱত আমিও দুষাৰ কব খোজোঁ।

সিদিনা ২৫ অক্টোবৰ তাৰিখে নিখিল ভাৰত মহিলা সন্মিলনীৰ অসম শাখাৰ অধিবেশনত শ্ৰীযুত অম্বিকাগিৰী ৰায়চৌধুৰী ডাঙৰীয়াই উপস্থিত আইসকলক সম্বোধন কৰি কয় যে 'অন্দৰ মহল'ৰ পবিত্ৰতা আৰু নাৰীৰ নৈতিকতাৰ ওপৰতে সমাজৰ স্থায়িত্ব নিৰ্ভৰ কৰে। এই কথা আমিও স্বীকাৰ কৰোঁ; কিন্তু বক্তাই এই প্ৰসঙ্গতে অসমৰ কেবাখনো ঠাইত ইতিমধ্যে হৈ যোৱা সহ-অভিনয়ৰ উল্লেখ কৰি অযুক্তিকৰ কথা এষাৰ কয়।

তেওঁৰ মতে এইবোৰ অভিনয়ত যোগ দিয়া অভিনেত্ৰীসকল ব্যৱসায়ী নিম্ন শ্ৰেণীৰ তিৰোতাহে। সম্ভ্ৰান্ত ঘৰৰ ছোৱালীয়ে এনে অভিনয় কৰাটো সন্মান হানিকৰ। তেওঁ দৃঢ়তাৰে কয় যে সহ-অভিনয়ত কেতিয়াও নৈতিকতা অটুট থাকিব নোৱাৰে। এই কথাখিনিৰে ৰায়চৌধুৰী ডাঙৰীয়াই অভিনয়ৰ বিষয়ে নিজৰ সম্যক জ্ঞানৰ অভাৱৰহে পৰিচয় দিলে। অভিনয়ৰ উদ্দেশ্যই হৈছে সমাজৰ অনাচাৰ-দুৰ্নীতি আদি আঁতৰোৱা; গতিকে অভিনয়ৰ প্ৰয়োজনীয়তা আমি স্বীকাৰ কৰিবই লাগিব। অভিনয়ক যদি এটা কলা হিচাবে ল'বই লাগে তেন্তে সেই কলাৰ সুন্দৰ প্ৰকাশৰ কাৰণে নাৰী-অভিনেত্ৰীৰ সহযোগিতা কোনো শিল্পীমনে নুই কৰিব নোৱাৰে। ৰায়চৌধুৰী ডাঙৰীয়াই ক'ব খোজে নেকি যে সেই কলাক ফুটাই তুলিবলৈ এটা নিম্ন শ্ৰেণীৰ ব্যৱসায়ীৰ দল সংগ্ৰহ কৰিব লাগে?

ৰায়চৌধুৰী ডাঙৰীয়াক আমি জানো এগৰাকী নিৰ্ভীক নেতা হিচাপে, কবি হিচাপে, শিল্পী হিচাপে। কিন্তু তেওঁৰ এনেকুৱা ঠেক দৃষ্টিভঙ্গীৰ লগত আমাৰ পৰিচয় নাছিল। সিদিনাৰ মিটিঙত উপস্থিত সম্ভ্ৰান্ত ভদ্ৰমণ্ডলীৰ সন্মুখত এনে অবান্তৰ আৰু ৰুচিবিৰুদ্ধ কথাৰ অবতাৰণা কৰি তেওঁ নাৰী জাতিৰ পক্ষে অপমানজনক আচৰণহে

কৰিলে।

তিৰোতাসকলৰ প্ৰতি তেওঁ এনে ধৰণৰ মনোভাব ব্যক্ত কৰাৰ আগতে ভাবি চোৱা উচিত আছিল আজিকালিৰ উৎসৱ আদিত তেওঁৰ সপোনৰ 'ডেকা অসম'ৰে ডেকাসকলে তিৰোতা দেখিলেই কৰা মস্তিষ্কহীন অভদ্ৰ আচৰণবোৰৰ বিষয়ে (সিদিনাৰ দেৱালী উৎসৱেই ইয়াৰ জ্বলন্ত সাক্ষ্য)। এইবোৰৰ বিষয়ে তেওঁৰ মুখৰপৰা সদুপদেশ বাণী নোলাল কিয়?

প্ৰীতি ভট্টাচাৰ্য, ৰূপালী ৰাজখোৱা
নতুন অসমীয়া ১/১১/৪৯ মন্দিৰা বৰুৱা, অনু বৰদলৈ, অনু দাস
ডলী হাজৰীকা,
গুৱাহাটী

সম্পাদক ডাঙৰীয়া,

যোৱা মঙ্গলবাৰে গুৱাহাটীত বহা নিখিল ভাৰত মহিলা সমিতিৰ অন্তৰ্ভূক্ত অসম প্ৰাদেশিক মহিলা সভাৰ বাৰ্ষিক অধিবেশনত শ্ৰীযুত অম্বিকাগিৰি ৰায়চৌধুৰী ডাঙৰীয়াই যি ধৰণৰ কটু বক্তৃতা কৰিলে তাৰ বিষয়ে আপোনাৰ কাকতত দু-আষাৰ নিলিখি নোৱাৰিলোঁ।

গুৱাহাটী শিল্পী সঙ্ঘৰ উদ্যোগত হোৱা সহ-অভিনয়খনিৰ বিষয়ে তেওঁ যি ধৰণে কৈছে— এই কথাত তেওঁ নিজৰ কিমান হীন মনোবৃত্তিৰ পৰিচয় দিছে, তাক হয়তো তেওঁ বুজিবই পৰা নাই। তেওঁ কৈছে যে 'ছাহজাহান' নাটত সহ-অভিনয় হৈ গ'ল তাত ছোৱালীসকলে যোগদান কৰা কেতিয়াও উচিত হোৱা নাই আৰু এনে ধৰণৰ কামবোৰে হেনো অশ্লীলতাৰহে পৰিচয় দিয়ে।

তেওঁ এইবোৰ কথা কিহৰ ওপৰত ভিত্তি কৰি ক'ব পাৰিলে? আমি যি দুই নিশা অভিনয় কৰিছিলোঁ তাত তেওঁ নিজে উপস্থিত আছিল নে? তেওঁৰ কোনোবা প্ৰতিনিধি তাত উপস্থিত আছিল নে? যিসকল সম্ভ্ৰান্ত ঘৰৰ ছোৱালীয়ে আমাৰ লগত অভিনয় কৰিছিল, তেওঁ তেওঁলোকৰ অভিভাৱকসকলক জানেনে? আমাৰপৰা কেনে ধৰণৰ ব্যৱহাৰ পাইছিল তেওঁ সুধিছিল নে? তাত যিসকল সম্ভ্ৰান্ত বংশৰ ল'ৰা আৰু ছোৱালীয়ে অভিনয় কৰিছিল, তেওঁ তেওঁলোকৰ ব্যক্তিগত চৰিত্ৰৰ কিবা কূট-ইঙ্গিত পায় নে?

তেওঁৰ নিচিনা এজন নেতৃস্থানীয় লোকে এই কলাৰ প্ৰতি এনেকুৱা অহিতকৰ কথা কোৱা উচিত হৈছে নে? যিজনৰ মন এনেকুৱা ধৰণৰ কুসংস্কাৰৰ আবৰ্জনাৰে পঙ্কিল, তেওঁ দেশৰ নেতা হ'বৰ উপযুক্ত নে?

তদুপৰি তেওঁ কৈছিল যে এনেকুৱা ধৰণৰ কামবোৰত হেনো 'বেশ্যা' শ্ৰেণীৰ ছোৱালীসকলেহে সহযোগ কৰে। এনেকুৱা ধৰণৰ অসংযত কথা ক'বৰ

তেওঁৰ কি অধিকাৰ আছে? তেওঁৰ এনেকুৱা অসংযত আৰু অভদ্ৰোচিত কথাৰ কাৰণে আমি তেওঁক গৰিহণা দিওঁ।

তেওঁক আমি চিৰকালেই নেতা হিচাবে শ্ৰদ্ধা কৰি আহিছোঁ আৰু আমাৰ বন্ধু-বান্ধৱৰ মাজতো তেওঁক উচ্চ আসন দি বহুল প্ৰচাৰ কৰি আহিছোঁ; কিন্তু এতিয়া দেখিছোঁ যে তাৰদ্বাৰা আমি প্ৰতাৰিত হৈছোঁ আৰু আমি আমাৰ বন্ধু-বান্ধৱকো প্ৰতাৰিত কৰিছোঁ। যিজনে এখন মুকলি সভাত নিজৰ ৰসনা সংযত কৰি কথা ক'ব নোৱাৰে আৰু প্ৰগতিশীল অসমক— তেওঁৰ ভাষাৰে 'ডেকা অসমক'— পঙ্গু অসম কৰি ৰাখিব খোজে, তেওঁৰ আন কিবা হ'বৰ যোগ্যতা থাকিলেও দহৰ ওপৰত নেতা হোৱাৰ যোগ্যতা তেওঁৰ নাই।

আমি যি অভিনয়খনি কৰিলোঁ তাত বাপেক, জীয়েক, ককায়েক, ভনীয়েক সকলেও যোগদান দিছিল; কিন্তু তেওঁ দূৰৈৰপৰাই দূৰবীণ লগাই তাৰ গতি-বিধি ভুল ৰেখাৰে বিচাৰ কৰি যি বক্তৃতা দিলে, সি অকল আমাৰেই অহিতকৰ নহয়-সমগ্ৰ দেশৰো। তেওঁৰ বক্তৃতাত বীৰত্ব থাকিব পাৰে কিন্তু যুক্তি নাই।

শিক্ষিত বক্তা হিচাবে যদি তেওঁ বক্তৃতা দিবৰ সময়ত উপস্থিত জনতাৰ মুখলৈ চালেহেঁতেন, তেওঁ বুজিব পাৰিলেহেঁতেন, তেওঁ তেনে ধৰণৰ কুৎসিৎ বক্তৃতা কৰি ৰাইজৰ মনত অশান্তিৰ সৃষ্টি কৰিছে। কিন্তু সেইবোৰলৈ আৰু কোনে চাব? তেওঁ আপোন মনেই গাই গাই— এবাৰ ভাবিও নেচালে তেওঁৰ বক্তৃতাৰ মাজেৰে জনতাই যে তেওঁৰ হীন মনোবৃত্তিৰ আৰু কুসংস্কাৰৰ সম্ভেদ লৈ গ'ল।

শুনিবলৈ পাওঁ মৌঃ মুহিবুদ্দিন আহমদ চাহাবে তেওঁৰ সেই বাতুলতাক সমৰ্থন কৰিলে। মুহিবুদ্দিন চাহেবৰ বিষয়ে মই একো নকওঁ; কাৰণ মই মোৰ ল'ৰালি কালৰপৰাই দেখি আহিছোঁ তেওঁ এনে ধৰণৰ সভা-সমিতিবোৰৰ প্ৰায়েই সমৰ্থন কৰি ফুৰে। গতিকে তেওঁক মই সমৰ্থনকাৰী হিচাবে অভিযুক্ত কৰিব নোখোজোঁ আৰু সেইটো একেবাৰে ধৰ্ত্তব্যৰ ভিতৰতেই নহয়। কাৰণ তেওঁ হয়তো ভাবিলে যে ৰায়চৌধুৰী ডাঙৰীয়াই যেতিয়া কৈছে,— তাত ভুল থাকিবই নোৱাৰে।

শেহত মই ৰাইজক অনুৰোধ কৰোঁ, লগতে মহিলা সমিতিৰ সভ্যাসকলকো অনুৰোধ কৰোঁ তেওঁলোকে যেন আজিৰ গোটেই ভাৰতৰ কলাৰ উন্নতিৰ পিনে এবাৰ চকু ফুৰাই চায়, আৰু এনে ধৰণৰ সাতামকলীয়া যুগৰ কুৎসিৎ মনোভাৱক মনত ঠাই নিদিয়ে।

শ্ৰীগিৰিশচন্দ্ৰ চৌধুৰী
ছেক্ৰেটৰী, গুৱাহাটী শিল্পী সঙ্ঘ
গুৱাহাটী
১৮/৫/৫৩

নতুন অসমীয়া ১/১১/৪৯

সম্পাদক ডাঙৰীয়া,

ইয়াৰ আগতে আপোনাৰ কাকতৰ জড়িয়তে অসমৰ অবৈতনিক ৰঙ্গমঞ্চৰপৰা আমোদকৰ ৰেহাই দিব লাগে বুলি নানা ধৰণৰ আলোচনা হৈ গৈছে-- আমিও চৰকাৰৰ ওচৰত নানা আবেদন-নিবেদন কৰিলোঁ-- আজি কেইমাহমান আগতে অসমৰ ৰাজ্যপালে আমাৰ স'তে দেখা কৰি এই বিষয়ে আমাক আশা দি গৈছিল। কিন্তু তাৰ পিছত একো সঁহাৰি নাপালো।

আমোদকৰ ৰেহায় দিও আনকেইটিমান আহুকালৰ কথা আপোনাৰ কাকতৰ জড়িয়তে ৰাইজ তথা চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিব বিচাৰো।

যোৱা ১১ আৰু ১২ মে'ত গুৱাহাটী শিল্পী সঙ্ঘৰ তৰফৰ পৰা সঙ্ঘৰ আৰ্থিক অৱস্থা টনকীয়াল কৰাৰ অৰ্থে এলানি অভিনয় হৈ যায়। ২৮ এপ্ৰিলত গুৱাহাটী অফিচত আমোদকৰ ৰেহাই দিয়াৰ মিনতি কৰি আবেদন কৰোঁ-- গুৱাহাটী অফিচে আমাৰ সঙ্ঘৰ নিয়মপ্ৰণালী বিচাৰত নানা আহুকালৰ মাজেদি..... এলানি অভিনয় পাতি ভৰ দুপৰত মই গৈ আমোদকৰ অফিচ পাওঁ। কিন্তু মই বহিবলৈ নেপাওঁতে চুপাৰিণ্টেণ্ডেণ্ট ৰয়ে চিঞৰি উঠিল ঃ কালি কিয় নাহিলা--নটীচ পঢ়িব নেজানা নেকি? কৃষ্টি, সমতা ৰক্ষাৰ এটি সঙ্ঘৰ সম্পাদকৰ চৰকাৰী বিষয়াৰপৰা এই ব্যৱহাৰেই প্ৰাপ্য হৈ উঠিছে। ইয়াৰপৰা বুজা যায় তেখেতসকলে আমাৰ দেশৰ স্বাধীন ব্যৱসায়ীৰ স'তে কি দৰে ব্যৱহাৰ কৰে। মই নিশ্চয় চুৰি কৰি যোৱা নাছিলো। এই ব্যৱহাৰৰ প্ৰতিকাৰ বিচাৰো-- ৰাইজ তথা চৰকাৰৰ ওচৰত।

--দুৰ্ভাগ্য মোৰ ইমানতে শেষ নহ'ল। উত্তৰত মই ক'লো-- ভদ্ৰলোকৰ দৰে ব্যৱহাৰ কৰিবলৈ। ......... বোধহয় ক্ষমা কৰিব নোৱাৰিলে। ইনিস্‌পেক্টৰ কটকীয়ে কৈ উঠিল-- 'আপোনালোকৰ সঙ্ঘই আমোদ কৰ ৰেহাই নাপাই--- টিকট লগাওক, নহ'লে থিয়েটাৰ বন্ধ কৰি দিম।' মই ক'লো-- আপুনি দয়া কৰি ওপৰলৈ আবেদন-পত্ৰ পঠিয়াওকচোন, কি জানি হয়েই। উত্তৰ পালো 'নহয়' মই কৈছো নহয়-- আমি ৰিকমেণ্ড কৰিব নোৱাৰো।' কিন্তু মই তেখেতসকল তথা চৰকাৰক শুধিব বিছাৰো-- গুৱাহাটী শিল্পী সঙ্ঘক টনকিয়াল কৰিব খোজা অভিনয়ৰ আমোদ কৰ কিয় ৰেহাই নেপাব? গুৱাহাটী শিল্পী সঙ্ঘৰ জন্ম আজি নহয় ১৯৪৯ চনত। এই সঙ্ঘই সৰ্বপ্ৰথম সহ-অভিনয়ৰ পাতনি মেলে। ভাবি লৈ পাইছো-- এখেতসকলে ওপৰলৈ লিখিছে 'আমোদকৰ ৰেহায় দিব নেলাগে বুলি'। যাতনা আমাৰ ইয়াতেই শেষ নহ'ল। অভিনয়ৰ নিশা চাৰিজন বিষয়া আহি অভিনয় হৈ থকা সময়ত আমাক যথেষ্ঠ আহুকাল দিলে। তেতিয়া তেওঁলোকক হিচাপ লাগে-- তেতিয়া তেওঁলোকে কাউণ্টাৰফাইল লৈ গ'ল। টিকট বেচি থকা মহম্মদ আজাদ হাচান (মৌঃ তৈয়বুল্লা চাহাবৃৰ ল'ৰা) বহা চেয়াৰখনত ভৰি তুলি চাৰিজনৰ এজনে থিয় হৈ কথা হ'ল।

নানা আহ্বকালেৰে– কৃষ্টি সভ্যতাক ৰক্ষা কৰিব গৈ অসমৰ অবৈতনিক ৰঙ্গমঞ্চৰ কৰ্মকৰ্তাসকলৰ আজি এই হিয়া ভগা অৱস্থা। এইদৰে জানো জাতিৰ মেৰুদণ্ডক জীয়াই ৰখা যায়? চৰকাৰে উন্নতিৰ অৰ্থে নানা কথা কৈ আনহাতে এইদৰে টেটু চেপি ধৰাৰ অদূৰদৰ্শিতাৰ জানো শেষ নহ'ব? চৰকাৰী বিষয়াই কৰা আমাৰ স'তে এই ব্যৱহাৰ নিশ্চয় অকল আমাৰ দুৰ্ভাগ্য নহয়– সমগ্ৰ ৰাইজৰ। সেয়ে প্ৰতিকাৰৰ অৰ্থে সঁহাৰি বিচাৰিলো– ৰাইজ তথা চৰকাৰৰ ওচৰত।

অনিল চৌধুৰী
গুৱাহাটী শিল্পী সঙ্ঘ
১৮/৫/৫৩

OFFICE OF THE SUPERINTENDENT OF TAXES, GAUHATI.

NO. : 10092 DATED : 15.3.52

To

Md. Aftab Hussin,
Joint Secy, Gauhati Silpi Sangha,
Lakhtokia, Gauhati.

Subject :- Entertainment Tax.

Please note that your organisation is in default of the amount of Rs. 52/9/6 on account of the theatricall performance held on August/50. In this connection I am to point out that your move to obtain exemption from the Govt. does not appear to have borne any fruit. In the circumstances, I request you to make the payment of the above sum into the Treasury on or before 25.3.52 positively. In default, measures will be taken to recover the dues as arrears of land revenue. The receipted copy of Treasury challan should be submitted on 20.3.52 positively.

FORWARDED BY:-

Sd-- C.A. Roy,
Superintendent of Taxes,

Gauhati.
Head Asstt. Office of the
Supdt. of Taxes, Gauhati.

☐ প্ৰতিকাৰৰ নমুনা

☐ যোৱা ২০ মে (১৯৫৩) বুধবাৰে *কুমাৰ ভাস্কৰ নাট্য মন্দিৰত* গুৱাহাটীৰ শিল্পী আৰু শিল্পানুৰাগীসকলৰ ৰাজহুৱা সভাত সৰ্বসন্মতিক্ৰমে তলৰ প্ৰস্তাব কেইটা গৃহীত হয়।

(ক) গুৱাহাটীৰ শিল্পী আৰু শিল্পানুৰাগীসকলৰ আজিৰ এই ৰাজহুৱা সভাই কামৰূপ জিলাৰ ছেলছ টেক্স চুপাৰিটেণ্ডেটে 'চিৰন্তন' (অ-ব্যৱসায়ী) নাটকৰ অভিনয়ৰ ওপৰত আমোদ কৰ লগোৱা-নলগোৱা সম্পৰ্কে আলোচনা কৰিবলৈ যাওঁতে উদ্যোক্তাসকলক অপমানজনক ব্যৱহাৰ কৰা কাৰ্য্যৰ তীব্ৰ প্ৰতিবাদ কৰে আৰু গণতান্ত্ৰিক ৰাষ্ট্ৰৰ অফিচাৰৰ এনে ধৰণৰ আমোলাতান্ত্ৰিক আৰু অভদ্ৰোচিত ব্যৱহাৰৰ অৱসান কৰিবৰ বাবে সংশ্লিষ্ট কৰ্তৃপক্ষৰ দৃষ্টি আকৰ্ষণ কৰে।

(খ) এই প্ৰস্তাৱৰ নকল বিত্তমন্ত্ৰী, ছেলছ টেক্স কমিছনাৰ আৰু অসমৰ বিধান সভাৰ বিৰোধী দলৰ নেতালৈ পঠাবলৈ ঠিৰাং কৰা হয়।

(গ) গুৱাহাটীৰ শিল্পী আৰু শিল্পানুৰাগীসকলৰ আজিৰ এই সভাই দুখেৰে সৈতে লক্ষ্য কৰে যে যোৱা কেবা বছৰ ধৰি *শিল্পী সংঘ* আৰু অন্যান্য অনুষ্ঠানৰ তৰফৰপৰা চৰকাৰৰ ওচৰলৈ স্মাৰকপত্ৰ, প্ৰতিনিধি দল প্ৰেৰণ কৰি নানা আবেদন-নিবেদন কৰা সত্বেও আজিও চৰকাৰে অ-ব্যৱসায়ী শিল্প প্ৰতিষ্ঠানৰ ওপৰত আমোদ কৰ তুলি নিদিলে। সেই কাৰণে আজিৰ সভাই অ-ব্যৱসায়ী আমোদকৰ অন্যায় আৰু শিল্পৰ প্ৰগতিৰ পক্ষে ক্ষতিকৰ বুলি মতামত প্ৰকাশ কৰি এতিয়াৰেপৰা উক্ত কৰ নিদিবলৈ সিদ্ধান্ত কৰে আৰু অন্যান্য সহযোগী শিল্পী সংঘসমূহকো এই কৰ নিদিবলৈ অনুৰোধ জনায়।

(ঘ) উক্ত প্ৰস্তাৱ কাৰ্য্যকৰী কৰিবৰ বাবে *গুৱাহাটী শিল্পী সংঘৰ* সম্পাদকে অসমৰ অন্যান্য সহযোগী শিল্পী সংঘসমূহৰ লগত আলোচনা চলাই যথাবিহিত ব্যৱস্থা গ্ৰহণ কৰিব।

ইতি-

শ্ৰীযুত হৰেশ্বৰ গোস্বামী এম. এল. এ.
সভাপতি
২০/৫/৫৩

শ্ৰীঅনিল চৌধুৰী
সম্পাদক
গুৱাহাটী শিল্পী সংঘ
২০/৫/৫৩

অসম বিধান সভাৰ বিৰোধী দলৰ দলপতি শ্ৰীযুত হৰেশ্বৰ গোস্বামী এম.এল.এ. দেৱক দিয়া হ'ল অনুসন্ধান আৰু প্ৰতিকাৰৰ আশাত।

অনিল চৌধুৰী সম্পাদক— গুঃ শিল্পী সংঘ, ২০/৫/৫৩

## ☐ চিঠিপত্ৰ ঃ ব্যক্তিগত হৈও কিছু ৰাজহুৱা

**Om**

**National Education of Information Films Ltd.**
**National House**
**Tulloch Road, Apollo-Bunder.**
**31/12/68**

মৰমৰ গিৰিশ,

ইংৰাজী নৱ-বৰ্ষৰ প্ৰীতি আৰু শুভেচ্ছা অনিল সহ আটাইয়ে ল'বা।...... কামৰ ব্যস্ততাৰ মাজত থাকি ভাল লাগিছে যদিও ইয়াৰ কাৰ্য্যকলাপ দেখি শুনি হতভাগিনী অসমখনৰ কথা মনত পৰিলে মন মৰহি যায়। এইবাৰ মই ইয়ালৈ আহি এটা নতুন কথা উপলব্ধি কৰিছোঁ। কথাষাৰ হ'ল-আমাৰ অসমত সম্ভাৱনা আছে বহুত। কিন্তু আমি মানুহবোৰৰ কথাবোৰ লাগ-বান্ধ নোহোৱা স্বৰূপ। Business like নহয়। যেতিয়াই আমাৰ মাজত এই কথাষাৰৰ প্ৰকৃত অৰ্থ কটকটীয়াকৈ ধৰা পৰিব, কল্যাণ নোহোৱাৰ তেতিয়া কোনো কাৰণেই নাথাকিব। চাৰিজন অসমীয়াই যিদিনাখনেই একলগ হৈ ইয়াৰ মৰ্ম উপলব্ধি কৰি কামত আগ বাঢ়িব, জয় অনিবাৰ্য্য। --বিদেশত অৰ্থাৎ প্ৰবসুৱা জীৱনে মানুহক কিঞ্চিৎ পৰিমাণে দাৰ্শনিক আৰু কল্পনাপ্ৰৱণ কৰাৰ গুণে এইখিনি কথা ওলাল।........ তোমাৰ কমলদা

পুঃ- বিষ্ণুৰাভাক লগ ধৰিছোঁ। চিকিৎসা চলি আছে। ফলাফল বিভুৰ হাতত। Tata Medical Cancer Institute, এচিয়াৰ ভিতৰত বৃহৎ। মূখ্যমন্ত্ৰী চলিহাই ইয়াত ৰাভাক পঠিয়াই খুব ভাল কৰিছে।

১৩, এম. রোড
দাশনগর, হাওড়া ঃ ১১.১১.৫৭

000

কল্যানীয়েষু,

ভাই গিরিশ, যথাসময়ে তোমাৰ চিঠি পেয়েছিলাম, কিন্তু দিন কুড়ির জন্য পূর্ব-পাকিস্তানে গিয়াছিলাম বলে উত্তর দিতে দেরী হ'য় গেল। তার জন্য দুঃখ কোরোনা তেমন?

Permission এর জন্য চিঠি দিয়েছ কেন? আমারতো বলাই আছে। অনিল যেটা ভাল বুঝবে, করবে। শুধু একটা কথা। এই বইগুলোকে তোমরা ওখানকার

কোন ভাল Publisher কে দিয়ে ছাপবার চেষ্টা করো, তাতে আমাদের উভয় পক্ষের লাভ হবে। তোমাদের জন্মভূমিতে আমাকে পরিচিত করানোও হবে। আর পয়সা কড়িও কিছু পাওয়া যাবে।

পূর্ব পাকিস্তান দেখা হয়ে গেল। এবার দেখবো আসাম। অনেক কথা শুনেছি আসাম সম্বন্ধে। ভীষণ লোভ আছে, তোমাদের দুই ভাইয়ের সংগে ঘুরে সে দেশ দেখব। দেখা যাক। হবেই একদিন। জবাব দিও চিঠির। আশীর্বাদ ও ভালবাসা লও। ইতি

তোমাদের
বিধায়কদা
ইণ্ডিয়া কার্বন লিঃ, গুৱাহাটী - ২৫
২২/৯/৭২

০০০

শ্ৰদ্ধেয় গিৰিশদা

আপোনাক অভিনন্দন জনোৱাৰ মোৰ ধৃষ্টতা নাই। আপোনাৰ যোৱা বিশ বছৰৰপৰা কৰা অভিনয়ত এটা দিনো আপুনি বেয়া অভিনয় কৰা দেখা নাই। কিন্তু এই নাটকখনত আপুনি যি অভিনয় কৰিলে তাৰ তুলনা নাই।

প্ৰথমবাৰ মদ খাই আহোঁতে মৃদু নিচাৰ অভিনয় সঁচাই অনন্য। দ্বিতীয় বাৰ নিচা খাই মাতালৰ চৰিত্ৰ ৰূপায়িত কৰোঁতেও আপুনি ইমান সংযত অভিনয় কৰিছে যে হঠাতে মোৰ বঙ্গদেশৰ শ্ৰীকালি বেনাৰ্জীলৈ মনত পৰি গ'ল। আনকি নিজৰ জীয়ৰীৰ মৃত্যুৰ দৃশ্যতো শোকত সন্তপ্ত হৈ কৰা আপোনাৰ অভিনয়ৰ তুলনা নাই।

মোৰ হিয়া ভৰা ওলগ আপোনাক জনালোঁ। আপোনালোকৰ দৰে Dedicated artist ৰপৰা নিশ্চয় অসমত, পেশাদাৰী ৰঙ্গমঞ্চৰ অভিযান সবল হৈ উঠিব।

বহতো শ্ৰদ্ধাৰে— ইতি

গৌতমপ্ৰসাদ বৰুৱা

Dear Miss Mukherjee,

আমি মঙ্গলদৈ 'কালচ্যাৰেল এছোছিয়েছন'ৰ তৰফৰপৰা মঙ্গলদৈ নাট্যমন্দিৰত 'শতিকাৰ বাণ' নাটকখনি অভিনয় কৰিবলৈ আগ বাঢ়িছো। কিন্তু নাৰীচৰিত্ৰ অভিনয়ৰ উপযুক্ত মহিলাৰ অভাৱত আমাৰ উদ্দেশ্যত অগ্ৰসৰ হ'বলৈ সাহস কৰিব পৰা নাই।

গুৱাহাটী নাট্য মঞ্চত আপুনি অভিনয়ত পাৰদৰ্শিতা লাভ কৰি অসমৰ উদীয়মান শিল্পীৰূপে যথেষ্ট সুনাম অৰ্জন কৰিছে। বিদুষী যেহেতু আপুনি, আপোনাৰ

কৃতিত্বৰ অনুশীলনে বিশেষকৈ আমাৰো স্থানীয় তৰুণী শিল্পীসমাজক অনুপ্ৰেৰণা যোগাব বুলি জানি, 'শতিকাৰ বাণ' নাটকখনিৰ এটি ভূমিকাত আমাৰ মঞ্চত অভিনয়ৰ ভাগ ল'বলৈ আপোনাক সবিনয়ে অনুৰোধ জনোৱা হ'ল। মফচল টাউনলৈ বুলি আহ্বান কৰাৰ ধৃষ্টতা মাৰ্জনা কৰি সন্মতি দিলে পৰম কৃতাৰ্থ হ'ম আৰু আমাৰ অভিনয়ো কৃতকাৰ্য্য হ'ব বুলি আশ্বস্ত হ'ম।

আপোনাৰ সন্মতিসূচক উত্তৰৰ প্ৰতীক্ষাত থাকিলোঁ। আপোনাৰপৰা উত্তৰ পোৱাৰ পিছত আমাৰ অভিনয়ৰ দিন আৰু আপোনাৰ অহা-যোৱা সম্বন্ধে আলোচনা কৰিম।

শেষত আমাৰ নমস্কাৰ গ্ৰহণ কৰিব।

ইতি

শ্ৰী বৰুণা চৌধুৰী

শ্ৰীকমলা নাথ শৰ্মা
সম্পাদক, কালচাৰেল এছোছিয়েছন,
মঙ্গলদৈ

## ☐ গুৱাহাটী শিল্পী সংঘৰ কথা

GAUHATI SILPI SANGHA, GAUHATI

Dated Gauhati the 22nd October 1957

To,

The Members,
Gauhati Silpi Sangha,
GAUHATI,

Dear Brothers,

We have not met for years together, and the activities of our Sangha in the last few years are really deplorable which needs your immediate attention to activate and reform it.

Feeling the necessity of meeting together without further delay,-- the General Annual Meeting has been called out and your presence at the meeting at the time and place noted below, is earnestly solicited.

Yours faithfully,
Sd/-

President,
Guwahati Silpi Sangha

Date : 27th, October 1957,
Sunday.
Time : 5 P.M.
Place : Residnece of
Sri Pulakananda Das,
Kumarpara, Gauhati.

□ শিল্পীৰ চুক্তি পত্ৰ

GAUHATI SILPI SANGHA, GAUHATI

I do hereby accept the role mentioned against my name and assure to attend the rehearsal positively from 16th. November '57 next :

| Characters. | Names. | Signature |
|---|---|---|
| SIKHA | Baruna Mukherjee. | |
| ANIMA | Linu Patra | |
| PRADEEP | Budhin Sarmah | |
| PRATAP | Girish Chowdhury | |
| BHABEN | Md. Isha Haque | |
| DEBABRATA | Md. Aftab Hussain | |
| UMESH | Prasanna Barah | |
| AGHONA | Md. Ataur Rahman | |
| AMAR | Makhan Dewan | |
| TANKESWAR | Arun Sarmah | |

নাটকৰ প্ৰচাৰপত্ৰৰ নমুনা

**গুৱাহাটী শিল্পী সঙ্ঘৰ**

শ্ৰেষ্ঠ অৱদান

**ছাজাহান**

আৰ্য্য-নাট্য ৰঙ্গমঞ্চত (শুক্রেশ্বৰঘাট) মাথোঁ দুনিশাৰ কাৰণে

**গুৱাহাটীত প্ৰথম সহ-অভিনয়**

**ছাজাহান**

১৯ আৰু ২০ অক্টোবৰ '৪৯

গধুলি ৬ বজাৰ পৰা

**পৰিচালনা :** গিৰিশ চৌধুৰী আৰু মৌঃ আফ্‌তাব হুছেইন

**প্ৰযোজনা :** শ্ৰীঅনিল কুমাৰ চৌধুৰী

**শ্ৰেষ্ঠাংশত :** আফতাব হুছেইন, গিৰিশ চৌধুৰী, উমেশ দত্ত, মোবাজ্জিন আলি, কুমাৰী উৰ্বশী দাস, শ্ৰীযুতা কমলা শৰ্মা, ৰেণু দাস, জাহানাৰা বেগম, জয়া দাস।

নৃত্যগীতৰ নতুন সমাবেশেৰে পৰিপুষ্ট, ছাজাহানৰ অমৰ কাহিনীৰে গঁথা এই অভিনয়খনি চাবলৈ হেলা নকৰিব।

অগ্ৰিম টিকেট এতিয়াই লৈ থওক

**টিকেটৰ হাৰ :** ৩, ২, ১ মাথোঁন, মহিলা গেলাৰী - ১

**পোৱা ঠাই :** বৰ্মন ব্ৰাদাৰ্ছ, পাণবজাৰ, দাস কেবিনেট, কুমাৰপাৰা, শ্ৰীডম্বৰু চৌধুৰী (মাখন) উজান বজাৰ, মহিলাৰ কাৰণে বিশেষ বন্দবস্ত আছে।

# গিৰিশ চৌধুৰী ঃ জীৱন পঞ্জী (Biodata)

(১) জন্ম ১৯২১ চনৰ ৫ মার্চ তাৰিখে, কুমাৰপাৰা, গুৱাহাটীত।

(২) স্কুলীয়া শিক্ষা সোণাৰাম হাইস্কুল (তৃতীয় শ্রেণীলৈ), কামৰূপ একাডেমীত দশমমান শ্রেণীলৈ, প্রবেশিকা পৰীক্ষাত উত্তীর্ণ হয় ধুবুৰী চৰকাৰী হাইস্কুলৰপৰা। উচ্চ শিক্ষা গ্রহণ কৰে কটন কলেজ গুৱাহাটীত।

(৩) সৰুৰেপৰা অভিনয়ৰ প্রতি আসক্ত। প্রথম অভিনয় কৰে ১৯৩৩ চনৰ পৰা ১২-১৩ বছৰ বয়সৰপৰাই। তেতিয়াৰপৰাই নানা সংগঠনৰ স'তে, কেবাখনো নাটকত 'তেতিয়াৰ' নিয়ম অনুসৰি— স্ত্রী চৰিত্রই ৰূপায়িত কৰিছিল।

(৪) ১৯৪০ চনৰ শেষ ভাগৰপৰা পুৰুষ চৰিত্রত অভিনয় কৰে। সকলো ক্ষেত্রতে মুখ্যচৰিত্রত অভিনয় কৰি আহিছোঁ।

(৫) ১৯৪৯ চনত অসমৰ ৰাজহুৱা মঞ্চত পূর্ণাঙ্গ অভিনয়ৰ পাতনি মেলা হয়— নাট্যকাৰ-অভিনেতা ভাতৃ অনিল চৌধুৰীৰ স'তে লগ লাগি। প্রথম সহ-অভিনয়ৰ নাট *'ছাজাহান'*— ছাজাহানৰ নাম ভূমিকাত নিজেই অভিনয় কৰে।

(৬) ইয়াৰ ভিতৰতে অসংখ্য নাটকত অভিনয় কৰে আৰু নাট পৰিচালনা কৰে।

(৭) সমগ্র অসমতে নাটক মঞ্চস্থ আৰু অভিনয় কৰাৰ উপৰিও অসমৰ বাহিৰতো অভিনয় কৰে।

(৮) কথাছবিত প্রথম অভিনয় কৰে *'সতী বেউলা'* কথাছবিত— ১৯৫৩ চনত। তাৰ পিছৰেপৰা বহুতো অসমীয়া কথাছবিত অভিনয় কৰে।

(৯) কলিকতাত থাকি 'কথাছবি' নির্মাণ সম্বন্ধীয় কাম শিকিবলৈ যায়।

(১০) ১৯৪৮ চনত গুৱাহাটীত অনাতাঁৰ কেন্দ্র স্থাপিত হোৱাৰেপৰা বর্তমানলৈকে অভিনয় কৰি আছোঁ।

(১১) গুৱাহাটীত দূৰদর্শন কেন্দ্র স্থাপিত হোৱাৰেপৰা কেইবাখনো ধাৰাবাহিক, টেলিফিল্মত অভিনয় কৰে।

(১২) কেইবাখনো মঞ্চসফল নাট ৰচনা কৰে আৰু বহুতো অনাতাঁৰ নাট লিখে।

(১৩) নাট্য-শিল্প সম্বন্ধে আৰু নানা বিষয়ৰ প্রবন্ধ-পাতি লিখে আৰু কেতবোৰ আলোচনী, কাকতত প্রকাশ হয়।

(১৪) 'পৰিবাহিকা' নামেৰে এখন মাহেকীয়া আলোচনী প্রায় বাৰ বছৰ সম্পাদনা কৰে।

(১৫) চিত্রনাট্যও ৰচনা কৰে। নিজে ৰচনা কৰা কাহিনীৰ 'চিত্রৰূপ' দিয়ে।

(১৬) 'সঙ্গীত নাটক একাডেমী' প্রতিষ্ঠা হোৱাৰ সময়ৰেপৰা অসম শাখাৰ

সংগীত নাটক একাডেমীৰ কাৰ্য্যকৰী সমিতিৰ সদস্য আছিল। ১৯৫৪ চনত দিল্লীলৈ *'শোণিত কুঁৱৰী'* নাট মঞ্চস্থ কৰিবলৈ যাওঁতে তেওঁক নাটক একাডেমীৰ তৰফৰপৰা বহুতো দায়িত্ব দিয়া হৈছিল। নাটক একাডেমীৰ সঙ্গীত অনুষ্ঠান ১৯৫৮ চনত শিৱসাগৰত অনুষ্ঠিত হওঁতে তেওঁ নাটক একাডেমীৰ প্ৰতিনিধিত্ব কৰিছিল।

(১৭) ১৯৭৮ চনত 'ক্ৰিটিক্ চাৰ্কল অব ইণ্ডিয়াই' নাট্য জগতলৈ আগ বঢ়োৱা অৱদানৰ বাবে 'এৱাৰ্ড' আগ বঢ়াইছিল।

(১৮) *'গৌহাটী' শিল্পী সংঘই* ৰাজহুৱা সভাত, তেওঁৰ অভিনয় প্ৰতিভাৰ বাবে *'নটসম্ৰাট'* উপাধিৰে বিভূষিত কৰিছিল।

(১৯) অসমৰ অসংখ্য অনুষ্ঠানে তেওঁক সম্বৰ্দ্ধনা জনাই— মানপত্ৰ আদি প্ৰদান কৰিছিল।

(২০) অসম চৰকাৰে ১৯৮৫ চনত তেওঁক শিল্পী-সাহিত্যিক পেন্সন এটা দিয়ে।

(২১) ১৯৮৫ চনত অসম চৰকাৰে সাংস্কৃতিক শাখাৰ তৰফৰপৰা বিশেষ সম্বৰ্দ্ধনা জনায়।

(২২) ১৯৯৫ চনত অসম সাহিত্য সভাৰ ৫৯ তম শিৱসাগৰ অধিবেশনৰ সাংস্কৃতিক অনুষ্ঠান উদ্বোধন কৰে— আৰু বিশিষ্ট অতিথি হিচাবে ভাগ লয়।

(২৩) ১৯৮৫ চনত 'ইষ্টাৰ্ন ইণ্ডিয়া ম'চন পিকচাৰ্চ এচোচিয়েছনে'— তেওঁৰ অৱদানৰ বাবে বিশেষভাৱে সম্বৰ্দ্ধনা জনায়। (প্ৰখ্যাত শিল্পী অমিতাভ বচ্চন-জয়া বচ্চনেও সেই অনুষ্ঠানত ভাগ লয়।)

(২৪) অসম চৰকাৰৰ সাংস্কৃতিক উপদেষ্টা হিচাপে তেওঁ দায়িত্ব পালন কৰে।

(২৫) ১৯৯৫ চনত তেওঁক অসম চৰকাৰে *'বিষ্ণু ৰাভা'* বঁটা প্ৰদান কৰে।

(২৬) ১৯৯৫ চনতে *'ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ বঁটাও'* অসম চৰকাৰে প্ৰদান কৰে।

(২৭) ১৯৯০ চনৰেপৰা অসম শিল্পী কলা-কুশলী সন্থাৰ সভাপতিৰ দায়িত্ব পালন কৰি আহিছে আৰু ১৯৯৪ চনত তেওঁৰ প্ৰচেষ্টাতে 'অসম ফিল্ম পলিচি'খন পাচ হৈ আইনত পৰিণত হয়।

(২৮) ১৯৯৩ৰপৰা '৯৬ চনলৈকে তেওঁ 'জ্যোতিচিত্ৰবন ফিল্ম ষ্টুডিঅ' চচাইটিৰ' অধ্যক্ষৰূপে কাৰ্য্যনিৰ্বাহ কৰে।

(২৯) এতিয়াও তেওঁ নাট্যজগৎ, শিল্পজগতৰ লগত সক্ৰিয়ভাৱে জড়িত হৈ আছে।

(৩০) অভিনয় আৰু সংস্কৃতি জগতলৈ অৱদানৰ বাবে জ্যোতিৰূপাৰ বঁটা আৰু সম্বৰ্দ্ধনা। ২৪ জানুৱাৰী ২০০১।

০০০

# অভিনীত কথাছবি

(১) সতী বেউলা — (কলিকতাৰ ষ্টুডিঅ'ত গৃহীত)
(২) সৰাপাত — "
(৩) মাটিৰ স্বৰ্গ — "
(৪) নিয়তি — গুৱাহাটীত গৃহীত।
(৫) মেঘমুক্তি — (দোভাষী ঃ অসমীয়া - উৰিয়া) — কলিকতাত গৃহীত।
(৬) অকন — গুৱাহাটীত গৃহীত।
(৭) মানসী — (দোভাষী ঃ অসমীয়া - উৰিয়া) কলিকতাত গৃহীত।
(৮) কাজিৰঙাৰ কাহিনী — গুৱাহাটীত গৃহীত।
(৯) প্ৰতিশোধ — আংশিক কলিকতাত - আংশিক গুৱাহাটীত গৃহীত।
(১০) আই মোৰ জনমে জনমে — গুৱাহাটীত গৃহীত।
(১১) ৰঙা নদী — গুৱাহাটীত গৃহীত।
(১২) প্ৰিয়জন — গুৱাহাটীত গৃহীত।

**মুক্তি নোপোৱা ঃ**

'সোনটি' নামৰ দোভাষী (অসমীয়া - উৰিয়া) ছবিখনৰ কাম ৭৫% হোৱা সত্ত্বেও মুক্তি নাপালে। এই ছবিখনত অমিতাভ বচ্চনেও এটি চৰিত্ৰ ৰূপায়িত কৰিছিল— আৰু শ্ৰীচৌধুৰীয়েও এটি বিশেষ চৰিত্ৰ ৰূপায়িত কৰিছিল। (কলিকতাত গৃহীত)। 'ধোঁৱা' ছবিখনো এতিয়াও মুক্তিৰ অপেক্ষাত।

ইয়াৰোপৰি তেওঁ প্ৰায় ৯ খনমান তথ্যচিত্ৰ প্ৰযোজনা-পৰিচালনা কৰিছে। আৰু বহুকেইখন চুটি ছবিতো অভিনয় কৰিছে।

ষাঠিৰ দশকত কলিকতাত প্ৰায় দুই বছৰ কাল থাকি — বঙ্গৰ চলচ্চিত্ৰ প্ৰযোজনা-পৰিচালনাৰ স'তে জড়িত হৈ— নানা ধৰণৰ কলা-কুশলীৰ কামৰ শিক্ষা গ্ৰহণ কৰিছিল।

ইয়াৰোপৰি তেওঁ আৰু বহুতো নাটকত অংশগ্ৰহণ কৰিছিল কিন্তু বহুতো নাটকৰ নাম আজি পাহৰণিৰ বুকুত। সেয়ে তেওঁ মনলৈ অহা কেইখনৰ নামহে উল্লেখ কৰিলে। তদুপৰি বহুতো চুটি-নাট, একাংকিকাতো অভিনয় কৰিছিল তেওঁ—

সেই বোৰৰ নামো উদ্ধাৰ কৰিব পৰা নগ'ল।

আকাশবাণী চিলং-গুৱাহাটী কেন্দ্ৰত ১৯৪৮ চনৰপৰা ২০০০ চনলৈ— এই সুদীৰ্ঘ ৫২ বছৰে তেওঁ অলেখ নাটকত অংশগ্ৰহণ কৰিছে— সংখ্যা হিচাবে— তেওঁ কোৱামতে ৩০০-৪০০ মান হ'ব পাৰে।

অভিনেতা জীৱনৰ সুদীৰ্ঘ পৰিক্ৰমাত তেওঁ যিমানবোৰ নাটকত অভিনয় কৰিলে— সেইবোৰৰ প্ৰত্যেকখনৰে নাম মনত পেলোৱাটো তেওঁৰ বাবে হেনো অসম্ভৱ। সেয়ে দুৰ্বল স্মৃতিৰ বাবে তেওঁ গুণগ্ৰাহী ৰাইজৰ ওচৰত ক্ষমা ভিক্ষা কৰিছে।— সম্পাদক

**স্বৰচিত নাটক**

(১) **লগন উকলি গ'ল** (মঞ্চ আৰু অনাতাঁৰ)

(২) **ৰাজনীতি** (অনাতাঁৰ নাট)

(৩) **দাম্পত্য কলহেস্চৈব** ( " )

(৪) **বছ** ( " )

(৫) **ফুটবলৰ শৰশয্যা** ( " )

(৬) **এক চেপ্টেম্বৰ** (মঞ্চনাট)

(৭) **যুগে যুগে** ( " )

(৮) **প্ৰহসন** ( " )

(৯) **মিনাবজাৰ** (মঞ্চনাট-চলচ্চিত্ৰ) পুথিৰূপে প্ৰকাশিত।

(১০) **তিনি অধ্যায়** ঃ পলাশী, অন্তিম কালত ছাজাহান, আলেকজেণ্ডাৰ পুৰু) (তিনিওখনেই মঞ্চ আৰু অনাতাঁৰ নাট) পুথিৰূপে প্ৰকাশিত।

(১১) **ত্ৰিৰংগ** (নাট্য সংকলন ঃ বচ, ফুটবলৰ শৰশয্যা)

**দূৰদৰ্শনদ্বাৰা বাহিৰত অভিনয়**

(১) **আৰ**

(২) **সোণৰ খাৰু**

(৩) **অনুৰণন**

(৪) **সঁফুৰা** (আৰু কেইবাখনো)।

## গিৰিশ চৌধুৰীয়ে অভিনয় কৰা মঞ্চনাটক

| | নাটক | নাট্যকাৰ |
|---|---|---|
| (১) | অসম প্ৰতিভা | দৈবচন্দ্ৰ তালুকদাৰ (জীৱনৰ প্ৰথম নাট ঃ নাৰীৰ চৰিত্ৰ) |
| (২) | বামুণী কোঁৱৰ | (২য় নাট ”) |
| (৩) | গুলেনাৰ | পজিৰুদ্দিন আহমদ (প্ৰথম পুৰুষ চৰিত্ৰত) |
| (৪) | আনাৰকলি | ” |
| (৫) | চিৰাজদ্দৌলা | শচীন সেনগুপ্ত (অনু) |
| (৬) | টিপু চুলতান | ” |
| (৭) | ৰাষ্ট্ৰবিপ্লৱ (অসমীয়া) | |
| (৮) | ৰাষ্ট্ৰবিপ্লৱ (বাংলা) | |
| (৯) | চন্দ্ৰগুপ্ত | |
| (১০) | কাল পৰিণয় | প্ৰবীণ ফুকন |
| (১১) | লাচিত বৰফুকন | ” |
| (১২) | মণিৰাম দেৱান | ” |
| (১৩) | ছাজাহান | দ্বিজেন্দ্ৰলাল ৰয় (অনু) |
| (১৪) | জ্যোতিৰেখা | সত্যপ্ৰসাদ বৰুৱা |
| (১৫) | শিখা | ” |
| (১৬) | খনা | |
| (১৭) | চকৰি | প্ৰবীণ ফুকন |
| (১৮) | বক্ৰকুমাৰ | লক্ষ্যধৰ চৌধুৰী |
| (১৯) | কৰ্ণাৰ্জুন (বাংলা) | |
| (২০) | নতুন ইহুদি (বাংলা) | সলিল সেন |
| (২১) | কনৌজ কুঁৱৰী | অতুল হাজৰিকা |
| (২২) | শ্ৰীৰামচন্দ্ৰ | ” (এবেলি নাৰীৰ চৰিত্ৰত তাৰ পিছত বহুতো পুৰুষৰ চৰিত্ৰত) |
| (২৩) | টিকেন্দ্ৰজিৎ | অতুল হাজৰিকা |
| (২৪) | নৰকাসুৰ | ” |
| (২৫) | ভোগজৰা | ফণী শৰ্মা |
| (২৬) | কিয় | ” |
| (২৭) | শতিকাৰ পণ | প্ৰবীণ ফুকন |
| (২৮) | ৰাম টাঙোন | |
| (২৯) | প্ৰতিবাদ | অনিল চৌধুৰী |

| | | |
|---|---|---|
| (৩০) | চিৰন্তন | ” |
| (৩১) | আমাৰ গাঁও | ” |
| (৩২) | আক্ৰামৰ ট্ৰেজেডী | ” |
| (৩৩) | সঙ্গীত প্ৰতিযোগিতা | ” |
| (৩৪) | মাণিক ৰাইটং | ” |
| (৩৫) | মিনা বজাৰ | গিৰিশ চৌধুৰী |
| (৩৬) | পলাশী | ” |
| (৩৭) | বেউলা | অতুল হাজৰিকা |
| (৩৮) | কুৰুক্ষেত্ৰ | ” |
| (৩৯) | বিবৰ্তন | ভুবনমোহন বৰুৱা |
| (৪০) | টোগলক (বাংলা) | |
| (৪১) | মাটিৰ ঘৰ (বাংলা) | |
| (৪২) | মিশৰকুমাৰী (বাংলা) | |
| (৪৩) | মায়ামৃগ (বাংলা) | |
| (৪৪) | নীলাম্বৰ | প্ৰসন্নলাল চৌধুৰী |
| (৪৫) | শোণিত কুঁৱৰী | জ্যোতিপ্ৰসাদ আগৰৱালা |
| (৪৬) | কাৰেঙৰ লিগিৰি | ” |
| (৪৭) | পদ্মিনী | (নাৰী চৰিত্ৰত; ১৭ বছৰ বয়সত) |
| (৪৮) | বন হংসী | ইবছেনৰ — সত্যপ্ৰসাদ বৰুৱাই দিয়া অসমীয়া ৰূপ) |
| (৪৯) | ওঠৰ শতিকাৰ অসম | পূৰ্ণ মজুমদাৰ |
| (৫০) | মগ্‌ৰীবৰ আজান | |
| (৫১) | ৰাজনটী | |
| (৫২) | টিপু চুলতান (বাংলা) | |
| (৫৩) | জটায়ু | অগ্নিমিত্ৰৰ নাটকৰ অনিল চৌধুৰীয়ে দিয়া অসমীয়া ৰূপ। |
| (৫৪) | মানভঞ্জন | |
| (৫৫) | শকুনিৰ প্ৰতিশোধ | গণেশ গগৈ |

তালিকা কালানুক্ৰমী আৰু সম্পূৰ্ণ নহয়। —সম্পাদক

০০০

## শ্ৰীগিৰিশ চৌধুৰীৰ চমু বংশাৱলী

**পিতৃ** — ৺জানকী নাথ চৌধুৰী (–১৯৫৯)

**মাতৃ** — ৺সূৰ্য্যপ্ৰভা চৌধুৰাণী (–১৯৫৬)

জীয়ৰী : ৺কুমুদিনী কোঁৱৰ
৺সৰোজা চৌধুৰী (দেৱান)
শ্ৰীযুতা লক্ষী পাত্ৰ
৺সুশীলা বৰা
৺চাৰু দাস
শ্ৰীযুতা লাবণ্য দাস

পুত্ৰ : শ্ৰীগিৰিশ চৌধুৰী (১৯২১—)
৺অনিল চৌধুৰী (১৯২৫-২০০০)

পিতৃ-আদিবাস (জন্মস্থান) কামাখ্যা ধাম – (গুৱাহাটীত বাসস্থান কৰে ১৯১২ চনত গুৱাহাটী কুমাৰপাৰাত। বাস কৰে ১৯১২ চনৰপৰা ১৯৪১ চনলৈ। ১৯৪১ চনৰপৰা (বৰ্তমানলৈ) উলুবাৰী, গুৱাহাটীৰ স্থায়ী বাসিন্দা।

মাতৃ-আদিবাস (জন্মস্থান - কুমাৰপাৰা গুৱাহাটী)

শ্ৰীগিৰিশ চৌধুৰীৰ
বৰ্তমানৰ সংসাৰ পৰিচয়
স্ত্ৰী : শ্ৰীমতী তুতু চৌধুৰী
পুত্ৰ : শ্ৰীগৌতম কুমাৰ চৌধুৰী — পত্নী শ্ৰীমতী গীতা চৌধুৰী
জীয়ৰী : শ্ৰীমতী গীতাঞ্জলি চৌধুৰী— জোঁৱাই শ্ৰীদীপক পাটোৱাৰী
নাতি : কৌশিক কুমাৰ চৌধুৰী : পঙ্কজ ৰাজ চৌধুৰী
বনজিৎ কুমাৰ পাটোৱাৰী

০০০

# লিখক-লিখিকাৰ সংক্ষিপ্ত পৰিচয়

**বৰ্ণানুক্ৰমিক**

**অখিল কোৱঁৰ :** ঘৰ উলুবাৰীত। গিৰিশ চৌধুৰীৰ ভাগিন। সাহিত্যসেৱী আৰু নাটপ্ৰেমী। কেবাখনো গল্প-পুথি ইতিমধ্যে প্ৰকাশ পাইছে।

**অমল্য কটকী :** প্ৰতিষ্ঠিত মঞ্চ আৰু চলচ্চিত্ৰ অভিনেত্ৰী।

**অমূল্য কাকতী :** নাট্যকাৰ, চিত্ৰনাট্যকাৰ, অভিনেতা, সাহিত্যিক আৰু সক্ৰিয় সংস্কৃতিকৰ্মী।

**অপৰাজিতা ৰয় :** ত্ৰিপুৰা চৰকাৰৰ শিক্ষা বিভাগৰ সঞ্চালিকা হিচাপে অলপতে অৱসৰ গ্ৰহণ কৰা ৰয়ৰ ঘৰ বিহাবাৰীত। প্ৰখ্যাত বামপন্থী নেতা মোহনলাল মুখাৰ্জীৰ ভনীয়েক আৰু বৰুণা চৌধুৰীৰ বায়েক। কলা আৰু সাহিত্যপ্ৰেমী ৰয় নিজেও লব্ধপ্ৰতিষ্ঠ নিবন্ধকাৰ, গল্পকাৰ। তেওঁৰ কেবাখনো পুথি প্ৰকাশ হৈছে।

**অৰ্চনা মহন্ত :** এসময়ৰ মঞ্চ আৰু চলচ্চিত্ৰ অভিনেত্ৰী, বৰ্তমানৰ বিখ্যাত গায়িকা। গিৰিশ চৌধুৰীৰ ভাগিনীয়েক।

**অৰ্ণৱ জ্ঞান ডেকা :** শিক্ষাৰে ইঞ্জিনীয়াৰ আৰু অধিবক্তা। বৰ্তমান উচ্চ ন্যায়ালয়ৰ অধিবক্তাৰূপে কাম কৰি আছে। মঞ্চ আৰু চলচ্চিত্ৰ সাংবাদিক। নিষ্ঠাবান সংস্কৃতিকৰ্মী আৰু সংগঠক।

**আটাউৰ ৰহমান :** মঞ্চ আৰু চলচ্চিত্ৰ শিল্পী। খুহুটীয়া অভিনয়ত সুদক্ষ। চৌধুৰী ভাতৃদ্বয়ৰ চলচ্চিত্ৰ আৰু মঞ্চ অভিনয়ৰ কনিষ্ঠ সহ-শিল্পী। ঘৰ মাছখোৱা, গুৱাহাটীত।

**আমিনুল হক :** এই গ্ৰন্থৰ বেটুপাতৰ শিল্পী। প্ৰতিষ্ঠিত চিত্ৰশিল্পী, নাটক আৰু চলচ্চিত্ৰৰ দৃশ্যসজ্জা পৰিকল্পনাকাৰী। গুৱাহাটী আৰ্টিষ্ট গিল্ডৰ শিক্ষক। নাট্যামোদী আৰু কলাপ্ৰেমী।

**উমেশ দত্ত :** বৰ্তমান শান্তিপুৰ, গুৱাহাটীৰ বাসিন্দা। উচ্চপদস্থ পুলিচ বিষয়া হিচাপে অৱসৰ লৈ তেওঁ বৰ্তমান অধিবক্তা হিচাপে

কাম কৰি আছে। গুৱাহাটীত সহ-অভিনয় প্ৰবৰ্তন কৰাৰ ক্ষেত্ৰত চৌধুৰী ভাতৃদ্বয়ৰ সহযোগী। প্ৰতিষ্ঠিত মঞ্চ আৰু চলচ্চিত্ৰশিল্পী। বৰুণা মুখাৰ্জীৰ বিপৰীতে *প্ৰতিবাদৰ* নায়ক। গুৱাহাটী শিল্পী সংঘৰ আজীৱন কৰ্মী।

**কুলদাকুমাৰ ভট্টাচাৰ্য্য :** বিশিষ্ট লিখক, সংগঠক, অভিনেতা, পৰিচালক আৰু নাট্য তথা চলচ্চিত্ৰ ব্যক্তিত্ব। জ্যোতি চিত্ৰবনৰ প্ৰাক্তন অধ্যক্ষ। লণ্ডন, ফ্ৰান্স আদি ঠাইত ৰেডিঅ'-চলচ্চিত্ৰ সম্পৰ্কীয় অধ্যয়নপুষ্ট-বিশিষ্ট সাহিত্য আৰু সংস্কৃতিকৰ্মী।

**গিৰিজা দাস :** প্ৰখ্যাত মঞ্চ আৰু চলচ্চিত্ৰ অভিনেত্ৰী। গিৰিশ চৌধুৰীৰ সম্পৰ্কীয় ভাই-বোৱাৰী।

**চেতনা দাস :** প্ৰতিষ্ঠিত মঞ্চ, অনাতাঁৰ, চলচ্চিত্ৰ আৰু দূৰদৰ্শনৰ অভিনেত্ৰী।

**ডলিশ হাজৰিকা :** অসমীয়া চলচ্চিত্ৰৰ অভিনেত্ৰী আৰু সাহিত্যসেৱী।

**তিলক হাজৰিকা :** লব্ধপ্ৰতিষ্ঠ সাংবাদিক আৰু বুদ্ধিজীৱী। দৈনিক অসমৰ প্ৰাক্তন সম্পাদক।

**তুতু চৌধুৰী :** গিৰিশ চৌধুৰীৰ পত্নী।

**দিলীপকুমাৰ হাজৰিকা :** জ্যেষ্ঠ অধিবক্তা, গুৱাহাটী উচ্চ ন্যায়ালয়। অসমৰ মঞ্চ আৰু চলচ্চিত্ৰৰ সৈতে বহু যুগ ধৰি সক্ৰিয়ভাৱে জড়িত। প্ৰতিষ্ঠিত মঞ্চ আৰু চলচ্চিত্ৰ অভিনেতা। বিশিষ্ট লেখক আৰু সংস্কৃতিকৰ্মী। চৌধুৰী পৰিয়ালৰ সৈতে ঘনিষ্ঠভাৱে জড়িত।

**দীপালী দাস ভূঞা :** নৃত্যাংগনা আৰু অভিনেত্ৰী।

**দেৱেন দেৱান :** বিশ্বভাৰতীৰ স্নাতকোত্তৰ। জন্মস্থান ছয়গাঁও, কৰ্মস্থান কলিকতা। ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় খ্যাতিসম্পন্ন চিত্ৰকৰ, ভাস্কৰ, সাহিত্যসেৱী, সম্পাদক আৰু লিখক। কলিকতাৰ এএচএল ক্লাবৰ মুখপত্ৰ *সংক্ৰান্তিৰ* কেবাটাও সংখ্যাৰ সম্পাদক। অলপতে চিত্ৰ-প্ৰশিক্ষক হিচাপে জাৰ্মাণীৰপৰা ঘূৰি আহিছে।

**নিৰ্মলপ্ৰভা বৰদলৈ :** বিশিষ্ট সাহিত্যিক, অধ্যাপিকা আৰু গৱেষক। অসম সাহিত্য সভাৰ প্ৰাক্তন সভানেত্ৰী।

**নীৰেন বন্দোপাধ্যায় ঃ** নাট্যপ্ৰেমী, অসম আৰু অসমৰ কলাসংস্কৃতি সঁচাকৈয়ে ভালপোৱা এগৰাকী বাংলাভাষী বিশিষ্ট ব্যক্তি, যি নিজকে 'অসমীয়া' বুলি গৌৰৱ কৰে।

**নীলিমা ঠাকুৰীয়া হক ঃ** পেচাত ডাক্তৰ, কবি হিচাপে সুপৰিচিত। ঘৰ গুৱাহাটীত।

**ৰুকণা চৌধুৰী ঃ** সহ-অভিনয়ৰ বাবে পোন প্ৰথমে আগবাঢ়ি অহাসকলৰ অন্যতম। প্ৰতিষ্ঠিত মঞ্চ, অনাতাঁৰ আৰু চলচ্চিত্ৰ অভিনেত্ৰী। এগৰাকী কবিও। তেওঁৰ কবিতা পুথি প্ৰকাশ হৈছে। অনিল চৌধুৰীৰ পত্নী আৰু গিৰিশ চৌধুৰীৰ ভাইবোৱাৰী। এসময়ত বামপন্থী আন্দোলনৰ সক্ৰিয় কৰ্মী।

**বাদল দাস ঃ** মঞ্চ আৰু চলচ্চিত্ৰ অভিনেতা, নাট পৰিচালক, নাট্যকাৰ, নাট আৰু চলচ্চিত্ৰ প্ৰশিক্ষক, নাট বিষয়ক পুথিৰ ৰচয়িতা। একাংকিকা প্ৰতিযোগিতাবোৰৰ প্ৰায় 'স্থায়ী' বিচাৰক। অসম চৰকাৰৰ প্ৰশাসনিক বিষয়া প্ৰশিক্ষণ প্ৰতিষ্ঠানৰ সঞ্চালক হিচাপে অৱসৰ পোৱাৰ পিছতো সাহিত্য-শিল্প-সংস্কৃতি জগতত সক্ৰিয় হৈ থকা অন্যতম ব্যক্তি।

**বিপুল ৰৰা ঃ** গিৰিশ চৌধুৰীৰ ভাগিনীয়েক। *গুৱাহাটী শিল্পী সংঘৰ* অন্যতম প্ৰতিষ্ঠাপক সদস্য আৰু আজীৱন কৰ্মী। তবলাবাদকৰূপে সুখ্যাত। অৰ্থনীতিবিদ ৰৰা অসম চৰকাৰৰ পশুপালন বিভাগৰ উচ্চ পদস্থ বিষয়া। নিষ্ঠাবান নাট্যপ্ৰেমী আৰু নাটকৰ্মী। এসময়ৰ মঞ্চ অভিনেতা।

**বিমল কুমাৰ হাজৰিকা ঃ** দৰং কলেজৰ প্ৰাক্তন প্ৰবক্তা। অসম প্ৰশাসনিক সেৱাৰ জৰিয়তে উপায়ুক্তকে ধৰি বিভিন্ন উচ্চপদত কাৰ্য্যনিৰ্বাহ কৰিছে। বৰ্তমান *অসম প্ৰকাশন পৰিষদৰ* সচিব। অনুবাদকৰূপে খ্যাতি থকা হাজৰিকা নিষ্ঠাৱান এগৰাকী সাহিত্যসেৱীও। ঘৰ গুৱাহাটীত।

**বীণা দাস মান্না ঃ** ঘৰ কুমাৰপাৰাত। সহ-অভিনয়ৰ অন্যতম বাটকটীয়া। মঞ্চ, চলচ্চিত্ৰ আৰু অনাতাঁৰৰ বিশিষ্ট শিল্পী। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰপৰা অৱসৰ পোৱাৰ পিছত বৰ্তমান সমাজসেৱা আৰু ৰাজনীতিত ব্যস্ত। চৌধুৰী ভাতৃদ্বৰ সৈতে মঞ্চ আৰু চলচ্চিত্ৰত অভিনয় কৰিছে।

**ভূপেন শৰ্মা :** বিশিষ্ট লিখক, নাটপ্ৰেমী। মহাবিদ্যালয়ৰ প্ৰাক্তন প্ৰবক্তা। বৰ্তমান অসম চৰকাৰৰ উচ্চপদস্থ বিষয়া।

**মীৰা বিশ্বাস :** এসময়ৰ ভৰলুমুখৰ বাসিন্দা। অভিনেত্ৰী নোপোৱা দিনত অভিনয়ৰ বাবে আগ বাঢ়ি অহা সাহসী শিল্পী। চৌধুৰী ভাতৃদ্বয়ৰ সৈতে মঞ্চত সহ-অভিনয় কৰাৰ উপৰিও *সৰাপাত* চলচ্চিত্ৰতো অভিনয় কৰিছে। এওঁৰ জীয়ৰী ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় খ্যাতিসম্পন্ন অভিনেত্ৰী সীমা বিশ্বাস। বৰ্তমান নলবাৰীৰ বাসিন্দা।

**মৃণাল কটকী :** ঘৰ ভৰলুমুখত। এসময়ৰ প্ৰসিদ্ধ ফুটবল খেলুৱৈ আৰু ক্ৰীড়া সংগঠক। মঞ্চ আৰু চলচ্চিত্ৰৰ বিশিষ্ট অভিনেতা। খুহুটীয়া অভিনয়ত বিশেষ পাৰদৰ্শী। পশ্চিম গুৱাহাটীত নাট্যচৰ্চাৰ ধাৰাবাহিকতা ৰক্ষাৰ ক্ষেত্ৰত অন্যতম নাটকৰ্মী। সাহিত্য আৰু সংস্কৃতিপ্ৰেমী নিষ্ঠাৱান নাট-পৰিচালক আৰু সংগঠক।

**মৃণাল কান্ত দাস :** নাট-অনুবাদক, অভিনেতা, পৰিচালক আৰু সংগঠক। ঘৰ অভয়াপুৰত। বৰ্তমান ষ্টেট বেংক অব ইণ্ডিয়া, পাণবজাৰ শাখাৰ কৰ্মী। চৌধুৰী পৰিয়ালৰ সৈতে ঘনিষ্ঠ ঘৰুৱা সম্পৰ্ক।

**যোগীন গোস্বামী :** গিৰিশ চৌধুৰীৰ সতীৰ্থ সহকৰ্মী, নাটপ্ৰেমী আৰু শ্ৰমিক নেতা। শ্ৰমিক সংগঠনৰ বিষয়ে অধ্যয়ন কৰিবলৈ লণ্ডন আদি ঠাইলৈ গৈছিল। অসম ৰাজ্যিক পৰিবহণ নিগমৰ অৱসৰপ্ৰাপ্ত বিষয়া।

**ৰত্ন ওজা :** কবি, সাহিত্যিক, অভিনেতা, গীতিকাৰ, সাংস্কৃতিক সংগঠক। বিশেষ বিষয়া হিচাপে শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰৰ সৈতে প্ৰাৰম্ভিক কালত বহুদিন জড়িত আছিল। অৱসৰৰ পিছতো শিল্প-সাহিত্য-সংস্কৃতি জগতত সক্ৰিয় হৈ থকা মুষ্টিমেয়সকলৰ অন্যতম।

**ৰাম গোস্বামী :** লব্ধপ্ৰতিষ্ঠ নাট্যকাৰ, সাহিত্যিক, সমালোচক আৰু সংগঠক। ডেকাকালত নাট্য শিল্পী (মহিলাৰ ভাও) আৰু নৃত্যশিল্পী ৰূপে প্ৰতিষ্ঠিত। অসম চৰকাৰৰ পুথিভঁড়াল সেৱাৰ সঞ্চালকৰূপে অৱসৰ লোৱাৰ পিছতো অসমৰ শিল্প-

সাহিত্য-সংস্কৃতি জগৎখনৰ বাবে কাম কৰি থকা অন্যতম ব্যক্তি। ঘৰ চেনিকুঠি, গুৱাহাটীত।

**ৰাসবিহাৰী সিন্‌হা :** কলকাতাৰ প্ৰসিদ্ধ চলচ্চিত্ৰ সম্পাদক। বহুতো অসমীয়া চলচ্চিত্ৰ, তথ্যচিত্ৰ আদি সম্পাদনাৰ জৰিয়তে অসমৰ মঞ্চ আৰু চলচ্চিত্ৰ জগতৰ সৈতে ওতপ্ৰোতভাৱে জড়িত। প্ৰায় ডেৰ শ বাংলা ছবিৰ সম্পাদক সিন্‌হা চৌধুৰী ভাতৃদ্বয়ৰ চলচ্চিত্ৰ আৰু তথ্যচিত্ৰৰ কামৰ সৈতেও জড়িত।

**লক্ষী দত্ত :** তিতাবৰৰ এইগৰাকী লিখক-সাংবাদিক-সম্পাদক যোৱা তিনি দশক জুৰি *জনমভূমিকে* ধৰি বিভিন্ন কাকত-আলোচনীৰ সৈতে জড়িত। এওঁ গিৰিশ চৌধুৰীৰ খুলশালীয়েক।

**শৈলেন মেধি :** উচ্চ ন্যায়ালয়ৰ জ্যেষ্ঠ অধিবক্তা এসময়ৰ বামপন্থী আন্দোলনৰ কৰ্মী। সমাজসেৱী, নাটপ্ৰেমী আৰু চৌধুৰী পৰিয়ালৰ আপোনজন।

**সত্যপ্ৰসাদ বৰুৱা :** লব্ধপ্ৰতিষ্ঠ নাট্যকাৰ, অভিনেতা, পৰিচালক, সাহিত্যিক। অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালক হিচাপে অৱসৰ গ্ৰহণ কৰাৰ পিছতো শিল্প-সাহিত্য-সংস্কৃতি ক্ষেত্ৰত সক্ৰিয় হৈ থকা মুষ্টিমেয় কেইগৰাকীমানৰ অন্যতম। প্ৰায় দুই দশক ধৰি অসমীয়া নাটকৰ সমালোচক হিচাপেও প্ৰতিষ্ঠিত। *সুন্দৰসেৱী সংঘ*ৰ প্ৰতিষ্ঠাতা আৰু সহ-অভিনয় প্ৰবৰ্তনৰ ক্ষেত্ৰত অন্যতম আগ ৰণুৱা সহযোগী। ঘৰ গুৱাহাটীত।

**সদা শইকীয়া :** লব্ধপ্ৰতিষ্ঠ সাহিত্যিক আৰু চিন্তাবিদ। গিৰিশ চৌধুৰীৰ বন্ধু।

**সৰ্বানন্দ দেৱশৰ্মা :** চৌধুৰী পৰিয়ালত থাকি পঢ়া-শুনা কৰি জীৱনত প্ৰতিষ্ঠা লাভ কৰা ব্যক্তি।

**সৰ্বেশ্বৰ দত্ত :** শিল্পী-সাহিত্যিক। *মাটিৰ স্বৰ্গ*ৰ অভিনেতা। মহাবিদ্যালয়ৰ জ্যেষ্ঠ প্ৰৱক্তা হিচাপে অৱসৰ লোৱাৰ পিছত সম্প্ৰতি শিক্ষা-মহাবিদ্যালয়ৰ অধ্যক্ষৰূপে কাম কৰি আছে। জন্মস্থান মাজুলী। কৰ্মস্থান লক্ষীমপুৰ।

**সুচিত্ৰা কাকতী :** প্ৰাগজ্যোতিষ মহাবিদ্যালয়ৰ শিক্ষাবিভাগৰ মুৰব্বী

অধ্যাপিকা। বিশিষ্ট লেখিকা, সমাজসেৱী আৰু নাট্যকাৰ। তেওঁৰ কেবাখনো পুথি প্ৰকাশ পাইছে। চৌধুৰী পৰিয়ালৰ সৈতে ঘনিষ্ঠ সম্পৰ্ক।

শ্যামাপ্ৰসাদ শৰ্মা ঃ কটন কলেজৰ পদাৰ্থবিজ্ঞানবিভাগৰ মুৰব্বী অধ্যাপক। অসমীয়া বিজ্ঞান-সাহিত্য, ক্ৰীড়া-সাহিত্য, নাট্য-সাহিত্যৰ এটি চিনাকি নাম। নাট্যকাৰ, পৰিচালক, অভিনেতা, নাট-সংগঠক আৰু আলোচনী-গ্ৰন্থ আদিৰ সম্পাদকৰূপে বিশেষভাৱে পৰিচিত। অসমত নাটকৰ নতুন ধাৰা হিচাপে *বিজ্ঞান-নাটৰ* প্ৰবৰ্তক।



# নটসম্ৰাট শ্ৰীগিৰিশ চৌধুৰী সম্বৰ্দ্ধনা সমিতি
## গুৱাহাটী

### মুখ্য পৃষ্ঠপোষক
নাট্য প্ৰভাকৰ সত্যপ্ৰসাদ বৰুৱা

### পৃষ্ঠপোষক
শ্ৰী জয়ন্ত কুমাৰ বৰুৱা
শ্ৰী ফণী শৰ্মা
শ্ৰী শঙ্কৰ গোয়েঙ্কা
শ্ৰী নাৰায়ণ স্বামী
শ্ৰী পৰমা হাজৰিকা
শ্ৰী ধীৰেণ বৰুৱা

### উপদেষ্টা
শ্ৰী ৰাম গোস্বামী
শ্ৰী যতীন হাজৰিকা
শ্ৰী তিলক হাজৰিকা
শ্ৰীমতী বৰুণা চৌধুৰী
শ্ৰী ৰাসবিহাৰী সিন্‌হা

### সভাপতি
শ্ৰী দিলীপ কুমাৰ হাজৰিকা

### কাৰ্য্যকৰী সভাপতি
ড· শ্যামাপ্ৰসাদ শৰ্মা

### সাধাৰণ সম্পাদক
শ্ৰী মৃনাল কান্ত দাস

### সহযোগী সম্পাদক
মহম্মদ হুছেইন

### কোষাধক্ষ্য
শ্ৰী ৰণেন্দ্ৰৰাম বৰুৱা



প্ৰতিবাদ নাটকৰ দ্বিতীয় সহ - অভিনয়ত (জুলাই ১৯৫০) লোৱা শিল্পী কলাকুশলীৰ আলোকলেখ। ১ম শাৰীত বাওঁফালৰপৰা - ৰেবা দত্ত, গিৰিজ হাজৰিকা, আচিয়া খাতুন, বৰুণা মুখাৰ্জী, উৰ্বশী দাস, গুণদা দাস, মীৰা দত্ত। বহি বাওঁফালৰপৰা ৭ম জন গিৰিশ চৌধুৰী। তেওঁৰ বাওঁফালে শিল্পী সংঘৰ সভাপতি পুলকানন্দ দাস।



"নিয়তি" ছবিত গিৰিশ চৌধুৰী, দীনেশ দাস



"চৰ্কাৰি" নাটকত গিৰিশ চৌধুৰী, দীনেশ দাস ।



"চাহজাহান" নাটকত মুখ্য ভুমিকাত গিৰিশ চৌধুৰী আৰু মিনু বণিয়া



গুৱাহাটী শিল্পী সংঘৰ সভাত
বাওঁফালৰপৰা গিৰিশ চৌধুৰী, লাৱণ্য চৌধুৰী, তিলক হাজৰিকা, কমল নাৰায়ণ চৌধুৰী




শিল্পী সংঘৰ নিয়মীয়া নাট অভিনয়ত ৰাজ্যপাল মাননীয় লোক নাথ মিশ্ৰক সম্বৰ্দ্ধনা জনোৱা মুহূৰ্তত গিৰিশ চৌধুৰী।



*মেঘ মুক্তিৰ দৃশ্যগ্ৰহণত* বাওঁফালৰপৰা গীতা ঠাকুৰীয়া, বৰুণা চৌধুৰী, অনিল চৌধুৰী আৰু গিৰিশ চৌধুৰী



"কিয়" নাটকত গিৰিশ চৌধুৰী। তেওঁৰ বোকোচাত বৰ্তমানৰ ডেকা অভিনেতা মৃদুল ভূঞা, মাজৰ গৰাকী দীপালী দাস, বাওঁফালে বিনীতা দেৱী



গুৱাহাটী শিল্পী সংঘৰ নাট উৎসৱত। বাওঁফালৰ জন
সত্যনাথ বৰুৱা, তাৰ পাছতে গিৰিশ চৌধুৰী।



"সৰাপাত" কথাছবিত গিৰিশ চৌধুৰী আৰু জ্ঞানদা কাকতী (নায়ক-নায়িকা)



"সৰাপাত" কথাছবিত গিৰিশ চৌধুৰী আৰু জ্ঞানদা কাকতী (নায়ক-নায়িকা)



ঘৰুৱা সাজ আৰু পৰিৱেশত গিৰিশ চৌধুৰী



“মানসী” কথাছবিত (১৯৮২) গিৰিশ চৌধুৰী আৰু পুত্ৰ গৌতম



'মানসী' ১৯৮২ চুটিঙৰ অৱসৰত
বাওঁফালৰপৰা গিৰিশ চৌধুৰী, বলাই সেন (পৰিচালক), শঙ্কৰ গোৱেংকা, বিদ্যা ৰাও, বিমল মুখাৰ্জী, আৰ এ জালান (প্ৰযোজক), অনিল চৌধুৰী

ফটো এলবাম . নটসম্ৰাট গিৰিশ চৌধুৰী



জ্যোতি চিত্ৰবনত অধ্যক্ষ ৰূপে গিৰিশ চৌধুৰীয়ে বক্তৃতা দিছে। ২৯/১২/৯৫ তাৰিখে তেওঁৰ তত্বাৱধানত ভিডিঅ বিভাগ উন্মোচিত হোৱাৰ দিনা। আতঁৰত মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়া



হিন্দী চিত্ৰজগতৰ প্ৰখ্যাত অভিনেতা মনোমোহন কৃষ্ণৰ সৈতে বাওঁফালে অনিল চৌধুৰী আৰু সোঁফালে গিৰিশ চৌধুৰী



চলচ্চিত্ৰৰ মহৰতৰ সময়ত ভূপেন হাজৰিকাৰ সৈতে চৌধুৰী ভাতৃদ্বয়



চলচ্চিত্ৰ সম্পৰ্কীয় আলোচনাত (বাওঁফালৰপৰা) মানিক দত্ত, মনোমোহন কৃষ্ণ (মুম্বাইৰ অভিনেতা), গিৰিশ চৌধুৰী, অনিল চৌধুৰী, জয় সন্তোষী মাৰ নায়িকা কানন কৌশল আৰু জনৈক শিল্পী



বাওঁফালৰপৰা মাখন দেৱান, গিৰিশ চৌধুৰী মাদ্ৰাজত LV Prasad (প্ৰসাদ ফিল্মচৰ মালিকক সাক্ষাৎ কৰা সময়ত)



৯৩ সঙ্গীত সন্ধিয়া
বাওঁফালৰপৰা শূল শৰ্মা, গিৰিশ চৌধুৰী, জি. পি. চিন্নী
ভূপেন হাজৰিকা, দিলীপ হাজৰিকা



৯৩ সঙ্গীত সন্ধিয়াত বাওঁফালৰপৰা শূল শৰ্মা, গিৰিশ চৌধুৰী, আনন্দজী



অসমৰ চলচ্চিত্ৰ নীতি সম্পৰ্কীয় আলোচনাত বাওঁফালে থিয় হৈ অনিল চৌধুৰী, বাওঁফালৰপৰা বহি থকা ৩য় গৰাকী গিৰিশ চৌধুৰী।



অনিল চৌধুৰী ৰচিত "মাণিক ৰাইটং" অনাতাঁৰ নাটকৰ অভিনয়ত বাওঁফালৰ পৰা জীৱন দাস, জ্ঞানদা কাকতী, গিৰিশ চৌধুৰী, ফণী শৰ্ম্মা।



গুৱাহাটী বিহুতলীত ১৯৯০ সম্বৰ্দ্ধনা দিওঁতে বাওঁফালৰপৰা ধীৰেন বৰুৱা, গিৰিশ চৌধুৰী



১৯৭৯ গিৰিশ চৌধুৰী পত্নী লতা চৌধুৰীৰ সৈতে



পাৰিবাৰিক ফটো (বাওঁফালৰপৰা) গিৰিশ চৌধুৰী, নাতিনী মহাশ্বেতা, নাতি কৌশিক আৰু লগতে পত্নী তুতু চৌধুৰী



"সৰাপাত" ত ইভা আচাওৰ সৈতে



বহি (বাওঁফালৰপৰা) নাতি কৌশিক, পল্লৱৰাজ, গিৰিশ চৌধুৰী, নাতি বনজিৎ, পত্নী তুতু চৌধুৰী,
থিয় হৈ - (বাওঁফালৰপৰা) জীয়ৰী গীতাঞ্জলী, জোঁৱাই দীপক পাটোৱাৰী, ভাগিন বোৱাৰী অনু দেৱান, নাতি ঋতুৰাজ
ভাই বোৱাৰী বৰুণা চৌধুৰী, বোৱাৰী মামনী, পুত্ৰ গৌতম, নাতি ঋষিকেশ



মাটিৰ স্বৰ্গৰ প্ৰচাৰ এলবামৰ পৰা



৮ বছৰীয়া কিশোৰ গিৰিশ
,বায়েক সুশীলা বৰাৰ সৈতে



নাতিনী মহাশ্বেতা দেৱানৰ সৈতে



কলিকতাৰ সাহিত্যানুষ্ঠানত বাওঁফালৰপৰা গিৰিশ চৌধুৰী,
সত্য প্ৰসাদ বৰুৱা, মুখ্যমন্ত্ৰী হীতেশ্বৰ শইকীয়া, প্ৰমোদ ভট্টাচাৰ্য্য আৰু চৈয়দ আব্দুল মালিক।

